# বনফল



( পার্ল বাকৰ উপন্যাস "দি হিড্‌ন্‌ ফ্লাৱাৰ"ৰ
অসমীয়া ৰূপান্তৰ )

অনুবাদক
শ্ৰীমুক্তানন্দ শৰ্ম্মা




দত্ত বৰুৱা এণ্ড কোম্পানী

প্ৰকাশক :
দত্ত বৰুৱা এণ্ড কোম্পানী
গুৱাহাটী : অসম

বেটুপাতৰ শিল্পী :
শ্ৰীকামাখ্যা দত্ত

প্ৰথম প্ৰকাশ
জানুৱাৰী, ১৯৫৬

বেচ—৫৲ টকা মাত্ৰ

মুদ্ৰক :
শ্ৰীফণীভূষণ ৰায়
প্ৰবৰ্ত্তক প্ৰিন্টিং এণ্ড হাফ্‌টোন লিঃ
৫২।৩, বিপিন বিহাৰী গাঙ্গুলী ষ্ট্ৰীট্‌
কলিকতা—১২

# বনফুল

ডাঙর দাদা—

শ্রীঅনাথবন্ধু শর্মার হাতে।

# পাতনি

## এটি অভিমত

শ্ৰীমতী পাৰ্ল বাকৰ উপন্যাস-সাহিত্যৰ খ্যাতি জগত জোৰা। প্ৰাচ্যৰ আগ্ৰহ, কাৰণ তেওঁ কাহিনী কয় প্ৰাচ্যৰ মানুহৰ বিষয়ে আৰু প্ৰাচ্যৰ আত্মাকে তেওঁ বুজিবলৈ চেষ্টা কৰিছে। প্ৰতীচ্যৰ আগ্ৰহ, কাৰণ প্ৰাচ্যক বুজিবলৈ প্ৰতীচ্যৰ চিৰদিনেই কৌতূহল: গীতাৰ ভাঙনিৰ পৰা ছমাৰছেট মমৰ উপন্যাসলৈকে ইয়াৰ বহুত প্ৰমাণ আছে। ন'বেল বটা বিজয়িনী পাৰ্ল বাকক সাধাৰণ পাঠকে "গুড্ আৰ্থ"ৰ লিখিকা ৰূপেহে জানে। সেইখন উপন্যাসৰ উপৰি 'পেভিলিয়ন অফ্ উইমেন্' আদিৰ যোগেদি তেওঁ মহাচীনৰ ৰহস্য ভেদ কৰিব খুজিছে সঁচা; কিন্তু প্ৰাচ্যৰ প্ৰতি পাৰ্ল বাকৰ কৌতূহল সিমানতে সীমাবদ্ধ নহয়। তেওঁ ভাৰতৰ বিষয়েও উপন্যাস লিখিছে —কথাছবি এখনৰ নিৰ্মানতো প্ৰবৃত্ত হৈছে। আধুনিক জাপানৰ বিষয়েও তেওঁ উপন্যাস লিখিছে—'দি হিডন্ ফ্লাৱাৰ'। তাকে 'বনফুল' নাম দি অসমীয়া ৰূপান্তৰ কৰিছে শ্ৰীমুক্তানন্দ শৰ্ম্মাই। এই উপন্যাস-খনত যুদ্ধোত্তৰ জাপানৰ দ্বিধা, প্ৰাচ্য পাশ্চাত্যৰ সজ্ঘৰ্ষ তথা সমন্বয়ৰ সমস্যা আৰু এই বিষযত অনুসৰণীয় পথৰ সঙ্কেত দাঙি ধৰা হৈছে। বৰ্ণনাত পঢ়িলেও কমনীয় বোধ হোৱা চেৰী ফুলৰ দৰে নায়িকা জোচু এই দ্বিধাৰ বলি; প্ৰেমৰ ঐকান্তিকতা স্বত্বেও শেষত প্ৰবঞ্চকৰ ভূমিকা লব লগা হোৱা নায়ক এলেন কেনেডি সেই দ্বিধাৰ প্ৰতীক। বিষয় বস্তু বৰ ডাঙৰ, সমস্যা বৰ জটিল। কিন্তু সিদ্ধহস্তা লিখিকাই ইমান সহজকৈ তাক দাঙি ধৰিছে যে সেই সৰলতাৰ আকৰ্ষণ কোনো পাঠকেই অনুভৱ নকৰাকৈ নাথাকে।

শ্ৰীমুক্তানন্দ শৰ্ম্মা ব্যস্ত চাকৰিয়াল। উপন্যাসখনি তেওঁ ভাঙনিও কৰিছে সংযোগৰ সুবিধা কম থকা আওহতীয়া এঠাইত। পার্ল বাক তেওঁৰ প্ৰিয় লিখিকা বহুতৰে দৰে। পাণ্ডুলিপিটো তেওঁ মোক পঢ়ি চাবলৈ দিয়ে। মাষ্টৰৰ দৰে কলমডাল লৈ (শিক্ষকতা অৱশ্যে মোৰ বৃত্তিয়েই) পঢ়ি যোৱাৰ লগে লগে অনুভৱ কৰিলো যে এই ভাঙনি সুকলমে অসমীয়া পাঠকৰ হাতত তুলি দিব পাৰি (মোৰ কলম তেনেকৈ ব্যৱহাৰ কৰিব লগা নহ'ল)। নতুন লিখক যদিও তেওঁ ভাঙনি সাৱলীল কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছে; ক'ৰবাত যদি মূল ইংৰাজীৰ প্ৰভাৱ বৈ গৈছে তেন্তে সি যি কোনো অনুবাদকৰ পক্ষেই অপৰিহাৰ্য্য। কিন্তু বিশেষ খোকোজা নলগাকৈ বা উজুটি নোখোৱাকৈ যে পাঠকে কাহিনীটো পঢ়িব আৰু অন্তৰ্নিহিত তাৎপৰ্য্য উপলব্ধি কৰিব পাৰিব, সেই বিষয়ে সন্দেহ নাই। শ্ৰীশৰ্ম্মাই আক্ষৰিক অনুবাদ কৰা নাই; কিতাপৰ কলেৱৰ যথাসম্ভৱ সৰু কৰিবৰ কাৰণে বহু ঠাইত চমুৱাই ভাৱানুবাদ কৰিছে; সেই দেখি ইয়াক অসমীয়া ৰূপান্তৰ আখ্যা দিয়া হৈছে। তেনে কৰা স্বত্বেও ৰস গ্ৰহণ বা কাহিনী উপভোগত অকনো অসুবিধা হোৱা নাই।

পার্ল বাকৰ 'গুড্ আৰ্থ'ৰ বাহিৰে অসমীয়াত এইখনি দ্বিতীয় অনুবাদ। তেওঁৰ সাহিত্যৰ সোৱাদ অসমীয়া পাঠকক দিয়া কাৰণেও শ্ৰীশৰ্ম্মা ধন্যবাদাৰ্হ।

গুৱাহাটী
২৬-৯-৬৫

শ্ৰীযোগেশ দাস

# অনুবাদকৰ এষাৰ

অনুবাদকৰ কাম অতি জটিল, তাক বহলাই নকলেও হব। তাতে বিশ্ববিখ্যাত সাহিত্যিক সকলৰ পুথি হাতত লবলৈ আৰু ভয় লাগে জানোচা অনুবাদত তেখেত সকলৰ স্বকীয় বৈশিষ্ট্য আৰু সৰ্বজন-প্ৰিয়তাৰ লাঘৱ কৰাই হয়। তথাপি লোভ সামৰিব নোৱাৰি পাৰ্ল বাকৰ 'দি হিডন্ ফ্লাৱাৰ' নামৰ উপন্যাসখনি অসমীয়ালৈ ৰূপান্তৰ কৰি পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰিলো। ত্ৰুটি বিচ্যুতি আদিৰ বাবে লগতে সুধী সমাজৰ পৰা ক্ষমা বিচাৰিছো, কাৰণ সাহিত্য প্ৰকাশৰ ক্ষেত্ৰত অনুবাদকৰ এয়া প্ৰথম প্ৰয়াস। পঢ়ুৱৈ সমাজৰ পৰা 'বনফুল'এ সমাদৰ পালে আৰু মনচোবেক উলিয়াবলৈ প্ৰেৰণা পাম।

ছাত্ৰ অৱস্থাত সৰ্থেবাৰী হাইস্কুলত পঢ়োঁতে অনুবাদ সাহিত্যৰ প্ৰতি এটি হাপ উপজিছিল, বিশেষকৈ কেইজনমান সাহিত্যপ্ৰেমী বন্ধু আৰু শিক্ষকৰ সান্নিধ্যলৈ আহি। এইখিনিতে তেওঁলোকলৈ আৰু পিচৰ কাল ছোৱাত লগ পোৱা বন্ধু সকললৈ মোৰ আন্তৰিক ধন্যবাদ জনাই থলো। জনপ্ৰিয় সাহিত্যিক অধ্যাপক যোগেশ দাসে তেখেতৰ নানা ব্যস্ততাৰ মাজতো পুথিখনি হাতে লিখা অৱস্থাতে এবাৰ চাই এটি অভিমত লিখি দিয়া বাবে অনুবাদক তেখেতৰ ওচৰত চিৰকৃতজ্ঞ হৈ থাকিব।

শেষত প্ৰকাশৰ দায়িত্ব লবলৈ আগবাঢ়ি অহা বাবে দত্ত বৰুৱা এণ্ড কোম্পানীৰ কাৰ্য্যাধ্যক্ষ শ্ৰীমুনীন্দ্ৰ নাৰায়ণ দত্ত বৰুৱালৈ হিয়াভৰা শলাগ জনালো। তেখেতৰ দৰে সাহিত্যানুৰাগী প্ৰকাশক ওলায় মানে অসমীয়া জাতিৰ আৰু সাহিত্যৰ বাবে মঙ্গলৰ চিন। ভগৱানে তেখেতৰ সাধনা পূৰণ কৰক।

ঘিলামৰা )
৮ মাঘ, ১৮৮৬ শক। )

ইতি।
শ্ৰীমুক্তানন্দ শৰ্মা

নীৰৱ ফুলনিখন। ফুলনিৰ ভিতৰতে সজা কৃত্রিম জলপ্রপাত এটিৰ অবিৰাম মৃদু শব্দই নীৰৱতাখিনি অধিক গহীন কৰি তুলিছে। ইয়াৰ বাবেই এনেকি ভৰিৰ খোজৰ শব্দও দেৱালৰ বাহিৰৰ পৰা কাণত নপৰে। ফুলনিখনৰ বিবিধ সৌন্দর্য্যৰাজিত যিদৰে মানৱ হাতৰ পৰশ বিৰাজমান, নীৰৱতাখিনিও সেইদৰে মানুহৰেই সৃষ্টি। হলেও গোটেই ফুলনি বিযপি এটি প্রাকৃতিক শোভা বাটৰুৱাৰ চকুত নপৰাকৈ নেথাকে। ফুলনিৰ আলিবাটৰ পিনলৈ শিলৰ আঁৰত অতি আধুনিক ধৰণৰ নলীৰে ওপৰলৈ পানী তুলি তললৈ জুৰিৰ নিচিনা বৈ অহাকৈ ঠাক ঠাককৈ শিল ৰখা হৈছে। কেইজোপামান বাঁহ গছে আধা আঁৰকৈ ৰখা ওখ শিলৰ ওপৰত সেয়া হাতে সজা পাহাৰখন। তাৰ পৰা পানীখিনি জোৰেৰে বাগৰি আহি শিলত খুন্দা খাই খাই অলপ দূৰৈৰ নামনিৰ এটি পুখুৰীত জমা হয়গৈ। ওচৰতে থকা পুৰণি সৰলগছ কেইজোপাৰ ছাঁ তাতে প্রতিফলিত হয় আৰু পানীৰ ঢৌৰ সৈতে নাচে। আকাৰত সৰু হলেও এটাইবোৰ মিলি আঁতৰৰ পৰা সেয়া এখন হাবি যেনেই লাগে।

ফুলনিখনৰ উত্তৰফাললৈ শোৱা ঘৰটো। তেনেই জাপানী ঠাচত সজা। ঘৰটো ডাঙৰ, বেচ আহল বহল কিন্তু বেচি ওখ নহয়। কাঠেৰে সজা ঘৰটোত কোনো ৰঙ দিয়া হোৱা নাছিল। হলেও বহুদিনীয়া ৰূপালী আভা এটি তাত আছিল। তেতিয়া বসন্তকাল আৰু সেয়ে নানা তৰহৰ ফুল ফুলি পৰিবেশটো মনোমোহা কৰি তুলিছিল।

বেলি দুপৰ। পঢ়া কোঠাত ডাক্তৰ চ'তান চাকাই-এ তেওঁৰ হাতেলিখা কিতাপ এখনত মনোযোগ দি আছিল। মাজতে এবাৰ

মূৰ তুলি খিড়িকিৰে বাহিৰলৈ চাই পঠিয়ালে। ফুলনিখন সঁচাকৈ বৰ ধুনীয়া হৈ উঠিছে। কলমটো থৈ তেওঁ থিয় হ'ল। ইমানপৰ বহি থকাৰ পিচতো তেওঁৰ দীঘল ভৰি দুখন অচল হৈ পৰা নাই— ভাবিয়ে তেওঁৰ ভাল লাগি গ'ল। নিজৰ দেশৰ মানুহৰ চলন-ফুৰণ শিকিবলৈ তেওঁৰ দিন লাগিছিল। যৌৱন কালটো তেওঁ আমেৰিকাত কটালে। তথাপি তেওঁ পাৰিছিল। তেওঁৰ দৃঢ় মনোবল আছিল। সেয়ে যুক্তৰাজ্যৰ বন্দী শিবিৰত কাল যাপন কৰাতকৈ জনমভূমিলৈ উভতি অহাটোকে তেওঁ ঠিক কৰিছিল। মাৰ্কিন কৰ্তৃপক্ষই যেতিয়া তেওঁক নিজৰ ভৱিষ্যতটো স্থিৰ কৰিবলৈ স্বাধীনতা দিছিল ডাক্তৰ চ'তান চাকাইএ অকনো সন্দেহ নকৰাকৈ জাপানলৈ উভতি আহিবলৈ মত প্ৰকাশ কৰিছিল।

স্বদেশলৈ উভতি আহি কিওটো চহৰৰ ওচৰতে তেওঁ বাসস্থান ঠিক কৰি ললে। পূৰ্বতে তাত কাজুকো পৰিয়ালটি বাস কৰিছিল। যুদ্ধৰ সময়ত পৰিয়ালটো তেনেই নিশ্চিহ্ন হৈ যায়। তাতেই এতিয়া বাস কৰে ডাঃ চাকাই, তেওঁৰ পৰিবাৰ আৰু একমাত্ৰ ছোৱালী জোচু। ল'ৰা এটি তেওঁৰ আছিল, জোচুতকৈ পাঁচ বছৰৰ ডাঙৰ; নাম কেন্‌চন্। জাপানলৈ উভতি আহিবলৈ তাৰ ইচ্ছা নাছিল। বন্দী শিবিৰত থাকোতেই যুদ্ধত যোগ দিছিল। পিচত ইটালীত তাৰ মৃত্যু হয়।

পশ্চিমীয়া ঔষধৰ এগৰাকী কৃতী চিকিৎসক হিচাপে ডাক্তৰ চাকাইৰ নাম গোটেই চহৰতে বিয়পি পৰিছিল। কাজেই তেওঁৰ ব্যৱসায়িক জীৱন আছিল স্বচ্ছল। চিকিৎসা ক্ষেত্ৰত তেওঁ সকলোৰে প্ৰতি সমানে দয়া দেখুৱাইছিল যদিও অভিজাত শ্ৰেণীৰ লোকৰ প্ৰতি তেওঁ বেচিকৈ আকৃষ্ট হৈছিল। তেওঁলোকৰ মাজত পুৰণি বন্ধুতা স্থাপন কৰিবলৈ ডাক্তৰৰ সদায় আগ্ৰহ আছিল।

ডাঙৰ আধুনিক হস্পিটেল এখনত কাম কৰি নিতৌ ঘৰলৈ উভতি

অহাৰ পিচত আধালিখা হৈ থকা খাদ্যপ্ৰাণ বিষয়ৰ পুথিখনত মনোযোগ দিয়া ডাক্তৰৰ এটি অভ্যাসত পৰিণত হৈছিল। সুদীৰ্ঘকাল চাকৰি কৰি এই বিষয়ত তেওঁ যথেষ্ট জ্ঞান আহৰণ কৰিছিল। মাজে মাজে সেই পঢ়া কোঠাটিৰ পৰাই আটোমটোকাৰিকৈ সজোৱা ফুলনিখনলৈ তেওঁ হেঁপাহ পলুৱাই চাইছিল! এটি সৰি পৰা পাত বা আগদিনাখন নিশা পৰুৱাই তোলা অকণমান মাটি দেখিলেও তেওঁ লৰি আহি নিজেই চফা কৰিছিল আৰু তৃপ্তি লাভ কৰিছিল। যুদ্ধ যেতিয়া শেষ হ'ল তেওঁৰ মাত্ৰ এটি চিন্তাই লাহে লাহে গধুৰ হৈ পৰিল। জোচুজনী ডাঙৰ হৈ আহিল। পোন্ধৰ বছৰ বয়সত তাই যেতিয়া আমেৰিকা এৰে তেতিয়া তাই ডাঙৰ হোৱা নাছিল। সৰু ছোৱালীৰ দৰে কোনো আপত্তি নকৰাকৈ মাক-পিতাকৰ লগে লগে জাপানলৈ গুচি আহিছিল। অইন বিষয়ত তাই বৰ বাধ্য নাছিল যদিও সন্দেহ আৰু ভয়ত তাই আমেৰিকা ত্যাগ কৰিবলৈ স্থিৰ কৰিছিল। মাৰ্কিন সঙ্গীবিলাকক দেখি তাই তবধ মানিছিল—ইমান ধুনীয়া! ইমান মৰমিয়াল! অথচ এদিন এই এটাইবোৰেই হঠাতে শত্ৰু হৈ পৰিল! সিহঁতৰ ধুনীয়া মুখবোৰ এনেভাৱে কুৎচিৎ হৈ পৰিল! তাইৰ এইটো সমূলি সহ্য হোৱা নাছিল। তাইৰ এটাইতকৈ মৰমিয়াল বান্ধৱী প'লীক এদিন তাই অভিযোগৰ সুৰত কৈছিল—"জানা প'লী, মই হলে আগৰ সেই জোচুজনী হৈয়ে আছোঁ।"

"—মিছা কথা" প'লীয়ে উত্তৰত কৈছিল, "তুমি জাপানী আৰু সেয়ে আমি তোমাক ঘৃণা কৰোঁ!"

জোচু নিমাত থাকিল। তুনাই তাই স্কুললৈ নগ'ল। কিছুদিন পিচত যেতিয়া মাক পিতাকে জাপানলৈ আহিবলৈ সকলো বন্দোবস্ত ঠিক কৰি পেলাইছিল তায়ো তেওঁলোকক নীৰৱে অনুসৰণ কৰিছিল—এখন ভগা হিয়াৰে। যিখন দেশ তাই নিজৰ বুলি ভাবিছিল, যি দেশত তাই জন্ম লভিছিল, যি দেশৰ ভাষাৰে তাই কথা কবলৈ

শিকিছিল সেইখন দেশেই শেষত তাইক খেদি দিলে। তথাপি জাপানক আদৰি লবলৈ তাই টান পাইছিল। জাপানত তিৰোতা-বিলাকৰ দুৰ্দশাগ্ৰস্ত জীৱনৰ কথা আইতাকৰ মুখত শুনি তাই ভয় খাইছিল। তাই সঁচাকৈ দোমোজাত পৰিছিল: দেউতাকৰ ঘৰত থকা বাবে এফালে যিদৰে নিৰাপদ বুলি ভাবিছিল, তাইৰ ভৱিষ্যতটো ভাবি আনফালে অন্তৰ কঁপি উঠিছিল।

ডাঃ চাকাইএ জীয়েকৰ মন বুজি পায় আৰু সেয়ে তেওঁৰ চিন্তাৰ কাৰণ আছিল। জোচু এতিয়া কুৰিবছৰৰ দুৱাৰদলিত, তাইক লৈ তেওঁলোকে কি কৰিব? বিয়া দিবলৈ হয়তো বেচি পলম নেলাগিব। জোচুৰ নিচিনা ধুনীয়া ছোৱালীৰ বাবে দৰা ঢেৰ ওলাব। কিন্তু কেনে বিয়া? দৰাৰ খবৰ কেবাটিও আহিছে, প্ৰত্যেকটো বাস্তৱিকে ছোৱালীৰ মতামতৰ বাবে তেওঁ পঠিয়ায়। যদিও অচিৰতে জীয়েকৰ অসম্মতি পাব বুলিও তেওঁ জানে। বিয়াৰ বিষয়ে ছোৱালীৰ লগতে কেতিয়াও তেওঁ আলোচনা নকৰিছিল আৰু পৰিবাৰ হাবিক'কো সেইদৰে নিষেধ কৰি থৈছিল। সমস্যাটো অতি জটিল। সেয়ে তেওঁ নিজে তাৰ দায়িত্ব লবলৈ বিচাৰিছিল—এটি সামান্য ভুলৰ বাবে জোচুৱে চিৰদিনলৈ বিয়া পৰিত্যাগ কৰি পেলাব পাৰে।

চটিজোতা যোৰ থৈ তেওঁ ফুলনিত সোমাল। একেবাৰে পুখুৰী-টোৰ ওচৰত থিয় দি জলপ্ৰপাতটিত পানীৰ নাচোন চাই তেওঁ মুগ্ধ হ'ল। জীৱনৰ সকলো সম্ভাৰ লৈ বসন্ত আকৌ আহিছে। তেওঁৰ সংযমী মনটোক ঋতুৰ প্ৰভাৱৰ পৰা আঁতৰত ৰাখিছিল যদিও জোচুৰ বাবে ন-কৈ এবাৰ উপলব্ধি কৰিবৰ চেষ্টা কৰিলে। এই বছৰৰ বসন্তই বা তাইলৈ কি আনিছে? যোৱা বছৰত ঠিক এনে সময়ত তাইৰ কি পৰিবৰ্তন হৈছিল তেওঁৰ এতিয়াও মনত আছে। চিকিৎসা বিজ্ঞানৰ সহচৰ হিচাপে ডাক্তৰে মনোবিজ্ঞান সম্বন্ধেও বেচ অধ্যয়ন কৰিছে। যোৱা বসন্তত হোৱা ছোৱালীজনীৰ মানসিক অস্থিৰতাৰ

কথা তেওঁ পাহৰা নাই। সাধাৰণ ধৰণৰ উপশমকাৰী ঔষধো তাৰ বাবে তেওঁ জোচুক খাবলৈ দিছিল। স্কুলৰ পৰা অহাৰ পিচত মনটো কামত ব্যস্ত ৰাখিবলৈ তেওঁ অপ্ৰকাশিত পুথিখনিৰ পৰা কেইপৃষ্ঠামান টাইপ্ কৰিবলৈ কাম ভগাই দিছিল। গৰম সোনকালেই পৰিছিল আৰু লগে লগে জোচুৰ অস্থিৰতা গৈ উদাসীনতাত পৰিণত হৈছিল। বয়সৰ এই পৰিবৰ্তনৰ চিনবোৰ ভদ্ৰ আচৰণেৰে তাই যিমানেই লুকাবলৈ যত্ন কৰক দেউতাকৰ হলে অকণো সন্দেহ নাছিল যে ছোৱালীজনী এতিয়া বিয়া দিবৰ হ'ল; আৰু সৰহদিন পলম কৰা উচিত নহয়।

কামিজটোৰ হাতখন কোচাই এবাৰ তেওঁ ঘড়ীটোলৈ চালে। প্ৰায় এক বাজে। জোচুৰ পলম হৈছে। তাই বাৰু ক'ত ঘূৰি ফুৰিছে? দুপৰীয়াৰ আহাৰ খাবৰ হ'ল। গৃহিণীৰ আদেশত চাকৰে তেওঁক খাবলৈ মতা নাই। তেওঁলোকে জোচুলৈ বাট চাইছে।

তেওঁৰ লাহে লাহে খঙ উঠিল। তাই যদি আৰু পোন্ধৰ মিনিটৰ ভিতৰত আহি নেপায় তেওঁ আৰু অপেক্ষা নকৰিব। সহজ আৰু শান্ত প্ৰকৃতিৰ হাৰিক'ক তেওঁ যথেষ্ট ভাল পাইছিল; হলেও জোচু লগত থাকিলেহে খোৱাত তেওঁ তৃপ্তি লাভ কৰিছিল। সেইবুলি পোন্ধৰ মিনিটৰ ভিতৰত তাই আহি নেপালে তেওঁ খোৱা টেবুলত বহিবই আৰু জোচুলৈ সাজি থবলৈ নিৰ্দেশ দিব। ঘৰৰ নিয়মানু-বৰ্তিতা কোনেও লঙ্ঘন কৰিব নোৱাৰিব। ঠিক দুই বজাৰ লগে লগে তেওঁ আকৌ হস্পিটেললৈ যাব লাগিব।

ঠিক দহ মিনিটৰ মূৰত জোচু ওলালহি। তাই অহা গম পাই চাকৰণীজনীয়ে আগবাঢ়ি আনিলেগৈ। জোচুৰ কৰ্তব্য ঘৰত সোমায়েই দেউতাকক মাত লগোৱা। মুহূৰ্ত্ততে তাইৰ মৃদু কণ্ঠস্বৰ তেওঁৰ কাণত পৰিল—

"—দেউতা, মই আহিলোঁ।"

পিচপিনলৈ উলটি চাই গহীনভাবে তেওঁ উত্তৰ দিলে, "—তোমাৰ বৰ পলম হ'ল।"

"—দেউতা, তাৰ বাবে মই দায়ী নহয়", তাই যোগ দিলে। ফুলনিত তেতিয়া দুপৰীয়াৰ ৰ'দ। সেই ৰ'দৰ জিলিকনিত তাইৰ সুঠাম অবয়বটো দেখি তেওঁ মনে মনে শঙ্কা কৰিছিল। কলেজৰ পৰা ওৰে বাটটো তাই এই চেহেৰাবে খোজ কাঢ়ি আহিছে। তাইৰ ক'লা চুলিটাৰি, ডাঙৰ আৰু উজ্বল চকুযুৰি, গোলাপীৰঙৰ গাল দুখন আৰু ৰঙা ওঠ দুটিয়ে পৰিশ্ৰান্ত দেহটোৰ সৌন্দৰ্য্য দুগুণে বঢ়াইছে।

"—তোমাৰ কিয় দোষ নহৰ ?" তেওঁ কৈফিয়ৎ সুধিলে।

"—মাৰ্কিন সৈন্যবোৰ আলিবাটেৰে গৈ আছিল",—তাই বুজাবৰ যত্ন কৰিলে। "—বহুত গৈছিল একেলগে। অপেক্ষা কৰাৰ বাহিৰে কাৰো উপায় নাছিল।"

"—তুমি ক'ত অপেক্ষা কৰিছিলা ?" —তেওঁ কৈফিয়ৎ সুধিলে।

"—ৰাজআলি এৰি হস্পিটেলৰ দুৱাৰমুখত।"

তেওঁ আৰু সুসুধিবলৈ ঠিক কৰিলে। "—বলা খাওঁগৈ। মোৰ সময় নাই। হস্পিটেললৈ পলমকৈ যোৱাটো মই ভাল নেপাওঁ। ডেকা ডাক্তৰসকলৰ বাবে ই এটি বেয়া আদৰ্শ হৈ ৰব।"

দেউতাকৰ কৰ্তব্যবোধৰ কথা তাই জানে। ততালিকে সেয়ে ক্ষমা বিচাৰিলে, "—দেউতা তাৰ বাবে মই সঁচাই দুঃখিত।" তাই জাপানীভাষাতে উত্তৰ দিছিল। কাৰণ দেউতাকে তাকেই বিচাৰে বুলি তাই জানে। নহলে তাই ইংৰাজীতে কৈ ভাল পালেহেতেন।

* * * *

দেউতাক তাইৰ বাবে ইমান ব্যস্ত কিয়, তাই জানে। তাই নিজকে লুকাই ৰাখিবলৈ যত্ন কৰিছিল। তাইৰ মনৰ ভাব দেউতাকক জানিবলৈ দিয়া নাছিল। তেওঁৰ সন্মুখত যদিও তাই স্বাভাৱিক ধৰণেই কথা পাতিছিল তথাপি তেওঁ সন্দেহ কৰিছিল সেয়া যেন

তাইৰ আচল ৰূপ নহয়। তেওঁৰ ভুল হোৱা নাছিল। জোচুএ এটি সুমুখীয়া জীৱন যাপন কৰিছিল—অইন কোনো অশান্তিৰ বাবে নহয়, বয়সোচিত যৌৱনৰ বাবে। পোন্ধৰ বছৰ বয়সলৈকে তাই কালিফ'ৰ্নিয়াত আছিল। তাৰ গাখীৰ, ফলমূল আৰু মাংসৰ গুণতে তাইৰ এই স্বাস্থ্য বুলি তাই নিজে বিশ্বাস কৰিছিল। গোটেই শৰীৰটোত তাই অসীম শক্তিৰ প্ৰেৰণা পাইছিল, মনটো হৈ পৰিছিল তীব্ৰ আৰু অতি কৌতূহলী। শান্ত আৰু তেজহীন জাপানী ছোৱালীবোৰৰ তুলনাত এইখিনিতে তাইৰ প্ৰভেদ। সেয়ে সিহঁতে তাইক দেখি আচৰিত হৈছিল, যদিও পেটে পেটে বৰ ভাল নেপাইছিল। তাইক সিহঁতে 'মাৰ্কিন ছোৱালী' নাম দিছিল আৰু তায়ো কোনো প্ৰতিবাদ নকৰিছিল।

"—তুমি মাৰ্কিন ছোৱালীৰ দৰে খোজ কাঢ়া"—তাইৰ এগৰাকী বন্ধু হাৰু মিচিমাই এদিন কৈছিল।

চহৰত কেইগৰাকীমান মাৰ্কিন তিৰোতা আছিল। অৱশ্যে টোকিঅ' আৰু ওচাকাতকৈ কম। জোচুএ লক্ষ্য কৰিছিল সঁচাকৈ তাই সিহঁতৰ দৰেই খোজ কাঢ়ে। তাইৰ আহাৰত অৱশ্যে এতিয়া ভালেখিনি পৰিবৰ্তন ঘটিছে। আমেৰিকাত খোৱা গাখীৰ, ৰুটি, মাখন, কণী আৰু মাংসৰ সলনি তাই আজিকালি ভাত মাছ, শাক-পাচলি আদিতে তৃপ্তি পায়। সেইদেখি মাকে সিদিনা হাঁহি হাঁহি কৈছিল, "—তোক শিক্ষিত মানুহৰ ছোৱালী বুলি কোনে কব? খেতিয়কৰ ঘৰৰ ছোৱালীৰ দৰে তই খাৱ।"

খোৱাৰ মাজতে ডাঃ চাকাইএ জীয়েকৰ প্ৰতি কেবাবাৰো চাইছিল। তাইৰ গাৰ ৰঙটো যে তীব্ৰ হৈ উঠিছে তাক তেওঁ লক্ষ্য কৰিছিল। সদায় দেখি অহা গোলাপী গাল দুখন একেবাৰে ৰঙা হৈছে।

"—মাৰ্কিন সৈন্যবোৰ খোজকাঢ়ি যাওঁতে তুমি ব'দত আছিলা নেকি?" তেওঁ সুধি পেলালে।

"—হয় দেউতা।" তাই স্বীকাৰ কৰিলে। "—ছাতিটো ৰাতিপুৱা ঘৰতে এৰি গলো। ভাবিছিলো পাহাৰৰ ওপৰৰ পিনে ডাৱৰ আছে যেতিয়া চোকা ৰ'দ নেপাম।"

"—এনেকুৱা ডাৱৰে তুপৰীয়া বতৰ ফৰকালহে কৰে" তেওঁ কলে।

"—ববষুণ হলে সাগৰৰ পিনৰ পৰাহে আমি আশা কৰিব পাৰোঁ।" মাকেও তাইলৈ চালে ;—"তই সঁচাকৈ ৰঙা পৰিছ। খাই বৈ উঠি ভালকৈ পাউদাৰ লবি।"

"—ঘৰখনত মই অকল হৈ মস্কিলতে পৰিলো" মুখ বিকতাই মিচিকিয়া হাঁহিৰে তাই উত্তৰ দিলে। "—আপোনালোক তুয়োৰে আৰু অইন কাম নাই কেৱল মোকেই নিৰীক্ষণ কৰি থাকিব।"

মাক-দেউতাকে তেতিয়া দৃষ্টি আঁতৰাই নি ফুলনিখনত থলেগৈ আৰু সেইখন কেনেকৈ অধিক মনোমোহা কৰিব পাৰি তাৰ কথা উলিয়ালে। পৰিস্থিতি লাহে লাহে শান্ত হৈ আহিল। জোচুৱে একো নেমাতি মাক-দেউতাকক খোৱা বস্তুবে আলপৈচান ধৰাত মনোযোগ দিলে। হঠাৎ তাইৰ ককায়েকলৈ মনত পৰিল। ককায়েক থকাহেতেন পিতৃ-মাতৃৰ এই অশেষ মৰম তুয়োজনে ভগাই ললেহেতেন। ককায়েকৰ সৈতে তাই আমেৰিকাৰ স্মৃতি আলচিব পাৰিলেহেতেন। হয়তো এনেকুৱা সময়ত ককায়েকে তাইক আমেৰিকালৈকে মাতি পঠিয়ালেহেতেন। কাৰণ ইমান পৰে তাত থকা বাগদত্তা গাভৰুজনীক সি বিয়া কৰালেহেতেন। হয়তো সিহঁতৰ ল'ৰাছোৱালীও তাই দেখিলেহেতেন। ককায়েকৰ মৃত্যুৰ বাতৰিত গাভৰুজনীয়ে শোক কৰিছিল। পিচত তেওঁ আন এজন ডেকালৈ বিয়াত সোমাল। তাৰ পিচত তেওঁৰ কথা একো জনা নাই। তথাপিও গাভৰুজনীৰ স্মৃতি জোচুৰ অন্তৰত জীৱিত আছে। ক'লা কেঁকোৰা চুলিটাৰিৰে ঘূৰণীয়া মুখখনি। উজ্বল আমেৰিকান পোছাক

আৰু হাইহিলেৰে তেওঁক বৰ ধুনীয়া লাগিছিল। লচ্ এঞ্জেল্‌চ্ হাইস্কুলত পঢ়াকালত এবাৰ তেওঁ 'মে কুইন্' ( May Queen ) নিৰ্বাচিত হৈছিল। তেওঁৰ দেউতাক আছিল খৃষ্টান গীৰ্জা এটিৰ ধৰ্মযাজক। চাকাই পৰিয়ালটো অতীজৰে পৰা বৌদ্ধপন্থী। খৃষ্টান পৰিয়ালটোৰ বাবে ইয়েই আছিল ডাঙৰ সমস্যা। ডাঃ চাকাইএ তেওঁৰ ল'ৰা গীৰ্জালৈ গৈ বিবাহবান্ধোনত সোমোৱাটো পচন্দ নকৰিছিল। একোৱে নঘটিল গৈ অৱশেষত ! বিয়াৰ নিৰ্দিষ্ট দিনৰ আগেয়ে ককাযেকৰ মৃত্যু হ'ল। তেতিয়া চাকাই পৰিয়ালটো কিওটোত আৰু খৃষ্টান পৰিয়ালটো সুদূৰ আবিজোনাত।

ঘৰত কোনেও বিয়াৰ দিনটোৰ কথা উল্লেখ কৰা নাছিল যদিও তাই মাক-দেউতাকৰ শোকাকুল হিয়াৰ স্পন্দন সিদিনা শুনিছিল আৰু ফুলনিত সোমাই এচটা ডাঙৰ শিলৰ আঁৰত বহি ককায়েকৰ বাবে নীৰৱে কান্দিছিল।

"—টাকাচি মাটচুৱে আজি মোক চাহৰ নিমন্ত্ৰণ দিছে" দেউতাকে নতুন আলোচনাৰ পাতনি মেলিলে। "—মাতিৰবো আজি পাঁচদিন হ'ল, গতিকে আবেলি যাবই লাগিব।"—খোৱাৰ শেষত চাহৰ পিয়লাটো হাতত তুলি তেওঁ কলে।

টাকাচি মাট্‌চু তেওঁৰ ৰোগীবিলাকৰ ভিতৰত আটাইতকৈ চহকী। বহুদিনৰ পৰা তেওঁ পিত্তৰ বেমাৰত ( গল্ ব্লাদাৰ ) ভুগি আছিল। তেওঁৰ তিনিজন ল'ৰাৰ ভিতৰত এজন ৰাচিয়াত বন্দী হৈ আছে, এজন নান্‌কিং আক্ৰমণৰ সময়ত মৃত্যুমুখত পৰে। তৃতীয়জন সম্প্ৰতি ঘৰতে, তাৰ নাম কৱৰী মাট্‌চু। এই লৰাটিয়েই মাক-দেউতাকৰ সকলো মৰম আৰু ধন-ঐশ্বৰ্য্যৰ একমাত্ৰ উত্তৰাধিকাৰী। মৰ্মাহত পিতৃমাতৃৰ অন্তৰত আনন্দ আৰু আশাৰ সঞ্চাৰ কৰোঁতা বুলিবলৈ সিয়েই আছে। কাৰণ দেউতাকৰ বিশ্বাস জাপানে আৰু যুদ্ধ নকৰে; গতিকে তেওঁৰ ল'ৰা যুদ্ধত যাবলগীয়া নহয়। সমৰ-প্ৰস্তুতি নিষেধ

কৰি জাপানৰ নতুন সংবিধান ৰচা হৈছে। বিজয়ী মাৰ্কিন চৰকাৰেও দাবী কৰিছিল যে জাপানে আকৌ সমৰ সজ্জাত ব্ৰতী হব নোৱাৰে। সেয়ে কবৰী মাটচু এতিয়াও টকিঅ' বিশ্ববিদ্যালয়ত অধ্যয়ন ৰত।

মাটচু পৰিয়ালটো অতি পুৰণি আৰু স্বভাৱত গোড়া প্ৰকৃতিৰ। প্ৰাচীন ৰীতিনীতিৰ প্ৰতি টাকাচি মাটচুৰ অশেষ শ্ৰদ্ধা। যুদ্ধবিধ্বস্ত জাপানত পশ্চিমীয়া ৰীতি-নীতিবোৰ সোমাই যাতে জাপানৰ পুৰণি সত্তাটো নিশ্চিহ্ন কৰিব নোৱাৰে, এয়ে আছিল তেওঁলোকৰ লক্ষ্য। এইখিনিতে ডাঃ চাকাই আৰু মিঃ মাটচুৰ মনৰ মিল। তেওঁলোকৰ বন্ধুত্বও গঢ়ি উঠিছিল এনেকুৱা আলাপ-আলোচনাৰ যোগেদি। আবেলিৰ 'চাহ-উৎসৱৰ'* কথা মনত পৰিলত ডাক্তৰে সৰহকৈ নেখালে। কাৰণ চাৰি ঘণ্টা জুৰি যি উৎসৱ মাটচুৰ ঘৰত চলিব তাত বহুত কিবাকিবি খাব লাগিব। মিঃ মাটচুৰ সৈতে অকলে কথা পতাৰ সুযোগ ওলালে তেওঁৰ ল'ৰাৰ কথা সুধিব, ডাক্তৰে মনতে ভাবিলে। কিমান মূল্যবান এই কবৰী নামৰ ল'ৰাটি? কবৰীৰ কথা ওলালে তেওঁৰ একমাত্ৰ ছোৱালীজনীৰ কথাও ওলাব। আগেয়ে দুবাৰো এইদৰে ওলাইছিল তেওঁৰ মনত আছে। জোচুও তেওঁলোকৰ অতি মৰমৰ ছোৱালী।

খোৱা নীৰৱে শেষ হৈ গ'ল। কিন্তু দেউতাক বা জীয়েকে কোনেও কাৰো মনৰ কথা তুলিয়ালে। মাটচুৰ তৃতীয় ল'ৰা কবৰীৰ বিয়া পাতিবৰ উপযুক্ত বয়স হৈছে। দৰাচলতে জোচুতকৈ সি দুবছৰৰ ডাঙৰ। আগৰ দিন হোৱা হলে দুয়োজন দেউতাক বহি বিয়াৰ দিন ঠিকেই কৰি পেলালেহেতেন। কিন্তু বৰ্তমানৰ অভিভাৱক সকল তেওঁলোকৰ সীমাবদ্ধতাৰ বিষয়ে সজাগ। নাগাচাকি আৰু হিৰ'-

---

*'টি চেৰিমণি' বা চাহ উৎসৱ জাপানৰ এটি জাতীয় উৎসৱৰ দৰে। তাত কলা আৰু প্ৰকৃতিৰ গভীৰ আলোচনা হয়। সামাজিক মিলন আৰু উৎকৃষ্ট খাদ্য সেবন ইয়াৰ বৈশিষ্ট্য।—অনুবাদক

চিমাত নিক্ষেপ কৰা এটম বোমাই কেবল মাটি, কীটপতঙ্গ বা মানুহৰ জীয়া দেহবোৰকে ধ্বংস কৰা নাই। ডাঃ চাকায়ে অবশ্যে এই ল'ৰাটিৰ বিষয়ে জোচুৰ আগত একো কোৱা নাই কিন্তু পৰিবাৰক কৈছে। তেওঁ ইয়াকো কৈছে যে কবৰীৰ এই বিয়াত সন্মতি আছে আৰু জোচুৰেও কথাটো ভালদৰে ভাবি চোৱা উচিত। মাকে জানো জীয়েকক নোকোৱাকৈ আছে? কৈছে। কিন্তু জোচুৰে তাইৰ মনটো ঠিক কৰিব পৰা নাই। কবৰীৰ কথা ভাবিবলৈ তাইৰ মনটো নাচি উঠা নাছিল। সেই বুলি কবৰীক বেয়া পাবৰো একো কাৰণ নাই। সুশিক্ষিত, সুস্থ আৰু সুঠাম দেহৰ কোনো যুবককে তিৰোতাই বেয়া পাব নোৱাৰে। কবৰীক তাই লগ পায় মাজে সময়ে। অৱশ্যে কোনো নিৰ্দিষ্ট সময়মতে নহয়—হঠাতে। টকিঅ' বিশ্ববিদ্যালয়ত সি পঢ়ি আছে। বন্ধত এতিয়া ঘৰতে আছে। কেইদিনমান আগেয়ে তাই তাক লগ পাইছিল বসন্ত উৎসৱত। প্ৰশান্ত চেহেৰাৰে ডেকা ল'ৰাজন। প্ৰথমতে সি লাজ কৰিছিল। তাই কিন্তু অতি সহজ-ভাবেই তাৰ সৈতে কথা পাতিব পাৰিছিল। তেনেই বগাকৈ মানুহটো। কপালখন অলপ ওখ, দেখিলেই লাজকুৰীয়া যেন অনুমান হয়। আমেৰিকান পোছাকেৰে তাৰ বগা তেজ আৰু বগা ছাল ভালদৰে জিলিকি উঠিছিল সিদিনা বসন্ত উৎসৱৰ সময়ত। তাৰ বাবে তাই কবৰীক অভিনন্দন জনাইছিল অৱশ্যে মাকিন ৰীতিমতেই। তথাপিও তাই তাক অন্তৰ যাচিব পৰাকৈ ভাল পাব পৰা নাছিল। তাই নিজেই বিস্মিত হৈছিল; কিয়? কাৰণ তাই অন্তৰৰ পৰা বিচাৰিছিল কোনোবা এজন ডেকাক প্ৰাণ ঢালি ভাল পাবলৈ আৰু তেওঁৰ অৰ্দ্ধাঙ্গিনী হবলৈ। তেনেকুৱা দৰদী হিয়া এখন পালে তাই যেন নিজকে বিলাই দিব তেওঁৰ ওচৰত। কবৰীৰ সান্নিধ্যত তাইৰ কামনা আৰু বাসনাই যেন প্ৰাণ বিচাৰি নেপায়। কিয়, তাই নুবুজে। অতি কষ্টেৰে তাই কবৰীৰ মিঠা কথা কেইষাৰৰ উত্তৰ

দিয়ে। তাৰ প্ৰেমসনা ডাঙৰ চকুহাললৈ তাই চাব নোৱাৰে। তাইৰ পৰা অকণো সঁহাৰি নোপোৱাকৈ মানুহজনে ইমান মুকলিকৈ তাইক ভাল পাবৰ কি স্বত্ব আছে ? এইবোৰকে ভাবি গুণি তাই খোৱা শেষ কৰিলে, আৰু খোৱা টেবুলৰ পৰা উঠি মাক দেউতাকৰ ওচৰত আঠু ললে। কলেজলৈ যাবৰ পলমেই হ'ল। লৰালৰিকৈ কাপোৰ পিন্ধি যাবলৈ ওলাল। ছাতিটো লবলৈ নেপাহৰিলে। ইয়াৰ বাবেই আজি খোৱা সময়ত তাই ইমান কথা শুনিব লগা হ'ল।

পদূলিমুখৰ পৰা আলিত ভৰি দি মানুহ-দুনুহৰ ভিৰ কম যেনেই লাগিল তাইৰ। ভাবিলে আমেৰিকান সৈন্যবোৰ বোধহয় বাহিৰৰ দৃশ্য চাবলৈ সিচৰতি হৈ পৰিছে। বন্ধৰ দিন কটাবলৈ সিহঁতে টকিঅ' বা ওচাকাৰ পৰা কিওটোলৈ আহে। কিওটোত থকা পুৰণি জাপানী সংস্কৃতি আৰু ভাস্কৰ্য্যৰ কথা সিহঁতৰ পুথিত লিখা আছে নিশ্চয়, তাই ভাবিলে। তাই শুনিছিল যে বোমা পেলাবলৈ অহা মাকিন সৈন্যক কিওটো ধ্বংস নকৰিবলৈ নিৰ্দেশ দিয়া আছিল। একে কাৰণতে জাপানী সেনায়ো পিকিং ধ্বংস নকৰিলে। তাইৰ দেউতাকৰ কিন্তু বিশ্বাস আছিল যে কিওটো ৰক্ষা নপৰিব, কাৰণ মাৰ্কিনবোৰে সংস্কৃতি, সভ্যতা একো বুজি নেপায় বুলি তেওঁৰ ধাৰণা। কেতিয়াবা তেওঁ দুখেৰে মন্তব্য কৰিছিল, —"সাম্যবাদৰ বৰ্ব্বৰতা আৰু আমেৰিকাৰ নীচতা ইয়াৰ ভিতৰতে জাপানে এটি পথ বাচি লব লাগিব।"

তাইৰ দেউতাক আছিল উগ্ৰপন্থী লোক, এই অভিযোগটোকে তাই প্ৰকাশ কৰি কব পাৰিছিল আৰু কৈ আনন্দও পাইছিল। আমেৰিকাক ঘৃণা কৰিবলৈ গৈ তেওঁ হৈ পাৰিছিল জাপানৰ পুৰণি ৰীতি-নীতিৰ মহা পৃষ্ঠপোষক এজন। এইবোৰ তাই পচন্দ নকৰিছিল। চাহ উৎসৱত যোগ দিবলৈ এবাৰ তাই দেউতাকৰ সৈতে মিঃ মাটচুৰ ঘৰলৈ যোৱা মনত আছে। ডাঙৰ আৰু বয়সীয়াল

লোকবোৰ গোটখাই মুকলি ঠাইত ঘণ্টাৰ পিচত ঘণ্টাকৈ বহি গহীন আলোচনা কৰা আৰু চাহখাবলৈ বৈ থকা কথাটো তাইৰ ভাল লগা নাছিল। মানসিক আৰু আধ্যাত্মিক আলোচনাবোৰ তাইৰ বাবে বিৰক্তিকৰ হৈ উঠিছিল। মিঃ মাটচুৰে স্বৰচিত কৱিতা এফাঁকি এনেদৰে গাইছিল যেন তেওঁ সেই মুহূৰ্ত্ততে কবিতা ফাঁকি ৰচনা কৰিছিল। অথচ তাই জানে তাৰ বাবে তেওঁ বহুত সময় খৰচ কৰিব-লগীয়া হৈছিল। কৰৱীৰ সৈতে ভালদৰে পৰিচয় হলে তাই কৈ দিব। পলম কৰি কি লাভ? পিচৰবাৰ যেতিয়াই তাই কৰৱীক লগ পায় কথাটো কৈ পেলাব।

এইবোৰকে মনত আলচি তাই ৰাজ আলিয়েদি আগবাঢ়ি গৈ আছিল। মনত আনন্দও পাইছিল। কিয়নো এইবোৰ কথা কাৰো আগত প্ৰকাশ কৰিব নোৱাৰি। এনেকি মাকৰ আগত কলে তেৰোঁ মুশুনিব; জোচুৰে তথাপি কবলৈ নেৰিলে তেওঁ কাণত আঙুলিৰে সোপা দি বহি থাকিব। দুপৰীয়াৰ ৰ'দত তাই ঘামিছিল। ছাটিটোৰ বৃত্তাকাৰ ছাঁটোৰে তাইৰ একমাত্ৰ সঙ্গী হৈ নাচি নাচি গৈ আছিল। আগদিনাখনৰ বৰষুণৰ পিচত নতুন কুঁহিপাত মেলি গছ-গছনি, ফুল-লতিকাবোৰ বসন্তৰ পৰশত চালে চকুৰোৱা হৈ উঠিছিল। বসন্তৰ মধুৰ মলয়াত উশাহ লৈ জোচুৰে অনুভৱ কৰিছিল তাইৰ শৰীৰত তেজবোৰ যেন অধিক বেগেৰে প্ৰবাহিত হব ধৰিছে। তাইৰ দৌৰি যাবৰ মন হৈছিল। আমেৰিকাত থাকোঁতে অইন ছোৱালীৰ দৰে মুকলিভাবে তায়ো দৌৰিছিল আৰু ধেমালি কৰিছিল। তেতিয়া সিহঁতক এজাক পখিলাৰ সৈতেহে বিজাৰ পাৰি। মুখত সদায় হাঁহি। জাপানত তেনেকৈ তাই ধেমালি কৰা নাই। অইন ছোৱালীবোৰক সেইদৰে দৌৰি ৰং কৰা তাই দেখা নাই।

হস্পিটেল পাৰ হৈয়ে সিহঁতৰ কলেজখন। এই হস্পিটেলৰ দুৱাৰমুখতে মাকিন সৈন্যবোৰ বৈ থকা সময়ত ৰাতিপুৱা তাই থিয় হৈ

অপেক্ষা কৰিছিল। তাই মনোযোগ দি সিহঁতলৈ চোৱা নাছিল। দেখিবলৈ সিহঁত আটাইবোৰ একেই; একেদৰে হাঁহে, কথা কয় আৰু ইটোৱে সিটোৱে ঠেলা-ঠেলি কৰি আনন্দ পায়। অইন মানুহে সেইদেখি সিহঁতক ল'ৰাৰ নিচিনা বুলি কয়; বয়সৰ ছাপ সিহঁতৰ গাত নপৰা বুলিয়ে কব পাৰি।

হস্পিটেলৰ ফুলনিখন নানা তৰহৰ ফুলেৰে ৰমকজমক হৈ উঠিছে। তাইৰ বৰ ভাল লাগে এই ফুলনিখন। দেউতাকৰ হলে এই ফুলবোৰৰ প্ৰতি অকনো আগ্ৰহ নাই। সিহঁতৰ ফুলনিখনৰ সৌন্দৰ্য্য তেনেই সৰল আৰু গহীন। বাঁহ, সৰল গছ, শিল আৰু পানী। মাকে অৰশ্যে ৰান্ধনীঘৰৰ পিচফালে কেইজোপামান ফুল ৰুইছে।

দেউতাকৰ কথা মনত পৰিলে জোচুৰ ভালো লাগে আৰু খঙো উঠে। আমেৰিকা এৰি অহা বাবে তাইৰ দেউতাকৰ প্ৰতি খং। আমেৰিকাত তিৰোতাবিলাকৰ কিমান সুখ! কিন্তু জাপানত? জাপানত তিৰোতাবোৰ সদায় আনৰ অনুগ্ৰহ-প্ৰাৰ্থী। কৰ্তব্য পৰায়ণ হলেও সিহঁতৰ স্বাধীনতা নাই।

তাইৰ এটি হুমুনিয়াহ ওলাই আহিল। নিশ্বাসত ভিতৰলৈ গ'ল ফুলবোৰৰ পৰা ভাহি অহা এটি মৃদু গোন্ধ। হস্পিটেলৰ পদূলিমুখত তাই ছাতিটো জপাই ললে। কোনোবা এজন পদূলিমুখতে বৈ আছে। ওখ কিন্তু পাতলকৈ মাৰ্কিন ডেকা এজন। পোছাকত সামৰিক বিষয়া যেন লাগে। এখনৰ ওপৰেদি আনখন ভৰি পাৰ কৰি জেপত হাতদুখন ভৰাই ডেকাজনে দেৱালত আউজি কাৰোবালৈ অপেক্ষা কৰিছে। তাইৰ সেই পিনে চকু গ'ল। অলপ ভয় খালে। ডেকাজনৰ ওঁঠত মিচিকিয়া হাঁহি। সি আগবাঢ়ি আহি মাত লগালে, "—মই তোমালৈ বাট চাই আছোঁ।"

তাই অবাক হ'ল! কেবল ডেকাজনৰ মুখলৈ চাই থাকিল। বৰ ধুনীয়া চেহেৰা! সঁচাকৈ সি ধুনীয়াই আছিল। নীলা চকু, গাৰ ৰং

অতি সুন্দৰ আৰু মিহি। চিকুন দাঁতবোৰেৰে মুখখনি বেচ মৰম লগা। সুশ্ৰী আৰু সুঠাম দেহৰ ডেকাজনক বহল বুকু আৰু কঁকালত আটিলকৈ বন্ধা পেটীডালেৰে যথেষ্ট বলীষ্ঠ যেন লাগিছিল।

চকুত মিচিকিয়া হাঁহি লৈ সি আকৌ সুধিলে, "—পচন্দ হৈছে নে কি?"

তাই লাজত ৰঙা পৰি গ'ল। কিবা এক আচৰিত দৃশ্য দেখাৰ দৰে তাই তাৰ ফালে চাই আছিল। কিন্তু সি একো অচিনাকি নহয় বুলিয়ে তাই সেইদৰে চাব পাৰিছিল। তাইৰ মনটো ততালিকে উৰি গৈছিল কালিফ'ৰ্নিয়ালৈ, আৰু তাৰ স্কুলত লগ পোৱা ডেকাবোৰলৈ। সেই ডেকাবোৰ লাহে লাহে তাইৰ পৰিচিত হৈ আহিছিল। এনেতে দেউতাকে চিৰদিনলৈ আমেৰিকা পৰিত্যাগ কৰা সিদ্ধান্ত ললে। ডেকাজনৰ মাতটো তাইৰ মৃত ককায়েকৰ দৰেই লাগিছিল।

"—অ' তেনেহলে তুমি ইংৰাজীৰে কব নোৱাৰা?" ডেকাজনে পুনৰ সুধিলে।

"—ইংৰাজী মই কব পাৰোঁ—" অলপ সহজভাবেই তাই উত্তৰ দিলে।

ডেকাজনে মূৰৰ পৰা টুপীটো নমাই সম্ভাষণ জনালে। "—মোৰ এটা ডাঙৰ কামনা আজি পূৰণ হ'ল"—সি কৈ গ'ল। "মই ভাবিবই পৰা নাছিলোঁ।"

"—কি ভাবিবই পৰা নাছিলা?" তাই সুধিলে।

"—মই লগ পাবলৈ বিচৰা জাপানৰ একমাত্ৰ ছোৱালীজনীয়ে যে মোৰ ভাষাত কথা কব পাৰে।"

তাই মিচিককৈ হাঁহি কলে, "—কেনেকৈ মোকেই লগ পাবলৈ বিচাৰিছিলা? মই দেখোন কেতিয়াও তোমাক দেখা নাই?"

ডেকাজনে কলে "—আজি ৰাতিপুৱা আমি এই বাটেৰে গৈ থাকোঁতে তুমি মোৰ ফালে চকু দিছিলা; কিন্তু

মোক দেখা নাছিলা। তোমাক এই কুঞ্জবনৰ তলত থিয় হৈ থকা মই দেখিছিলোঁ। এয়া কুঞ্জবন, নহয় জানো ? আমাৰ ঘৰতো এনে এখন ফুলনি আছে। ততালিকে মোৰ মালৈ মনত পৰিছিল। আৰু ইয়াতো দেখিছিলোঁ তোমাক ; বৰ ভাল লাগিছিল।"

"—আলিবাটেৰে মাৰ্কিন সেনাবোৰ গৈ থকা বাবে মই ইয়াত সোমাইছিলো।"

"—চহৰ আমি পাৰ হৈ গৈছিলোঁ। কিন্তু মই আকৌ উভতি আহিলো। সিহঁত নাৰালৈ যাব। আমাৰ ছুটি আছিল, জানা ? নাৰালৈ মই যি কোনো সময়তে যাব পাৰোঁ। কিন্তু মই ভাবিলো ইয়ালৈ আহি অপেক্ষা কৰিলে তোমাক লগ পামেই। সেয়ে ঘূৰি আহিলো।"

"—এইটোৱে আমাৰ স্কুললৈ যোৱা আলিবাট।"

"—তুমি এতিয়াও স্কুলতে আছা ?"

"—অ' নহয়, কলেজত। বাৰু, এতিয়া মই যাওঁ। মোৰ পলমেই হৈছে।"

"—মই তোমাৰ সৈতে পৰিচয় হব খোজোঁ।"—সি ক'লে। স্বাভাৱিকতে ডাঙৰ আৰু গহীন মাতটো অলপ কোমল কৰি ক'লে।

"—মই নোৱাৰিম।" তাই সবলভাবে ক'লে আৰু যাবলৈ সাজু হ'ল।

"—কেলেই নোৱাৰিবা।" বুলি কৈ সিও তাইৰ লগে লগে খোজ পেলালে। তাইৰ খঙ উঠিল আৰু ছাতিটো মেলি ললে। তাই কি কৰিব এতিয়া ? যদি কোনো চিনাকি লোকে তাইক আমেৰিকান এজনেৰে সৈতে গৈ থকা দেখে আৰু দেউতাকক কয় গৈ, তাইৰ কি গতি হব বাৰু ?

"—অনুগ্ৰহ কৰি তুমি আঁতৰি যোৱা। "—কৈয়েই তাই বেগাই যাব ধৰিলে।

"—জাপানত ধুনীয়া ছোৱালী এজনী লগ পাবলৈ কোনো উপায়েই

নাই নেকি ?” —সি পিচে পিচে কৈ গ’ল। “যদি মই তোমাৰ ঘৰলৈ গৈ পৰিচয় হওঁ আৰু তোমাৰ মা দেউতাৰাক লগ ধৰোঁ ?”

“ওহোঁ, নহব।” তাই প্ৰায় চিঞৰি উঠিল। “দেউতাই বৰ বেয়া পাব।”

“কিয় ?”

“কাৰণ অতি স্পষ্ট।” তাই ফালৰি কাটি যাব বিচাৰিলে।

“তেওঁ আমেৰিকাক ভাল নেপায় জানো ?” সি গহীনভাবে সুধিলে।

“আমেৰিকাক তেওঁ ভালদৰে চিনি পায়।” তাই উত্তৰ দিলে।

“সঁচাই ?”

“এসময়ত আমি তাতেই আছিলোঁ। যুদ্ধৰ সময়ত আমি নিজ দেশলৈ গুচি আহিলো।”

কলেজৰ পদূলিমুখ নিচেই ওচৰতে। ইয়াতে তাই নিশ্চয় তাক বিদায় দিব লাগিব। তাইৰ ভাগ্য ভাল যে তেতিয়ালৈকে তাইক কোনেও দেখা নাই। ডুপৰীয়া খোৱা লোৱাৰ পিচত প্ৰায় সকলোৱে এঘণ্টামান শোৱে।

“অনুৰোধ কৰি কৈছোঁ মোৰ লগত নাহিবা”—তাই অলপ উত্তেজনাত কৈ উঠিল। “আহিলে সঁচাকৈ মোৰ বিপদ হব।”

“তেনেহলে মই নেযাওঁ”,—সি ততালিকে উত্তৰ দিলে। “কিন্তু কাইলৈ আকৌ ইয়াতে অপেক্ষা কৰিম। এইয়া মোৰ নাম।” জেপৰ পৰা চামৰাৰ সৰু বেগ এটি উলিয়াই ডেকাজনে এখন সৰু কাৰ্ড বাহিৰ কৰিলে আৰু তাইলৈ আগবঢ়াই দিলে। চিন্তাৰ দোমোজাত পৰি শেষত তাই হাতখন আগবঢ়াই ললে ; তাত লিখা আছে “শ্বেকেণ্ড্ লেফ্টেনেণ্ট্ এলেন কেনেডী।”

“তোমাৰ নামটো মোক কবানে ?”—সি সুধিলে। তাই নকওঁ বুলিয়ে ভাবিছিল। হঠাৎ ডেকাৰ মুখলৈ তাইৰ চকু গ’ল। ইমান

ধুনীয়া আৰু মৰমিয়াল ! ওঠত মিচিকিয়া হাঁহি ! তাইৰ ভাল লাগি গ'ল। ঠিক এনেকুৱা এজন মাৰ্কিন যুবকক পাবলৈকে তাইৰ মন যেন উত্ৰাবল হৈ আছিল। তাই নিজকে বৰ অকলশৰীয়া বোধ কৰিছিল। জাপানত কাৰো সৈতে তাই বন্ধুতা পাতিব নোৱাৰিছিল। কালিফ'ৰ্ণিয়াত জীৱনৰ সৰহকাল তাই কিদৰে কটাইছিল তাকতো তেওঁলোকে জনা নাছিল। আনকি তাৰ বাবেই তাই তেওঁলোকৰ প্ৰিয়পাত্ৰী হব পৰা নাছিল।

"মোৰ নাম জোচু চাকাই" লাহেকৈ তাই কলে।

"জোচু চাকাই"—সি পুনৰ উচ্চাৰণ কৰিলে। "—তোমাৰ ঘৰ ক'ত নকৰা জানো ?"

তাই ভয়ত মূৰ জোকাৰিলে। কিন্তু ডেকাজনৰ অনুনয়সূচক চাৱনি প্ৰত্যাখ্যান কৰিবলৈ তাই টান পালে। শৰীৰটো যেন হঠাৎ গৰম হৈ উঠিল। কি কৰিব একো ঠিক কৰিব নোৱাৰি ছাতিটো জপাই তাই পদূলিমুখেৰে দৌৰি ভিতৰ সোমাল আৰু ওচৰতে থকা বাঁহজোপাৰ আঁৰত লুকালগৈ। ডেকাজনে পদূলিমুখলৈকে আহি অলপ পৰ ঠিয় হ'ল। পিচত ইফালে সিফালে চাই কাকো নেদেখি উলটি গ'ল। কিন্তু সেই ফুল জোপাৰ তলত ক্ষন্তেক আগেয়ে য'ত দুয়োজনে কথা পাতিছিল অলপ সময় আকৌ কটালে। ফুলৰ গোন্ধখিনিত এক অপূৰ্ব মাদকতা সি অনুভব কৰিলে। তেনে গোন্ধ যেন আগেয়ে কাহানিও সি পোৱা নাই। কেবাবাৰো দীঘল দীঘলকৈ উশাহলৈও তাৰ যেন তৃপ্তি নহয়। লগতে অন্তৰত লুকাই থকা গাভৰুজনীৰ সেই ধুনীয়া ৰূপটো মানসপটত মচিব নোৱাৰাকৈ আঁকি লবৰ যত্ন কৰিলে। এটা যেন অশুভ ভবিষ্যতৰ চিন্তাই হঠাতে তাক আকুল কৰি তুলিলে। তাৰ কাৰণ সি একো ভাবি নেপালে।

বাঁহজোপাৰ আঁৰৰ পৰা জোচুৱে তালৈ লক্ষ্য কৰি আছিল। কিন্তু কেনি গ'ল ধৰিব নোৱাৰিলে। তাইৰ মনত অলপ বেজাৰ

লাগিল। হলেও মূৰটো বৰ পাতল হোৱা যেন অনুভৱ কৰিলে। ভুনাই তাৰ সৈতে দেখা নহব বুলি ভাবি তাই আবেলিৰ পাঠ্যত মনোযোগ দিবলৈ বহিল। কিন্তু মনৰ পৰা মাৰ্কিন যুৱকজনৰ ছবি মোহাৰি পেলাব নোৱাৰিলে। নিজৰ লগত নিমিলে যদিও কেনেডীৰ প্ৰত্যেকটো গঠনেই তাইৰ স্বাভাবিক যেন লাগিল।

চাহ-উৎসৱত আপ্যায়িত হৈ আন আন আলহীৰে সৈতে ডাক্তৰ চাকায়ে অলপ মৌন হৈ পৰিল। তেতিয়ালৈকে নিচেই কম ঘৰতহে এই উৎসৱটো পূৰ্ণ আধ্যাত্মিক অৰ্থত পালন কৰা হয়। শৈশৱ অৱস্থাৰ পৰাই কালিফ'ৰ্ণিয়াত ডাঙৰ হৈ চাহ উৎসৱ আদিৰ কথা তেওঁ প্ৰায় পাহৰিয়ে গৈছিল। কাজেই মাটচু পৰিয়ালৰ চিকিৎসক আৰু বন্ধু হবলৈ পাই তেওঁ নিজকে কৃতাৰ্থ বুলি বিবেচনা কৰিছিল। সেয়ে জাপানী বন্ধু গৰাকীৰ আগত তেওঁ স্বীকাৰ কৰিছিল যে জাপানলৈ আহি তেওঁ নিজকে বিদেশী বুলি আক্ষেপ কৰিছিল; আৰু প্ৰকৃত জাপানী হবলৈ থকা তেওঁৰ হাবিয়াসটোৰ কথাও লগতে কৈ থৈছিল। —"মই যে পাহৰি গৈছিলো ঠিক তেনে নহয়"—ডাক্তৰে বুজাইছিল। "জাপানৰ বিষয়ে মই বহুত পঢ়িছিলোঁ আৰু শিকিছিলোঁ। মোক যেতিয়া ক'ত বাস কৰিম বুলি মতামত বিচাৰিলে মই হাঁহিমুখে জাপানলৈ উভতি অহাটোকে ঠিক কৰি পেলালোঁ। আৰু এতিয়া যিহেতু মই আপোনালোকক লগ পাইছোঁহি মোৰ শিকিবলগীয়া আটাইখিনিকে আয়ত্ত কৰিব পাৰিম বুলি বিশ্বাস হৈছে।"

"আপোনাৰ আগ্ৰহ আছে যেতিয়া সকলো ঠিক হৈ যাব", মিঃ মাটচুৱে উত্তৰত কৈছিল।

তাৰ পিচত তেওঁলোক আটায়ে লৌকিক আচাৰ মতে উৎসৱৰ কাম এটি এটিকৈ সমাপন কৰিবলৈ লাগিল। শেষ হলত তেওঁলোকৰ প্ৰতিজনে গৃহস্থৰ প্ৰতি ওলগ আৰু নমস্কাৰ জনাই 'চাহ ঘৰ' এৰি বাহিৰৰ জিবনি কোঠাত বহিলগৈ। বেলি তেতিয়া মাৰ যাওঁ যাওঁ।

তেতিয়া তেওঁলোকে যি ইচ্ছা তাকে আলোচনা কৰিব পাৰে। ক্ষন্তেক পিচতে মিঃ মাটচুৰেও আহি তেওঁলোকৰ লগ ললেহি। জাপানৰ বাহিৰলৈ নোযোৱা আৰু বিদেশীৰ অধীনত জাপানৰ সভ্যতা সংস্কৃতি হেৰাই যাবলৈ নিদিয়া এই অভ্যাগত কেইগৰাকীৰ পাণ্ডিত্যপূর্ণ আলোচনাত ডাঃ চাকাই মুগ্ধ হ'ল। আমেৰিকাত সুদীর্ঘকাল থাকি তেওঁ শূন্য হিয়া এখন লৈ উভটিছে। জাপানৰ পুৰণি কলা আৰু সংস্কৃতিৰ এই মধুৰ আলোচনাই তেওঁৰ অন্তৰত এজন নতুন মানুহৰ আবিষ্কাৰ কৰিলে।

তেওঁ বুজি পালে কিদৰে জাপানৰ মানুহবোৰক নিজৰটো বিসর্জন দি অইন দেশৰ জীৱন ধাৰণৰ এটি মান শিকিবলৈ প্রলোভিত কৰা হৈছিল। সিদিনা আলোচনাত অংশ গ্রহণ কৰি মিঃ টানাকাই কৈছিল, "প্রত্যেক জাতিতে কিছুমান কলুষিত প্রাণী জন্মে। সিহঁতক ভাল কৰিব নোৱাৰি। শাসন কৰাও টান। মাক দেউতাক, পৰিয়াল তথা গোটেই জাতিটোকে ইহঁতে দুখ দিয়ে। যিবিলাক দুর্বল সিহঁত সহজেই ইহঁতৰ প্রতি আকৃষ্ট হয়। এশ বছৰবো আগেয়ে এনেকুৱা কিছুমান লোকে সময়ৰ ছেগ লৈ আমাৰ জন সাধাৰণৰ মাজত প্রচাৰ কৰি দিলে যে পশ্চিমীয়া শক্তিয়ে সিহঁতৰ ভিতৰত এচিয়া ভগাই লোৱাৰ পিচত জাপানো দখল কৰিবহি। কোনে জানে তেওঁলোকৰ কথা সত্যও হব পাৰিলেহেঁতেন। যিয়ে হওক আমাৰ মানুহখিনিয়ে ভয় খালে আৰু তাৰেই সুবিধা ললে এদল অদূৰদর্শী ক্ষমতালোভীয়ে। সিহঁতে সৈন্যবাহিনী সজালে, নৌ-বাহিনী শক্তিশালী কৰি তুলিলে। সিহঁতে মাঞ্চুৰিয়া অবৰোধ কৰিলে আৰু সিহঁতৰ প্রতি-ৰক্ষাৰ বাবে এখন সাম্রাজ্য গঠনৰ সপোন দেখিলে। বিৰাট পৰিবর্তনৰ পথত এয়া হ'ল আৰম্ভণী মাত্র। সেই শঙ্কা দূৰ কৰিব পৰা সাহস থকাহেঁতেন আমি আক্রমণৰ সম্মুখীনেই হব নেলাগিলহেঁতেন। সমস্ত দুর্বলতাৰ গুৰিতে হৈছে এই ভয়।"

জাপানৰ এই সন্ধিক্ষণৰ সত্তৰটা বছৰ মিঃ টানাকাই নিজ চকুৰে দেখিছে। তেওঁ কেতিযাও পশ্চিমীয়া সাজপাৰ নিপিন্ধে; এনেকি পশ্চিমীয়া পৰশ থকা কোনো বস্তুকে তেওঁৰ ঘৰত দেখিবলৈ পোৱা নেযায়। এটি মজলীয়া বিধৱ সম্পত্তি উত্তৰাধিকাৰী সূত্রে পাই তাৰ ওপৰতে তেওঁ জীৱন অতিবাহিত কৰি দিলে। অৱশ্যে পিচলৈ কষ্টই হৈছিল। যোৱা যুদ্ধত তেওঁ আটাই কেইটি ল'ৰাকে হেৰুৱালে। দেউতাকো চীনৰ লগত প্রথম যুদ্ধতে মৃত্যু মুখত পৰে বহুদিনৰ আগেয়ে। যুদ্ধ তেওঁ সমূলি ভাল নেপাইছিল। সেয়ে শেহলৈ প্রকৃত বৌদ্ধ হৈ পৰিল। মানৱ সেৱাই জীৱনৰ আচল ধর্ম বুলি সাৰোগত কৰি ললে।

"মোৰ জীৱন কালতে ইমান নিষ্ঠুৰ ঘটনা ঘটা মই দেখিলো—" মিঃ টানাকাই ভাবি ভাবি কৈ গ'ল। কোনেও তেওঁক বাধা নিদিলে। ফুলনিত তেতিয়া হেঙুলীয়া বেলিৰ কিৰণ পৰিছিল। সেইপিনে তেওঁৰ দৃষ্টি আবদ্ধ ৰাখি চুটি-চাপৰ মিঃ টানাকাই আকৌ আৰম্ভ কৰিলে, "নাগাচাকিত যেতিয়া এটম বোমা পৰিল মই চাবলৈ গলো তাতনো আচলতে কি ঘটিছে। আপোনালোকে জানেই যে আমাৰ পৰিয়ালটো পূর্বতে নাগাচাকিত বাস কৰিছিল। আমাৰ পূর্ব পুৰুষ সকল থকা ঘৰৰ কোনো চিনেই মই উলিয়াব নোৱাৰিলোঁ। সেই ভ্রমণৰ পিচৰ পৰাই সামান্যতম হিংস্রক কাম এটিও মই সহ্য কৰিব নোৱাৰা হলোঁ। যেনে ধৰক—মানুহক ঠেলি ট্রাম বা মটৰ গাড়ীত উঠিব নোৱাৰোঁ যিমানেই ভিৰ নহওক লাগিলে। কোনো প্রাণীৰে কষ্ট মই সহিব নোৱাৰোঁ। এটি কীট বা পৰুৱাকো মই মাৰিব নোৱাৰোঁ বা কেচুৱা এটিৰ কান্দোনো সহ্য কৰিব নোৱাৰোঁ। যিমানখিনি হিংসাত্মক কাম ঘটি গ'ল এই পৃথিবীত তাতকৈ অধিক আৰু সহ্য নহয়। অলপমানো নহয়, হে বুদ্ধদেব প্রভু!" দুটি চকু মুদি বুঢ়াই ওপৰলৈ হাত তুলি যেন কাৰোবাক মাতিছে। ভক্তিত ডাঃ চাকাইৰ

মূৰ দোঁ খাই পৰিছিল। অন্তৰত গভীৰ শোক বহন কৰি তেওঁ যেন কিবা ঠিক কৰি পেলাইছিল।

বিদায় লবলৈ যেতিয়া সকলো কেইজন ঠিয় হ'ল ডাক্তৰে মিঃ মাটচুৰে সৈতে তেওঁলোকৰ ল'ৰা-ছোৱালীৰ বিষয়ে আলচ কৰিবলৈ কোনো সুযোগে নেপালে। সুযোগ লবলৈ তেওঁৰো মন নগ'ল। আবেলিটো তেনেই পবিত্ৰ যেন লাগিল। বহুত নতুন কথা তেওঁ শিকিলে আৰু বুজিলে প্ৰকৃত জাপানী বুলি পৰিচয় দিবলৈ তেওঁৰ কিমান বাকী আছে। গতিকে ছোৱালীৰ বিয়াৰ চিন্তাই তেওঁক লবাব নোৱাৰিলে। তাৰ বাবে যথেষ্ট সময়ো আছে বুলি তেওঁ ভাবিলে।

লাহে লাহে তেওঁ ঘৰমুৱা হ'ল মনত এক নতুন শান্তি লৈ।

* * *

ঘৰটোৰ ডাঙৰ কোঠাটোত মিচেচ চাকায়ে গিৰীয়েকৰ বাবে বাট চাই আছিল। তেওঁৰ অনুপস্থিতিত ঘৰত যি ঘটিল তাক তেওঁ কেনেকৈ ডাক্তৰৰ আগত কব? ভয়ত তেওঁৰ শৰীৰ কঁপিছিল। স্বামীৰ প্ৰতি তেওঁৰ ভয় আৰু শ্ৰদ্ধা আছিল অসীম। ভাল পোৱাৰ অবকাশ সেয়ে তাত কমেই আছিল। সিমানখিনিলৈকে মুকলি অন্তৰেৰে তেওঁ স্বামীৰ সৈতে কথা পাতিবলৈ সাহসেই কৰা নাছিল। অতি তীক্ষ্ণ বুদ্ধিৰ ডাঃ চাকাইৰ মনটোক ফাঁকি দিয়া অসম্ভৱ। ইপিনে মিচেচ চাকাই তেনেই শান্ত প্ৰকৃতিৰ। তদুপৰি অতদিনে তেওঁ যি এটা মিছা কথাৰ পাপ নীৰৱে বহন কৰি আহিছে তাক তেওঁ কেতিয়াও প্ৰকাশ কৰিব নোৱাৰে। জাপানত থাকিবলৈ তেওঁ ভাল নেপাইছিল। আমেৰিকা এৰি আহিবলৈ সেয়ে তেওঁৰ ইচ্ছা নাছিল। নানা কষ্টৰ মাজত থাকিও আমেৰিকাৰ বন্দী শিবিৰতে তেওঁ সুখ পাইছিল। বন্ধু বান্ধৱ ঢেৰ লগ পাইছিল তাত। যিহেতু ভাতমুঠিৰ বাবে কোনেও তাত উপাৰ্জন কৰিব নেলাগিছিল, আলাপ আলোচনাৰ

বাবে সময়ো ওলাইছিল যথেষ্ট। সাধাৰণ হলেও আহাৰখিনি বিনা যত্নেৰে পাইছিল। বতৰ আছিল শুকান আৰু গৰম। কিওটোৰ জলবায়ু সেমেকা। সেইবাবে ঘৰটোও চেঁচা।

ভাল কিমোনো* এযোৰ পিন্ধি মিচেচ চাকায়ে ভৰি দুখন ভাঁজ কৰি বহি আছিল। ভৰিত বৰফৰ নিচিনা বগা মোজাযোৰ—তেওঁ নিজ হাতেৰে চিলাই কৰা। জাপানত এটি দুখীয়া পৰিয়ালত জন্মি তেওঁ ডাঙৰদীঘল হৈছিল। সেয়ে ঘৰখনৰ প্ৰত্যেকবিধ বস্তুকে আটোম টোকাৰিকৈ তেওঁ ৰাখিব পাৰিছিল।

দেউতাকৰ অৱস্থা ভাল নাছিল। ইফালে তেওঁৰ ভনীযেকো আছিল বহুত। সেইদেখি দেউতাকে যেতিয়া এদিন বাতৰি কাকতত পঢ়িবলৈ পালে যে আমেৰিকাত থকা জাপানী ডেকাৰ বাবে ছোৱালীৰ আৱশ্যক, তেওঁ জীয়েকৰ ফটো এখন পঠিয়াই নামটো ৰেজিষ্টাৰ কৰিছিল। এইদৰেই তেওঁ গৈ আমেৰিকা ওলাইছিল। ডাঃ চাকাইৰ মাকে তেওঁক পচন্দ কৰিছিল। ডাক্তৰৰো ভাল লাগিছিল সেই প্ৰশান্ত মুখখনি। তেওঁ কিন্তু ভবাই নাছিল যে ডাক্তৰ এজনৰ সৈতে তেওঁৰ বিয়া হ'ব, যি ডাক্তৰে তেওঁৰ ভাজ লগা ভৰি আৰু চুটি আৰু থেপেকা হাত ভৰি পচন্দ কৰিবলৈ টান পাব। ডাক্তৰে তেওঁৰ খাদ্যৰ বিষয়ে গম লৈছিল ; তেওঁৰ খাদ্য আছিল ভাত মাছ আৰু শাক-পাচলি। কেচুৱাৰ মাক হলত দেউতাকৰ নিৰ্দেশমতে সিহঁতক খাবলৈ নিদিলে ডাক্তৰৰ খঙ উঠিছিল। অৱশ্যে ল'ৰাটিৰ যেতিয়া মৃত্যু হৈছে তাৰ কথা ভাবি লাভ নাই। মাক হৈ তাক গৰুৰ গাখীৰ খুৱাবলৈ কেনেকৈ তেওঁ জোৰ কৰিব লগা হৈছিল আৰু ফলত কেচুৱাই চিঞৰি কান্দিছিল তাক তেওঁ পাহৰিব নোৱাৰে। তাৰ ইচ্ছাৰ বিৰুদ্ধে কাম কৰাৰ ফল এতিয়া কি পালে? আনকি তাৰ

* আহল বহল হাতদীঘল একপ্ৰকাৰ জাপানী চোলা। তিৰোতাই পিন্ধে।

কবৰটো চাবলৈকে তেওঁ যাব নোৱাৰে। কেন্‌চনৰ কথা মনত পৰিলত তেওঁৰ চকুপানী সৰসৰকৈ বাগৰি আহিল। কোনোমতে বাওঁ হাতখনেৰে চকুলো মচি পেলালে।

এনে সময়ত গিৰীয়েকৰ ভৰিৰ খোজৰ শব্দ তেওঁৰ কাণত পৰিল আৰু কাণত পৰিল জোতা খুলি দিবলৈ দাসীজনী দৌৰি যোৱা ভৰিৰ শব্দ। তেওঁ উঠিল আৰু আগবাঢ়ি গৈ নতশিৰে নমস্কাৰ জনালে। ডাক্তৰে মূৰ দোঁৱাই সম্ভাষণ গ্ৰহণ কৰিলে। গিৰীয়েকৰ পিচে পিচে তেৰোঁ ডাঙৰটো কোঠালৈ সোমাই আহিল। ডাঃ চাকায়ে চকী এখনত বহি ললে। ঘৈণীয়েকে চাহৰ কেট্‌লিটোত হাত দিয়া দেখি তেওঁ কৈ উঠিল, "এতিয়া চাহ নেলাগে। মই খুব ভাল চাহ খাই আহিছোঁ।"

এটি কথাৰ বাবে জাপানৰ ওচৰত মিচেচ চাকাই কৃতজ্ঞ। কিমোনো পোছাকে তেওঁৰ কেঁকোৰা ভৰি লুকাই ৰাখিছিল। আমেৰিকাত থাকোঁতে এইটোৱেই আছিল তেওঁৰ ডাঙৰ চিন্তা। তেওঁৰ ভাব হৈছিল সকলোৱে যেন তেওঁৰ কেঁকোৰা ভৰিলৈ নজৰ কৰিছে আৰু কিবা মন্তব্য কৰিছে। অৱশ্যে ডাক্তৰে পিচলৈ এই বিষয়ে একো কোৱা নাছিল।

আবেলিৰ ঘটনাটো এতিয়া তেওঁ কেনেকৈ কয়? এনেতে তেওঁৰ এবাৰ কাহ উঠিল। ডাক্তৰে ততালিকে তেওঁলৈ চালে আৰু সুধিলে, "কি হৈছে হাৰিক'?"

"আপোনাক কেনেকৈ ক'ম মই নেজানো।" ঘৈণীয়েকে উত্তৰ দিলে। তেওঁ গিৰীয়েকলৈ চালে। তেওঁৰ চকুত আতঙ্কৰ চিন ডাক্তৰে দেখিলে। দেখিবলৈ মিচেচ চাকাই তেতিয়াও ধুনীয়াজনী হৈ আছিল। ঘূৰণীয়া আৰু গাভৰুৰ নিচিনা চকুজুৰিৰে সৈতে নম্ৰ মুখখনি।

"চুং পাত্ৰটো ভাঙিলা নে কি?" ডাক্তৰে চক খোৱাৰ দৰে কৈ উঠিল।

"নহয়, সিমান ডাঙৰ নহয়" ততালিকে তেওঁ উত্তৰ দিলে।

"পুখুৰীৰ ডাঙৰ মাছটো মৰিল নে কি ?"

"ও হোঁ নহয়। একো মৰা নাই।"

"কোৱা বাৰু কি হৈছে ? মইতো তোমাক একো শাস্তি নিদিওঁ তাৰ বাবে ?"

এই ৰসিকতাত তেওঁ অলপ আশ্বস্ত হ'ল। "আজি আবেলি এজন ডেকা মানুহ আহিছিল আপোনাক বিচাৰি ;" অতি সাৱধানে তেওঁ আৰম্ভ কৰিলে।

"ৰোগী নেকি ?"

"ৰোগী নহয।" অলপ ইতস্ততঃ কৰি পিচত ক'লে—"এজন মাৰ্কিন সৈন্য।"

ডাঃ চাকাইৰ ধুনীয়া মুখখন অলপ পৰ নীৰৱ হ'ল।

"মইতো তেনে কোনো মানুহকে চিনি নেপাওঁ।"

"তেৰোঁ কৈছিল আপোনাক চিনি নেপায বুলি" ষৈণীযেকে উত্তৰ দিলে, "তেওঁ মাথোঁ আপোনাৰ সৈতে চিনাকি হব খোজে।"

"তেওঁ কেনেকৈ মোৰ নাম জানিলে ?"

"তেওঁ কৈছিল—তেওঁৰ কোনোবা বন্ধুৱে কোৱা বুলি।"

"পিচত তুমি কি ক'লা ?"

"আপুনি ঘৰত নাই বুলি কলো। তেতিয়া তেওঁ অপেক্ষা কৰিব খুজিলে। কিন্তু মই নিদিলোঁ। মোৰ ভয় হৈছিল যি কোনো সময়তে জোচু আহি ওলাবহি আৰু তেতিয়া কথা বেয়া হব।"

"ঠিকেই কৰিছা।"

"মই তেওঁক জনাইছিলোঁ আপনাৰ আগত কম বুলি। তথাপি তেওঁ পুনৰ আহিব খুজিছিল। আপুনি কোন সময়ত ঘৰত থাকে তাকো তেওঁ সুধিছিল। মই কৈছিলো যে আপোনাক হস্পিটেলত

দিনৰ দহ বজাত দেখা কৰাই ভাল ; আৰু কৈছোঁ যে ঘৰলৈ আপুনি অচিনাকি মানুহ অহাটো পচন্দ নকৰে।”

“সচাঁ কথা।” এই বুলি তেওঁ অলপ সময় ভাবিলে। “এজন আমেৰিকান! সম্ভৱ তাতে কোনোবাই তেওঁক মোৰ কথা কৈছিল।”

“হয”—বুলি মিচেচ চাকায়ে মূৰ দুপিযালে। তেওঁৰ অন্তৰখন বহুত পাতল হোৱা যেন লাগিল। তেওঁ ভালেই কৰিছে কথাটো কৈ। তাৰ বাবে গিৰীয়েকেও তেওঁক খং কৰা নাই। কিয় খং কৰিব ? তেওঁক কেতিয়াও গিৰীয়েকে খং কৰা নাই। তেওঁৰ মনটো ইমান ভাব প্ৰৱণ যে গিৰীযেকৰ সামান্যতম অসন্তুষ্টিৰ কথাও তেওঁ বুজি পাইছিল।

লাহেকৈ উঠি তেওঁ কলে, “মোক মাফ কৰিব, ভিতৰত অলপ কাম বাকী আছে।” আৰু গিৰীয়েকৰ পৰা বিদায় ল'লে।

ডাক্তৰে মৌন ভাবেই সন্মতি জনালে। বন্ধু সকলৰ সৈতে কটোৱা আবেলিৰ আমেজটো নষ্ট কৰিবলৈ তেওঁ ভাল নেপালে। স্ত্ৰী উঠি যোৱাত তেওঁ ফুলনিৰ পিনে মুখ কৰি বহিল। ইচ্ছা কৰিয়ে মাকিন সৈন্যজনৰ কথাটো মনৰ পৰা আঁতৰ কৰি থলে। মালীজনে তেতিযা ফুলনিত পানী দি আছে।

মিচেচ চাকায়ে পৰ্দাৰ আঁৰৰ পৰা গিৰীয়েকক লক্ষ্য কৰিছিল। আমেৰিকানজন কেনে ধৰণৰ মানুহ তেওঁ নুসুধিলে। তেওঁ নিজেও নকলে। এবাৰ ভাবিলে গিৰীযেকক প্ৰতাৰণা কৰাই হ'ল নে কি ? তেওঁৰ হলে সেই ডেকাজনক বেয়া লগা নাছিল। কালিফ'নিয়াত অবস্থাপন্ন যুবক তেওঁ দেখিছিল। কিন্তু এই ডেকাজন তাৰ পৰা অহা নাই। তেওঁ তাকততালিকে সুধি পেলাইছিল, “তুমি কালিফ'ৰ্নিয়াৰ পৰা আহিছা নেকি ?”

“আপুনি ইংৰাজী জানে ?” ডেকাজনে আচৰিত হৈ সুধিছিল।

“অলপ অলপ”—তেওঁ উত্তৰ দিছিল। হাঁহিটো জোৰ কৰি

লুকাইছিল দাঁত কেইটিমান বেয়া হোৱা বাবে। আমেৰিকান সকলে দাঁত বোৰ চিকুণকৈ ৰখা কথা তেওঁ জানে।

"তুমিও কালিফ'ৰ্নিয়াৰ পৰা আহিছা নেকি ?" তেওঁ আকৌ সুধিছিল।

"তুমিও মানে?" ডেকাজনে প্ৰশ্ন কৰিছিল। "আপুনি কালিফ'ৰ্নিয়াৰ জানো ?"

"আমি তাত আছিলো"—উত্তৰত তেওঁ জনাইছিল।

"মোৰ ঘৰ ভাৰ্জিনিয়াত," ডেকাই কৈছিল। "এখন ধুনীয়া চহৰ।"

"মই নেজানো"—মিচেচ চাকাৰে উত্তৰ দিছিল।

তাৰ পিচত এই ঘৰুৱা আলোচনাত তেওঁ আৰু আগ নেবাঢ়িলে। আমেৰিকানসকলক তেওঁ সদায় ভদ্ৰ ব্যৱহাৰ কৰে। তথাপি তেওঁ সঙ্কোচ কৰিলে। ডেকাজনে দিয়া কাৰ্ডখনত তেওঁৰ নাম লিখা আছিল—এলেন কেনেডী।

নিশব্দে তেওঁ শোৱাকোঠালৈ গ'ল। কৰিবলৈ বিশেষ কাম তেওঁৰ নাছিল। ডাঃ চাকাৰে বাহিৰলৈ একো নেখায় বুলি কৈ গৈছে। তেওঁ আলমিৰাৰ পৰা সৰু বাকচ এটি উলিয়াই ভিতৰৰ বস্তুখিনি পৰিপাটিকৈ সজোৱাত লাগিল। তাত কেইবিধমান অলঙ্কাৰ আছিল। কেন্‌চনৰ ফটোও কেইখনমান আছিল আৰু আছিল লচ্‌ এঞ্জেল্‌চত থকা ঘৰটোৰ ফটো এখন। এতিয়া তাত নিগ্ৰো পৰিয়াল এটা থাকে।

এনেতে পৰ্দাৰ ফাকেৰে মিচিকিয়া হাঁহি মাৰি জোচু ওলালহি—"মা তুমি ইয়াত ?"

"দেউতাৰাক মাত দিছানে ?"

"নাই দিয়া।"

জোচু কোঠাটোলৈ সোমাই আহিল। মাকে বুজি পালে যে

জীয়েকৰ নিশ্চয় কিবা ভাল খবৰ আছে। তাইৰ মনত বেচ স্ফুৰ্ত্তি। শান্ত মুখখনিৰ আঁৰত নিজকে লুককুৱাবলৈ জোচুৱে তেতিয়াও শিকা নাই।

"তোমাক বৰ স্ফূৰ্ত্তিত দেখিছোঁ আজি" মিচেচ চাকায়ে ক'লে, "কিবা ভাল খবৰ নিশ্চয় আছে।"

জোচুৱে মূৰ জোকাৰিলে "একো নাই মা, বসন্তকাল বাবেই তুমি সেইদৰে ভাবিছা!"

মাকৰ কিন্তু সন্দেহ নুগুচিল। জীয়েকৰ ফালে তেওঁ মন দি চাবলৈ ধৰিলে আৰু কুৰিবছৰ বয়সত তেওঁ নিজে বসন্ত কালটো কিদৰে কটাইছিল তাকে ভাবিবলৈ ধৰিলে। সেই বয়সত তেওঁ পুৰুষৰ দৰে শ্ৰম কৰিছিল। দেউতাকৰ পথাৰত হাল বাইছিল, গধুৰ মৈ টানিছিল আৰু ধান সিঁচিছিল।

বসন্তৰ সময়খিনি এইদৰেই পাৰ হৈ গৈছিল। জহৰ আৰম্ভনীতে যেতিয়া পথাৰত পানী হয় তেতিয়া বোকা পানীত থিয় হৈ কঠিয়া ৰুইছিল। আৰু কি? ইয়াৰ বাহিৰেতো বসন্তৰ কথা তেওঁৰ একো মনত নপৰে!

জীয়েকক পুনৰ একো প্ৰশ্ন নকৰিলে। জোচু হৈছে দেউতাকৰ। কেন্চন অৰণ্যে তেওঁৰেই আছিল বুলিব পাৰি। ল'ৰাটো জীয়াই থকাহেতেন ইমানদিনে তেওঁ নাতি নাতিনীৰ মুখ দেখিবলৈ পালে-হেতেন। সিহঁতক কিমান মৰম কৰিলেহেঁতেন? চেহেৰাত আমেৰিকান যেন লাগিলেও তেওঁ অকনো বেয়া নেপালেহেতেন। আমেৰিকাত তিৰোতাবিলাকৰ কাঁহী-বাটি ধুবলৈ যন্ত্ৰ আছে আৰু ৰান্ধিবলৈ বিজুলীৰে চলোৱা ষ্ট'ভ আছে।

জোচু ওচৰতে থিয় হৈ আছিল। তাই কেন্চনৰ ফটোবোৰ তুলি ল'লে। ফটো কেইবাখনো আছিল। তাৰে ভিতৰত এখন চেট্চু নামৰ তাইৰ ভাবী নবৌ গৰাকীৰে সৈতে তোলা ফটোও

আছিল। চুটিকৈ কটা কেঁকোবা চুলিৰে চেট্‌চুজনীক বৰ ধুনীয়া লাগিছিল।

"মোকো যদি দেউতাই চুলিবোৰ চুটিকৈ কাটিবলৈ দিলেহেঁতেন!" তাইৰ মুখত অলপ অসন্তুষ্টিৰ ভাব। তাইৰ দীঘল চুলিটাৰি পিচপিনলৈ ফণিয়াই এটা খোপা বান্ধি থৈছিল।

"দেউতাৰাই কেলেই দিব?" মাকে উত্তৰ দিলে। তেওঁৰো দৃষ্টি গৈছিল চেট্‌চুৰ ফটোখনলৈ। ক'লে, "তাই কিজানি এতিয়া-মানে লৰা-ছোৱালীৰ মাকেই হ'ল।"

"হলেও সেই বন্দী শিবিৰতে জন্ম হব লাগিব"—জোচুৱে মনত পেলাই দিলে।

"অৱশ্যে", মাকে ক'লে। তথাপিও কেনচন থকাহেঁতেন সেই শিবিৰতে কন কন লৰাছোৱালীৰে সৈতে থাকি ভাল লাগিলেহেঁতেন। আমেৰিকানসকলে জাৰ্মানবোৰৰ দৰে কাকো মাৰি পেলোৱা নাছিল। খোৱাবো তাত অভাব নাছিল।

"মোৰ মতে সেই শিবিৰটো খুব বেয়া নাছিল" মাকে ক'লে।

"উঃ মই কব নোৱাৰোঁ।" এটি হুমুনিয়াহ এৰি জোচুৱে উত্তৰ দিলে। তাইৰ মুখত এটি বিৰক্তিৰ ভাব। অলপ আগৰ চেহেৰাটো যেন হঠাতে নাইকিয়া হ'ল।

মাকে তাইৰ হুমুনিয়াহটো লক্ষ্য কৰিলে। মাকিন সৈন্যজনৰ কথা জোচুৰ আগত কোৱা ভাল হব জানো? নোকোৱাই ভাল হব, যিমানেই ভাল খবৰ নহওক লাগিলে। বস্তুবোৰ আকৌ সামৰি থবলৈ ধৰিলে।

"মই কাপোৰ সলাই আহোঁ মা"—জোচুৱে ক'লে আৰু কোঠাটোত সোমাই পৰ্দাখন টানি ললে। মিচেচ চাকাইৰ ভাল লাগিল যে কথাটো তেওঁ জোচুক নোকোৱাকৈ থাকিব পাৰিলে। নোকোৱাই ভাল হৈছে বুলি তেওঁ মনতে বিবেচনা কৰিলে।

ঘৰটোৰ এমূৰত তাইৰ বাবে আছুতীয়াকৈ ৰখা কোঠাটোত জোচুৰে ডাঙৰ আয়নাখনৰ ওচৰত বহি ল'লে। সন্মুখৰ ফুলনিখনৰ পৰা লহিয়াই যোৱা বেলিটোৰ শেষ কিৰণখিনি তাইৰ গাত পৰিছেহি। স্কুলীয়া সাজপাৰ সলাই পাতল বঙচুৰা ৰঙৰ কিমোনো এযোৰ তাই পিন্ধি ললে!

আমেৰিকানবোৰে কাক ধুনীয়া বোলে? তাই অন্ততঃ দেখিবলৈ ধুনীয়া। ছাল বগা, গালদুখন ফুলৰ কলিৰ দৰে বঙচুৰা, পিন্ধিথকা কাপোৰ যোৰতকৈও। স্বাস্থ্য বেচ ভাল। চকু যুৰি জাপানীৰ নিচিনা সেয়ে তেওঁ চকুযুৰি পচন্দ নকৰিবও পাৰে। হলেও তাইৰ নিচিনা চকুৰপতা বহুত জাপানী ছোৱালীৰে নাই। অৱশ্যে নাকটো চেপেটা বুলি আমেৰিকান এজনে কব। এতিয়ালৈকে তাই আমেৰিকাত থকাহেঁতেন কেনেকৈ বাৰু তাইৰ বন্ধুতা গঢ়ি তুলিলেহেঁতেন? শেহলৈ আকৌ তাইবোৰে শিবিৰ এৰি আহিল। আমেৰিকানবোৰ মৰমিয়াল বুলি সকলোৱে কৈছিল। ইটালীত কেন্‌চনৰ যুদ্ধৰ বাতৰি আটাইবোৰ বাতৰি কাকতে প্ৰকাশ কৰিছিল। সিহঁতৰ বীৰত্বৰ ভূয়সী প্ৰশংসা কৰিছিল। যেতিয়া পাহাৰ এটা আক্ৰমণ কৰিবলৈ হুকুম হৈছিল কেন্‌চন আছিল দলটোৰ সকলোতকৈ আগত। সেয়ে সি মৃত্যুমুখৰ পৰা হাত সাৰিব নোৱাৰিলে। বাতৰি কাকতত প্ৰকাশ হোৱা তাইৰ ককায়েকৰ ফটোখন চাই মাকে চকুপানী টুকি কৈছিল, "অতি সাহসী হলেই বিপদ!"

যদি কাইলৈ আমেৰিকানজনে তাইক লগ ধৰে তাই কি কৰিব বাৰু? তাই নিজৰ নামটো কৈ নিদিয়াহলেই ভাল আছিল। নকলেও অভদ্ৰামি হলহেঁতেন। তাই বুকুৰ মাজৰ পৰা ডেকাজনে দিয়া সৰু কাৰ্ডখন উলিয়াই আনিলে আৰু নামটো মাতিলে - 'এলেন কেনেডী।'. ঘৰত তাক নিশ্চয় 'এলেন' বুলিয়ে মাতে। নামটোৰ অৰ্থ কি বাৰু? তাই নাজানে। আৰু ভাৰ্জিনিয়া?

কালিফর্ণিয়াৰ পৰা বহু আঁতৰত বুলি তাই জানিছিল। আমেৰিকাৰ পূৱপ্রান্তত থকা এখন ৰাজ্য। তাৰ বাহিৰে তাই আৰু একো মনত পেলাব নোৱাৰিলে। কাইলৈ কলেজৰ ভূচিত্রাবলীৰ পৰা তাই বিচাৰি উলিয়াব। তাই কার্ডখন আকৌ বুকুৰ মাজত যতনেৰে থলে। আয়নাখনত নিজকে আকৌ এবাৰ চাই ল'লে। ওঠৰ ভাজটো আৰু বৈ পৰা চেলাউৰিজোৰ তাইৰ চকুত পৰিল। দুহাতৰ তলুৱাত গালদুখন ৰাখিলে। অলপ গৰম লাগিল। তাইৰ হাত দুখন সৰু আৰু চেঁচা আছিল। মার্কিনবিলাকে সম্ভাষণ জনাওঁতে হাত জোকাৰি দিয়াৰ দৰে যদি সেই ডেকাজনে তাইৰ হাতখন ছুব খোজে? ওহোঁ তাই নিদিব। ছোৱালীৰ হাতৰ তলুৱাখন গোপন অঙ্গৰ ভিতৰত। তাক সহজতে বা যাকে তাকে ছুবলৈ দিব নোৱাৰি। কেৱল গিৰীয়েকৰহে সেইখিনি স্বাধীনতা আছে।

তাই এইদৰে গুনা-গথা কৰি থাকোঁতে পর্দা ঠেলি জুমি নামৰ দাসীজনী সোমাই আহিল। তাই ডাঙৰকৈ ক'লে, "আপোনাক দেউতাই মাতিছে। তেখেত সৰল গছ কেইজোপাৰ তলত আছে।"

জোচুৱে আয়নাখন কাপোৰৰ ঢাকনিৰে আঁৰ কৰি থ'লে আৰু ক'লে, "মই গৈছোঁ বুলি কোৱাগৈ।"

জুমিয়ে যেতিয়া বাতৰিটো দিবলৈ আহে ডাঃ চাকায়ে তেতিয়া সৰল গছ কেইজোপাৰ তলত খোজ কাঢ়ি ফুৰিছে। ফুলনিৰ সুঘ্রানত বতাহখিনি বৰ ভাল লগা হৈ উঠিছিল।

"তেওঁ আহিব লাগিছে"—জুমিয়ে মূৰ দোঁৱাই ক'লে।

"তাই কি কৰিছে?"—ডাঃ চাকায়ে সুধিলে।

"আয়নাখনত নিজকে চাই আছিল"—জুমিয়ে উত্তৰ দিলে।

কৈয়ে জুমি গুচি গ'ল। ডাক্তৰৰ খোজ হঠাৎ বন্ধ হ'ল। জোচুৱে আয়নাত নিজৰ ছবি চাই আছিল? ই জানো তেনেই নিৰর্থক খবৰ? নে তাই আমেৰিকান জনক লগ পাইছিল? আজি ৰাতিপুৱা

কিজানি সাধাৰণ পৰিচয় হবও পাৰে। মাৰ্কিন সৈন্যবোৰে অৰণ্যে বাটত দেখা ছোৱালীৰ লগত কথা নেপাতে। জোচু যে ধুনীয়া ছোৱালী? নাই, কথাটো তেওঁ অনুসন্ধান কৰিবই লাগিব। এই বিলাকত কোনো ধৰণৰে গোপনীয়তা থাকিব নোৱাৰিব। তিৰোতাৰ ক্ষেত্ৰত আমেৰিকানবোৰক বিশ্বাস কৰা নেযায়। আৰু তেওঁৰ ছোৱালী জোচু! তাই জানো ইমান মূল্যহীন ছোৱালী?

জোচু লাহে লাহে দেউতাকৰ ওচৰ পালেহি। দেউতাকৰ ক'লা চকুজুৰি তিৰবিৰাই আছিল, তেওঁৰ যে খঙ উঠিছিল সেইটো ভালদৰেই বুজিব পাৰি।

তেওঁ অলপ অধৈৰ্য্য হৈ সুধিলে—"তুমি মোৰ পৰা কিবা কথা লুকুৱাই ৰখা বুলি ধাৰণা হৈছে।"

হঠাতে এনে ধৰণৰ আক্ৰমণ জোচুৰ অবিদিত। তাই চক্ খাই উঠিল। আমেৰিকাত থাকোঁতে তেওঁ খঙাল আছিল কিন্তু জাপানলৈ অহাৰ পিচৰ পৰা তেওঁ শান্ত আৰু সংযমী হবলৈ চেষ্টা কৰিছে।

তাই মূৰ তুলিলে, "মই কি লুকাইছো আপোনাৰ পৰা?"

"মই মূৰ্খ নহওঁ"—তেওঁ খঙত কৈ উঠিল, "মই অকল শাৰীৰিক অসুখৰ খবৰেই নেৰাখোঁ, মনৰ অসুখৰ কথাও মই জানো।" তুমি কালিৰ পৰাই বহুত সলনি হৈছা। নিশ্চয় কিবা হৈছে তোমাৰ।"

দেউতাকে কৈছিল তেওঁৰ স্বাভাৱিক বিবেকৰ দ্বাৰা প্ৰনোদিত হৈ। কিন্তু জীয়েকে অবাক মানিছিল দেউতাকৰ সূক্ষ্মদৃষ্টিত। ইমান সহজে জানো তাই ধৰা দিব?

"দৰাচলতে একো হোৱা নাই।" তাই কলে। "তথাপি আপুনিও তেনেই ভুল কৰা নাই সম্ভৱ। আজি পুৰা আমেৰিকানবোৰক দেখাৰ পৰাই মোৰ স্মৃতিত হেৰাই যাব খোজা বহুত কথাই ভাহি উঠিছে দেউতা! মোৰ জীৱনৰ পোন্ধৰটা বছৰেই যে মই তাত কটাই আহিছোঁ। ইয়াত মাথোন পাঁচটাহে।"

তেওঁৰে সৈতে খোজ দিবলৈ তাইক ইঙ্গিত দি দেউতাকে কেই খোজমান আগবাঢ়িলে। তেওঁৰ খঙ একেবাৰে মাৰ যোৱা নাই। ভাগৰ লাগিছিল যদিও তেওঁৰ বহিবলৈ মন যোৱা নাই, জোচুৱে বুজি পাইছিল। সৰল গছৰ তলে তলে একেলগে দুয়ো খোজ কাঢ়ি ফুৰিছিল।

"তুমি মোক বিশ্বাস কৰিব পাৰা।"—দেউতাকে কৈ গ'ল, "প্ৰকৃততে তুমি বিশ্বাস কৰিবই লাগিব। তোমাৰ বাহিৰে মোৰ আৰু কোন আছে পৃথিবীত? তুমিয়েই মোৰ সকলো। তোমাৰ মা এগৰাকী সুগৃহিণী, এগৰাকী আদৰ্শ মাতৃ। পুৰুষক তাতকৈ অধিক কি লাগে? কিন্তু তোমাৰ মনটো মোৰ নিচিনা। তোমাৰ ককায়েৰা আছিল মাৰাৰ নিচিনা, তুমি কিন্তু মোৰ দৰেহে।"

"মই বহুত বেলেগ"—তাই হঠাৎ বিদ্ৰোহৰ সুৰত কৈ উঠিল।

"অৱশ্যে এতিয়া হব পাৰা, কিন্তু পিচলৈ এই পাৰ্থক্য কমি যাব।" দেউতাকে কলে। "বংশগত পাৰ্থক্যখিনি তোমাৰ গাত এতিয়া খুব স্পষ্ট হৈ উঠিছে সঁচা। পিচলৈ তোমাৰ জীৱন যেতিয়া এক সুশৃঙ্খল আৰু নিয়মীয়া গতিত আগবাঢ়িব, যেতিয়া তোমাৰ স্বাধীনতা প্ৰতিষ্ঠা কৰিবলৈ মোৰ লগত আৰু কাজিয়া কৰিবৰ আৱশ্যক নহব তেতিয়া তুমি উপলব্ধি কৰিবা মোৰ লগত কিমান মিল তোমাৰ।"

মাৰ্কিন ডেকাজনৰ প্ৰতি জোচুৰ মন ইতিমধ্যে আকৃষ্ট হৈছে। তাইৰ বুকুৰ মাজত থকা সৰু কাৰ্ডখন উলিয়ালে আৰু কোনো কথা নোকোৱাকৈয়ে দেউতাকলৈ আগবঢ়াই দিলে। নামটো পঢ়িবলৈ ডাক্তৰে অলপ হালি যেতিয়া গম পালে নিজৰ মোনাত থকা সৰু কাকত খিলাও উলিয়াই আনিলে।

"আপুনি সেইখন ক'ত পালে দেউতা?" তাই সবিস্ময়ে চিঞৰি উঠিল।

"ঠিক একেটা প্ৰশ্নকে ময়ো তোমাক সুধিব পাৰোঁ।" তেওঁ গহীনাই ক'লে।

"কোনোবা এজনে মোক দিছিল", তাই উত্তৰ দিলে।

"মই নথকাত এই মানুহজন আমাৰ ঘৰলৈ আহিছিল আৰু মাবাৰ হাতত এইখন দি গৈছে।" তেওঁ আৰু গহীন হৈ গ'ল।

কিছুপৰ দুয়ো নিমাত। ইজনে আনজনলৈ চাই থাকিল। দেউতাকৰ খঙাল দৃষ্টি তাইৰ ওপৰত আৰু তাই দেউতাকৰ মুখলৈ চাই থাকিল। ভয় নেখাবলৈ তাই দৃঢ়সঙ্কল্প হৈছে। পিচত দেউতাকৰ কণ্ঠৰপৰা গভীৰ হুমুনিয়াহ এটি ওলাই আহিল। দেউতাকৰ হাতত কাৰ্ডখন দি তাই তলমূৰ কৰিলে। দেউতাকে দুয়োখিলা কাকত জেপত ভৰালে আৰু কলে, "দেখিলানে, মই ঠিকেই অনুমান কৰিছিলোঁ!" তেওঁৰ মাতত দুখৰ প্ৰকাশ। "এতিয়া কোৱাচোন জোচু, সকলো কথা ভাঙি কোৱা?"

তাই কিন্তু কব নোৱাৰিলে। দুচকু চলচলীয়া হৈ পৰিল তাইৰ, আৰু দুগালেদি পানী বৈ আহিল। চোলাৰ হাতেৰে চকুপানী মচি দেউতাকৰ সৈতে আকৌ খোজ দিবলৈ ধৰিলে।

"তুমি তোমাৰ মা দেউতাবাবপৰা কোনো কথা লুকাই নাৰাখিবা, এয়ে মোৰ অনুৰোধ।" তেওঁ আকৌ আৰম্ভ কৰিলে, "তোমাৰ ভালৰ বাবে কৰা কোনো কামতে মই বিধি পথালি নিদিওঁ। এতিয়াই যদি তুমি আমাক এৰিব খোজা মোৰ অন্তৰ ভাঙি পৰিব। ভাঙি পৰিবলৈ বাকী অৱশ্যে নাই। ই আগেয়ে খণ্ড বিখণ্ড হৈছে।"

জোচুৱে মূৰ তুলিলে: "কেন্‌চনৰ মৃত্যু হোৱা বাবে?"

"নহয়, কেন্‌চন বা তুমি ওপজিবৰো বহুত আগেয়ে। তেতিয়া মই ডেকা আছিলো, যাওক—এতিয়া আৰু তাৰ কোনো প্ৰয়োজন নাই।"

দৰাচলতে প্ৰয়োজন নাই, জোচুৱেও ভাবিলে। পঞ্চাশ বছৰ

বয়স হৈছে দেউতাকৰ আৰু যি ঘটিছিল সি ডেকা বয়সতে। তাইৰ দেউতাকক তাই ভবাৰ নিচিনা হোৱাটোকে বাঞ্ছা কৰে—অতি মৰমিয়াল অথচ আকোৰ গোজালি মনোভাবৰ আৰু সকলোৱে ভয় কৰা বিধৰ।

"বাৰু জোচু, কার্ডখন তুমি গ্রহণ কৰিছিলা কিয় ?" দেউতাকৰ প্রশ্নত মৰমৰ সুৰ।

সেই মৰমত জোচুৰ প্ৰাণ গলি গ'ল। তাইৰ দুচকু আকৌ চলচলীয়া হ'ল। চোলাৰ হাতেৰে চকুপানী মচি উচুপি উচুপি তাই কব ধৰিলে, "কেনেকৈ জানো ? কবলৈ একো নাই। আজি দুপৰীয়া তেওঁ মোক হস্পিটেলৰ ফুলনিত বখাইছিল আৰু মোৰ নাম সুধিছিল। ম-মই কৈ দিলো। সিমানেই।"

"কিমান বাৰ তুমি তাক লগ পাইছা ?"

"মাত্র এবাৰেই। আজি দুপৰীয়া ; শপত খাই কৈছো।"

সঁচা কথাখিনি জানি দেউতাকৰ আৰু মৰম লাগিল ; ক'লে, "আমেৰিকানজনৰ কামৰ বাবে মই তোমাক দোষ দিবলৈ নেযাওঁ। অৱশ্যে তুমিও নামটো নকওঁ বুলিব পাৰিলাহেঁতেন। যিয়েই হওক, বহুত দিন আমেৰিকাত থকা কথা ; তুমিয়ে কৈছা।"

"মই ঠিক সেইদৰে কোৱা নাছিলোঁ।—দেউতা ?"

"বাৰু, 'কেবাবছৰো' বুলিয়ে কলো"—দেউতাকে মানি ললে।

"কিন্তু আমি আকৌ তালৈ উভটি নেযাওঁ। আমি আমাৰ দেশতে থাকিম। তুমিও ইয়াতেই থাকিব লাগিব, জোচু ! ইয়াতেই বিয়া কৰাবা। অৱশ্যে মই বিয়া কৰাবলৈ তোমাক জোৰ নকৰোঁ। তুমি জানি থবা। বিয়াৰ সময়ো তুমিয়ে ঠিক কৰিবা। বিয়া কৰালে ডেকা বয়সেই উপযুক্ত সময়। বহুত বয়সলৈ অপেক্ষা কৰা উচিত নহয় বিশেষকৈ ছোৱালীৰ বাবে। কাৰণ তেতিয়া স্বাভাবিক প্রবৃত্তি নাইকিয়া হয় আৰু তাৰ ঠাই লয় অন্যান্য স্বার্থই। আমেৰিকাত

এই নিচিনা তিবোতা বহুতো দেখিছো। সিহঁতৰ স্বাভাবিক অনুৰাগ বা আকর্ষণ লোপ পাইছে; ব্যক্তিগত জীৱনৰ উন্নতিত হে সিহঁত ব্যস্ত। কিছুমান বিষয়ত ই ভাল যদিও সিহঁতৰ মাতৃত্বক তাৰ দ্বাৰা অৱমাননা কৰা হয়। সেয়ে দেখা যাওক কি কৰিব পাৰি। যদি কবৰী *মাট্‌চু তোমাৰ মনঃপূত নহয় অইন এজন বিচাৰিব লাগিব। তুমিয়ে পচন্দ কৰি লবা, তাত মই হস্তক্ষেপ নকৰোঁ।"*

দেউতাকৰ মৰম আৰু সান্ত্বনা বাণীত জোচুৱে অস্বীকাৰ কৰিবলৈ সত নগল। মাথোন কলে, "মোৰ কলেজৰ পঢ়া শেষ কৰিবলৈ আৰু এটি মাথোন বছৰ আছে। আগেয়ে পঢ়খিনি শেষ কৰি লওঁ।"

"নিশ্চয়, মোৰো সেয়ে মত"—ডাক্তৰে কলে। "তেনেহলে এই বিষয়ে এতিয়া আৰু কথা নেপাতোঁ। মোৰ কথা বুজিলাই নহয়?"

"ওঁ"—বুলি তাই মনে মনে থাকিল; অনিচ্ছাসত্ত্বেও।

"তেনেহলে" ডাক্তৰ হঠাতে বৈ গ'ল। জোচুৱে মূৰ তুলি দেখিলে দেউতাকে জেপৰ পৰা সৰু কার্ডখন উলিয়াই টুকুৰাটুকুৰ কৰি ফালি পেলালে। পিচত সেইবোৰ গোটাই ওচৰতে থকা বননিৰ ভিতৰত ঢাকি থলে। একপ্রকাৰ কৱৰ দিয়াৰ নিচিনাই বুলিব পাৰি। তাৰ পিচত জীয়েকক মাতিলে, "আহা ভিতৰলৈ যাওঁ, ৰাতি হ'ল।"

সন্ধিয়াৰ ক'লা আৱৰণে ইতিমধ্যে জগত এন্ধাৰ কৰি পেলাইছে।

* * * *

এলেন কেনেডী বিছনাত পৰি ছটফটাই আছে। জাপানৰ বিছনাবোৰকেই যেন বিশ্বাস কৰিব নোৱাৰি। তুলি আৰু লেপবোৰ ইমান কোমল অথচ তলত খাটখন বেচ টান। বাগৰ সলালে সি বাৰুকৈয়ে গম পায়। কিন্তু কথা হৈছে টোপনি আহিবলৈ তাৰ ভাগৰ ধৰা নাই। সেই ধুনীয়া ছোৱালীজনীয়ে তাৰ সকলো নীতি-নিয়ম চূৰমাৰ কৰি দিবলৈ ওলাইছে। যুদ্ধৰ সময়ত সাধাৰণ সৈনিক-

বোৰে কৰা বহুত বেয়া কামৰ কথাই সি জানে। সেইবাবে সিহঁতক সি ঘৃণাৰ চকুৰে চাইছিল। আজি সেই একেই ধৰণৰ ইন্দ্ৰিয় ভোগৰ প্ৰতি তাৰ মন আসক্ত হৈ পৰিছে। তিৰোতাৰ সঙ্গ লব পাবিব বুলি সি বিশ্বাস কৰা নাছিল। তাৰ সেই বিশ্বাসত আউল লগা যেন পালে। অৱশ্যে এই শাৰীৰিক প্ৰয়োজনীয়তা মিটাবলৈ সি গণিকালয়লৈ যাব নোৱাৰে। তাৰ ইচ্ছা হয় ছোৱালীজনীক এখনি ধুনীয়া ছবি বুলি কল্পনা কৰিবলৈ। কিন্তু প্ৰকৃততে ভাবে তাই এজনী তিৰোতা আৰু অইন তিৰোতাৰ দৰে তাইৰ জন্মও পুৰুষৰ বিলাসৰ বাবে।

হঠাৎ সি উঠি বহিল আৰু দীঘল হাত দুখনেৰে ভৰি দুখন মোহাৰিবলৈ ধৰিলে। সি ভুল কৰা নাইতো? প্ৰেম আৰু ইন্দ্ৰিয়-ভোগ দুয়োবিধৰ বিষয়ে সি নতুনকৈ চিন্তা কৰিব ধৰিলে। তাৰ মাকলৈ মনত পৰিল। লাজ আৰু ভদ্ৰতাখিনি যেন মাকৰ পৰাই তাৰ গালৈ আহিছে। প্ৰেম আৰু ইন্দ্ৰিয়ভোগ তাৰ বাবে অভিন্ন, মাকৰ পৰা ইয়াকেইতো সি শিকিছে। গনিকালয়লৈ সিও কেবাবাৰো গৈছে, কিন্তু কাপুৰুষৰ দৰে উভটি আহিছে। ইন্দ্ৰিয় চৰিতাৰ্থ কৰাৰ আগেয়ে তাৰ অন্তৰত উদয় হয় প্ৰেমভাবৰ। তাৰ বাবে সি লাজ-পাবলগীয়া হৈছিল। ইন্দ্ৰিয় চৰিতাৰ্থ কৰি বুকু ওফোন্দাই উভটি অহা পুৰুষবোৰক দেখি তাৰ হিংসা হৈছিল। সৈন্যদলত এনেকুৱা লোকৰে সংখ্যা সৰহ। হলেও সি তাৰ ব্যতিক্ৰম।

সি উঠিল। বহু চেষ্টা কৰিলে টোপনি যাবলৈকে। জাপানী হোটেল বোৰত শুবলৈ যোগান ধৰা কাপোৰখিনি সি গাত মেৰিয়াই ললে। সকলো অতিথিকে দিয়ে এই কাপোৰ। জাপানখনলৈ এনেয়ে তাৰ মৰম এটা সোমাই গ'ল। এবা, ইমান সুৰুচিৰে ভৰা এই দেশখন। যিখিনিতে সিহঁত পশ্চিমীয়া হৈছে তাতে যেন এই সুৰুচিৰ অভাব। তাৰ মাকে জাপানৰ ধুনীয়া মাটিৰ বাচনবোৰ, সিবোৰৰ ওপৰত কৰা ধুনীয়া কাৰুকাৰ্য্যবোৰ, মিহিকৈ বোৱা পাটৰ

কাপোৰবোৰ আৰু মনোৰমকৈ সজোৱা ঘৰবোৰ দেখিলে কিমান ভাল পাব ? ভিতৰলৈ সোমাব নিদিলেও আজি আবেলি সি মিচেচ চাকাইৰ সুৰুচিৰ এটি আভাস পাই আহিছে। শিক্ষিত আৰু ভদ্ৰ জাপানী পৰিয়ালৰ সৈতে পৰিচয় হবলৈ কোনো সুবিধাই সি অতদিনে পোৱা নাই। বহুত বাধা। এনে কি বেলত ভ্ৰমণ কৰিলেও তেওঁলোকৰ সৈতে মিলিবলৈ শাসনৰ কঠোৰ বাধা। অৱশ্যে তলখাপৰ পৰিয়ালেৰে সৈতে অহাযোৱা কৰিবলৈ তাৰ ইচ্ছাও নাই।

তাৰ ভাল লাগিল যে আজি লগপোৱা ছোৱালীজনী তলখাপৰ পৰিয়ালৰ নহয়। নামটো এবাৰ মনত পেলালে 'জোচু'। তাই কৈ নিদিয়া হলে সি উচ্চাৰণ কৰিবই নেজানিলেহেতেন। তাইৰ মুখখনি সি কেনেকৈ পাহৰিব ? ইমান ধুনীয়া অথচ ইমান পৱিত্ৰ ? ওলপ ডাঙৰকৈ চকুযুৰি আৰু পূৰ্ণ ওঠযুটি। আমেৰিকানৰ দৰে তাই ইংৰাজীও কব পাৰে। মাতটো কিমান কোমল! সম্ভ্ৰান্ত বংশৰ বহুত জাপানী ছোৱালীয়ে কথা কবলৈ সুযোগ নিদিয়ে। জোচু তেনেকুৱা নহয়। তাৰ আৰু ভাল লাগিল তাই আমেৰিকাত জন্মি তাতে ডাঙৰ হোৱা শুনি। হলেও তাই যে লাজকুৰীয়া নহয় তেনে নহয়। হওক, সেইবাবেহে তাৰো ভাল লাগিছে।

ভাবি ভাবি সি দুৱাৰমুখলৈ উঠি গ'ল। খোলা দুৱাৰেৰে সি বাহিৰৰ ফালে চাই পঠিয়ালে। তেনেই এন্ধাৰ আৰু নিস্তব্ধ নিশাটো। বহুদূৰৈত য'ত পাহাৰৰ সীমাই আকাশখন চুইছেগৈ তাৰ এটি অনুজ্জ্বল ছবি তাৰ চকুত পৰিল। কিওটো চহৰৰ ইতিহাস প্ৰসিদ্ধ কাৰুকাৰ্য্যবোৰ চাবলৈ সিহঁত আহিছে। কিন্তু এতিয়ালৈকে সি একোৱে দেখা নাই। নাই, কাইলৈ সি এটি আচনি কৰি পেলাব। কিওটো চাবলৈ তাৰ যিকেইদিনৰ প্ৰয়োজন হয়, তাৰ বেচি এদিনো নেথাকে। সি টোকিঅ'লৈ গুচি যাব। কামত ব্যস্ত

থাকিলে সি হয়তো ছোৱালীজনীৰ কথা পাহৰি যাব পাৰে। নতুবা আন জাপানী ছোৱালীৰ দৰে তায়ো ক'ৰবাত হেৰাই যাব পাৰে।

মনটো স্থিৰ কৰি সি স্বস্তিৰ নিশ্বাস এৰিলে। লাহে লাহে বিছনালৈ উভটি আহি চকু মুদি দীঘল দি পৰিল। বাহিৰত থিয় হৈ তাৰ গাটো চেঁচা পৰা যেন লাগিল। লেপখনেৰে গাটো ঢাকি ললে।

*　　*　　*　　*

পিচদিনাখন বৰষুণ দিয়া হলে জোচুৱে ঘৰতে থাকি ভাল পালেহেঁতেন। সিদিনা একেটি মাথোন বিষয় আছিল সিও গণিত। গণিত তাই খুব বেয়া পায়। তাইৰ অলপ পানীলগাৰ নিচিনা অনুমান হ'ল। যোৱা নিশা ভালদৰে টোপনি অহা নাই। আকৌ সাৰ পাই দেখিছিল তাইৰ গাত লেপখনো নাছিল।

বতৰ পিচে ভালেই হল। তাই বিছনাৰ পৰা উঠিল। বতৰ বেচ ফৰকাল যেতিয়া পাতল হালধীয়া ৰঙৰ নতুন কাপোৰ এযোৰ তাই পিন্ধি ললে। এনেয়ে কিন্তু তাইৰ কিম'নো এযোৰ লবলৈহে মন গৈছিল; পিচে লগৰ ছাত্ৰী বোৰে জোকাব বুলি নললে।

হালধীয়া পোচাক পিন্ধি তাই যেতিয়া ৰাতিপুৱাৰ খোৱা টেবুলত বহিলহি, দেউতাকে তাইৰ পিনে লক্ষ্য কৰিলে।

"অইন দিনৰ দৰে নিয়মিত সময়ত আজি কলেজলৈ নেযাওঁ"— তাই কলে। "আজি সোনকালেই যাম যাতে এঘণ্টামান ভাতগৈ জ্যামিতি পঢ়িবলৈ সময় পাওঁ।"

দেউতাকে ভাবিলে আমেৰিকানজনক লগ নিদিবলৈ তাই এই ব্যৱস্থা কৰিছে। মাৰ্কিন ডেকাজনে যদি তাইক লগ ধৰিবলৈ বিচাৰে ঠিক যোৱা কালিৰ সময়তে সি গৈ ওলাব। তেওঁ কলে, "সোনকালে গলে বেচি ব'দ নেপাবা। কালিতকৈ আজি বেচি গৰম হব যেন পাইছোঁ।"

মাকে একো নেমাতিলে। খোৱা শেষ কৰি প্ৰত্যেকে নিজৰ নিজৰ কামত লাগিল। জোচুৱে ফুলনিত সোমাই নতুন ফুল বিচৰাত লাগিল। ক'ব পৰা কেনেকুৱা ফুল ছিঙি আনিলে ফুলনিৰ সৌন্দৰ্য্য নষ্ট নহয় আৰু কোঠা কেইটিও ধুনীয়াকৈ সজোৱা হয়; এয়ে হ'ল তাইৰ ৰাতিপুৱাৰ চিন্তা আৰু কৰ্ত্তব্য।

ডাক্তৰে তেওঁৰ পঢ়া কোঠাৰ পৰাই জোচুৰ কামবোৰ লক্ষ্য কৰিছিল। শেষত "চমৎকাৰ" বুলি মন্তব্য কৰি ফুলনিলৈ সোমাই আহিল। জোচুৱে উভটি চাই হাঁহিলে। পশ্চিমীয়া ধৰণেৰে পোচাক পিন্ধি দেউতাক হস্পিটেললৈ ওলাইছে। সেই পোচাকেৰে তেওঁক অধিক শুৱায়—জোচুৰ ধাৰণা। জাপানী ভদ্ৰলোক এজনে অৱশ্যে সচৰাচৰ তেনে সাজপাৰ নলয়। তাইৰ আমেৰিকাৰ স্মৃতি যদি কোনোবাই সজীৱ কৰি ৰাখিছে তেন্তে তাইৰ দেউতাকে। এয়া তাইৰ অনুভূতি মাথোন। প্ৰকাশ কৰি কবৰ সাহস তাইৰ নাই।

ৰাতিপুৱা দেউতাকক কোৱা মতে সোনকালে তাই কলেজলৈ ওলাল। সদায় অহাযোৱা কৰা চিনাকি বাটটো। কলেজ পাই তাই পঢ়াত মনোযোগ দিলে। পঢ়াত মনোনিবেশ কৰিবলৈ জ্যামিতি উপযুক্ত বিষয়। বৃত্তবোৰৰ পিচত তাই ত্ৰিভুজ অঙ্কন কৰিব ধৰিলে আৰু ভিতৰৰ কোণবোৰ জুখিবলৈ ধৰিলে। অইন পিনে চাবলৈ তাইৰ যেন অবসৰেই নাই, কেৱল সম্ভাষণবোৰৰ প্ৰত্যুত্তৰ দিয়াৰ বাহিৰে। তাৰ পিচত ঘণ্টা বাজিলত শ্ৰেণীত সোমাল। এ ঘণ্টাৰ মূৰত আকৌ ঘণ্টা বাজিল আৰু লগে লগে তাই ঘৰমুৱা হ'ল। বাটটো বৰ মুকলি মুকলি যেন লাগিল তাইৰ। মনতে ভাবিলে "তেওঁ ছাগৈ নাৰালৈ গৈছে, দলৰ বাকীবোৰক লগ ধৰিবলৈ। যাবই, কিয় নেযাব? নোযোৱাৰ কাৰণেই বা কি? নিশ্চয় তাইৰ আৰু তেওঁৰ লগত দেখা নহয়।"

পিচদিনাখন ৰাতিপুৱা বিছনাতে তাই অনুভৱ কৰিলে তাইৰ

গা যেন বৰ ভাল নহয়। শোৱা কোঠাৰ পৰা ওলাই অহাত পলম হোৱা দেখি মাকে জুমিক খবৰ লবলৈ পঠালে।

জোচুৰে কেৱল ক'লে, "মোৰ গা ভাল লগা নাই।"

জুমিৰ পৰা বাতৰিটো পাই মাক দেউতাকে দুয়ো দুয়োৰো পিনে চালে। "আপুনি তাইক নিশ্চয় টানকৈ কিবা কৈছে"—মিচেচ চাকায়ে অভিযোগৰ সুৰত কলে।

"টানকৈ একো কোৱা নাই"—ডা: চাকায়ে উত্তৰ দিলে।

"কালি দিনত মই একোৱে কোৱা নাই আৰু ৰাতিও ইমান পলমকৈ ঘৰলৈ আহিছোঁ।"

"নহয়, পৰহি দিনাখনৰ কথা কৈছোঁ"—মাকে ততালিকে কৈ উঠিল।

"পৰহি আলোচনাৰ অন্তত আমি দুয়ো একমত হৈছিলো" –

ডাঃ চাকাইৰ কণ্ঠত দৃঢ় সুৰ। "মনত পেলোৱাচোন কালি তাই কিমান স্ফূৰ্ত্তিত আছিল, ফুলদানী সজাইছিল। ক'তা একো অস্থিৰতাতো দেখা নাছিলো ?"

"আজি ৰাতিপুৱা সেই ফুলবোৰ মৰহি গৈছে"—মাকে ক'লে।

"নিজেই ভাবি চাওকচোন। সম্ভৱ কালিয়েই তাইৰ গাত জ্বৰ আছিল আৰু হাতদুখনো গৰম হৈছিল নিশ্চয়।" কথাষাৰ কৈয়েই তেওঁ জোচুৰ ওচৰলৈ গ'ল। অলপ পৰ থিয় হৈ জীয়েকৰ মুখলৈ চাই সোঁ হাতখন তুলি ললে আৰু ক'লে "তোমাৰ জ্বৰ উঠিছে। দেউতাৰাক মাতিব লাগিব।"

"তেওঁ কেবল তিতা ঔষধবোৰ হে দিব" তাই অনুযোগৰ সুৰত ক'লে।

"তোমাৰেই ভালৰ বাবে"—মাকে ক'লে আৰু লগে লগে উঠিল। জীয়েকৰ মুখলৈ আকৌ এবাৰ চাই সুধিলে," কোৱাচোন বাৰু কি হৈছে তোমাৰ ?"

"একো হোৱা নাই—" জোচুৰ এটি হুমুনিয়াহ ওলাই আছিল।

মাক ওলাই গ'ল। গিৰীয়েকৰ প্ৰতি তেওঁৰ খং মাৰ যোৱা নাই; ক'লে," আপুনি গৈ নিজে চাব লাগিব। ছোৱালীজনীয়ে একো অনুভৱ কৰিব নোৱাৰে। তাইৰ হাতদুখন তপত। কি হৈছে নিজেই কব নোৱাৰে।"

"তেনেহলে একোৱে হোৱা নাই"—ডাঃ চাকায়ে ক'লে। তথাপি তেওঁ উঠিল আৰু লাহে লাহে জোচুৰ কোঠাত সোমাল।

"কেনে লাগিছে বাৰু ?" তেওঁ মৰমেৰে সুধিলে।

"একো লগা নাই"—জোচুৱে তেওঁলৈ নোচোৱাকৈয়ে উত্তৰ দিলে।

"তুমি আকৌ একো লুকাই ৰখা নাইতো ?"

"ওঁহো !"

জোচুৰ মুখত থাৰ্মোমিটাৰটো দি তেওঁ বিচনাৰ দাঁতিত বহিল। মনত ব্যগ্ৰতাৰ চিন। "যোৱা কালি তুমি মাৰ্কিন সেনাজনক লগ পাইছিলা নে কি ?" মাজতে তেওঁ সুধিলে।

ওঠ লৰাব নোৱৰি তাই কেবল মূৰ জোকাৰিলে।

অলপ পিচত তেওঁ থাৰ্মোমিটাৰটো উলিয়াই আনিলে। জোচুৱে ক'লে, মই কাকো লগ পোৱা নাই। কলেজলৈ গৈ পাঠ্য পঢ়িছোঁ আৰু উভটি আহিছোঁ।"

"কেতিয়াৰ পৰা বেয়া লাগিছে" তেওঁ সুধিলে। "জ্বৰ দেখোন নাই।" "ৰাতিপুৱা সাৰ পাই দেখিছো গাটো যেন ভাল লগা নাই। উঠিবলৈ মন যোৱা নাই। কিয় কব নোৱাৰো" জোচুৱে ক'লে।

তেওঁৰ মনৰ ভাব ছোৱালীৰ আগত প্ৰকাশ নকৰাই ভাল বুলি ভাবিলে। কালি মাৰ্কিন ডেকাজনক লগ নোপোৱা বাবে এই বিকাৰ হোৱা নাইতো—তেওঁ মনতে ভাবিলে।

"তোমাৰ ভাল নেলাগিলে ঘৰতে আজি জিৰণি লোৱা"—তেওঁ

ক'লে। "কমকৈ খাবা আৰু টোপনি যাবলৈ যত্ন কৰিবা। মনটোক কষ্ট নিদিবা। দৰ্কাৰ হলে মোক মাতি পঠাবা। ততালিকে আহি পাম।"

"ভাল দেউতা।"

তেওঁ উঠিল আৰু কিছু সময় জোচুৰ মুখখনিলৈ চাই লাহে লাহে ওলাই আহিল। জোচুৰে তেতিয়া টোপনি যাবৰ যত্ন কৰিছে। মাকে বাহিৰত অপেক্ষা কৰি আছিল, তেওঁক কলে, "তাইৰ অসুখ একো নাই। হঠাত জলবায়ু পৰিবৰ্তন হলেও তেনেকুৱা হয় বিশেষকৈ তাইৰ নিচিনা কোমল ছোৱালীৰ। তথাপি তাই আজি ঘৰতে জিৰণি লোৱা ভাল হব।"

"ভাল বাৰু"—কৃতজ্ঞতাৰে মিচেচ চাকায়ে ক'লে।

ডাক্তৰ হস্পিটেললৈ গলত ঘৰখন তেনেই নিস্তব্ধ হৈ পৰিল। মিচেচ চাকাযে কোঠা কেইটা সজাবলৈ ফুলনিত সোমাল। অৱশ্যে এই কামত তেওঁ জোচুৰ সমান পটু নহয়। হলেও তেওঁৰ খুত উলিয়াবলৈ তেতিয়া ঘৰত কোনো নাই।

এনেতে জুমিযে আহি বতৰা দিলে, "আজি দেখোন মাছ নাই মা?"

"কি আচৰিত!" মিচেচ চাকাইৰ খঙ উঠিল। "কালিৰ মাছ মই পুখুৰীটোত জীয়াই ৰাখিছো। সেয়ে হব আজি।"

"মাছটো মৰিল"—জুমিয়ে কলে।

"মিছা কথা! "মিচেচ চাকাই একপ্ৰকাৰ চিঞৰি উঠিল। কিন্তু কথাটো সঁচা। কিবা কাৰণত মাছটো মৰিল। জুমিৰ হাতত মৰা মাছটো দেখি তেওঁ কলে, "পেলাই দে সেইটো। মই নিজে বজাৰলৈ যাম আৰু মাছবেচোঁতা জনৰ ওচৰত আপত্তি কৰিমগৈ। ওজন বঢ়াবলৈ সি নিশ্চয় মাছটোক সৰহকৈ খুৱাইছিল।"

বজাৰখন বেচি আঁতৰত নহয়। জুমি ঘৰতে আছে। তথাপি তেওঁ জোচুক কথাটো কবলৈ গ'ল। কিন্তু কোঠাত সোমোই দেখে যে

তাই টোপনি গৈছে। শান্তিৰে উশাহ নিশাহ লৈ শুই থকা দেখি তাইক নজগালে।

"তাইৰ টোপনি আহিছে,,—তেওঁ জুমিক কলে। "মই বজাৰৰ পৰা সোনকালে উভটি আহিম।"

মেমচাহাব ওলাই গলত জুমিযে পিচফালে কাপোৰ ধুবলৈ গ'ল। তেহে বজাৰৰ পৰা অনা মাছ আৰু শাক পাচলি কাটিবলৈ তাইৰ সময় ওলাব।

ব'দ বৰ চোকা হৈ উঠিল। চোকা ব'দত কাপোৰ ধুই তাই ভাগৰি পৰিল। ইপিনে তাই উঠিব লাগে একেবাৰে বাতিপুৰাই। সেইদেখি লৰালৰিকৈ কাপোৰবোৰ ধুই তাই বান্ধনিঘৰৰ পিচ পিনৰ চাঁ ডোখৰতে শুই পৰিল। গাৱঁৰ ছোৱালী তাই। স্বাস্থ্য ভাল যেতিয়া যি কোনো সময়তে খাবলৈ বা শুবলৈ প্ৰস্তুত। আকৌ টোপনি আহিলে তাইক সহজতে জগাবও নোৱাৰি। গতিকে পদূলি মুখৰ জপনা মেলি কোনোবা আহিলেও তাই গম নেপায়।

কিন্তু গম পালে জোচুৱে। তাইৰ শোৱা কোঠাটো পদূলিমুখৰ পৰা ওচৰ। অলপ পিচতে দুৱাৰত টুকুৰিওৱা শব্দও তাই শুনিবলৈ পালে। বিচনাতে অলপ বৈ আগেয়ে মাকক মাতিলে, পিচত জুমিক মাতিলে। কাৰো সঁহাৰি নাই। তাই উঠিবলৈ বাধ্য হ'ল। বঙচুৱা কিমোনোযোৰ পিন্ধি চুলিখিনি অলপ ঠিক কৰি ললে আৰু কোন আহিছে চাবলৈ বাহিৰৰ কোঠালৈ গ'ল। তাই অতি সাৱধানে গৈছিল যাতে বাহিৰৰ পৰা তাইক কোনেও নেদেখে।

সেয়াচোন মাকিন ডেকাজন! তেৱেঁই দুৱাৰত শব্দ কৰিছে অথচ মাতদিওঁতা কোনো নাই! তাই পিচলৈ আহি অলপ লুকাবৰ যত্ন কৰিলে। যদি কাৰো মাত নেপাই তেওঁ গুচি যায় ভালেই। অলপ পৰ নীৰৱে থাকি তাই খিড়িকিৰে গৈ জুমি চালে। দেখিলে তেওঁ ৰহি আছে। তাই লাহেকৈ আঁতৰি আহিল জানোচা বাহিৰৰ

পৰা দেখা পায়। এনেতে ডেকাজনৰ হাঁহি তাইৰ কাণত পৰিল আৰু হাঁহিৰ মাজতে কোৱা কথাষাৰো তাই শুনিবলৈ পালে "মই তোমাক দেখিছো, জোচু !"

তাই অলৰ অচল হৈ পৰিল। বুকুখনে ঢপঢপাব ধৰিলে। এবাৰ ভাবিলে—শোৱা কোঠালৈ লৰ দিব নেকি? আকৌ তেৱোঁ যদি পিচে পিচে যায়? ওহোঁ, সেইটো অতি বেয়া হব। মা কলৈ গ'ল বাৰু? জুমিজনী? তাইক শোৱা অৱস্থাত এৰি দুয়ো কলৈ গল বাৰু?

ডেকাজনৰ কণ্ঠস্বৰ তাই পুনৰ শুনিবলৈ পালে, "তুমি ওলাই আহিবা নে মই যাম ভিতৰলৈ?"

তাই জোৰ কৰি অলপ সাহ গোটালে। কিমোনোৰ পেটীডাল টানকৈ মাৰি ললে আৰু গহীনভাবে বাহিৰলৈ ওলাই আহিল।

"মা অলপ সময়ৰ বাবে বাহিৰলৈ ওলাই গৈছে। এতিয়াই উভটি আহিব। মই দাসীজনীক পঠাইছো—"এই বুলি কৈয়ে তাই লৰমাৰি ভিতৰ সোমাল জুমিক বিচাৰি। "জুমি" বুলি মাতিলে কিন্তু কোনো উত্তৰ নাহিল। বান্ধনি ঘৰতো নাই যেন লাগিল। পুনৰ নিজে বাহিৰ ওলাই যোৱাত বাহিৰে উপায় নাই।

"মা সোনকালেই উভটি আহিব"—কঁপা কঁপা মাতৰে তাই কলেগৈ। মুখখন তেনেই বগা পৰিল তাইৰ।

"মই জানো তোমাৰ মাৰাক চাবলৈ আহিছো?"—সি ক'লে। তাৰ পিচত সি থিয় হ'ল আৰু মূৰৰ পৰা টুপীটো নমাই হাতত ঘূৰাই ঘূৰাই সি তাইৰ পিনে চালে।

তাই বৰ অসহায় অৱস্থাত পৰিল। কি কৰিব কি নকৰিব একো ঠিক কৰিব নোৱাৰা হ'ল। ভিতৰলৈ মাতি বহিব দিব নোৱাৰে তাই। মাকে সহ্য নকৰিব। মাকে কিয় কোনেও নকৰিব।

"তুমি কলেজলৈ যোৱা নাই?" সি সুধিলে।

“নাই যোৱা ; মো-মোৰ গা ভাল নহয়”—ভঙাভঙা মাতেৰে তাই ক’লে।

“তুমি সঁচাই ধুনীয়া। এই মাত্ৰ ফুলা গোলাপ ফুলটোৰ নিচিনা লাগিছে মোৰ” -সি ক’লে।

তাই কেৱল ডুহাত মোহাৰি থিয় হৈ থাকিল।

“মই অহাত তুমি বেয়া পাইছা যেন লাগিছে”—তাইৰ মোহাৰি থকা হাতডুখনলৈ চাই সি কলে।

“নহয়, সেইবাবে নহয়”—তাই আপত্তিৰ সুৰত কলে। “মই এতিয়া ঘৰত অকলে আছোঁ ; সেই দেখি—”

“ইমান ধুনীয়া ছোৱালীজনী হৈ কি কৰিব লাগে তুমি জনা নাই ?”

অকলে থকা বুলি কৈ তাই অৱশ্যে মিছা মাতিলে। একো নভবাকৈয়ে তাই কৈ পেলালে। “অনুগ্ৰহ কৰি এতিয়া যোৱাগৈ,” তাই লাহেকৈ কলে।

তাই জনা নাছিল যে তাইৰ চকুযুৰি তেতিয়া উজলি উঠিছিল, তাইৰ কোমল ওঠডুটি ৰঙা হৈছিল ; আৰু জনা নাছিল যে তালৈ চোৱাৰ সময়ত তাইৰ সৰু মুখখনি বেলিৰ মুখকৰি ফুলা সূৰ্য্যমুখী ফুলৰ নিচিনা প্ৰস্ফুটিত হৈ উঠিছিল। সি তাইৰ ওচৰলৈ এখোজ আগবাঢ়ি আহিল, তাৰ কামনাৰ পুঞ্জীভূত বেদনা ৰাশি শিৰাই শিৰাই সি অনুভৱ কৰিলে। সেই অনুভূতিয়ে তাক যেন অন্ধ কৰি পেলালে। কেতিয়া সি আগুৱাই গ’ল, কেতিয়া তাইক তাৰ বুকুৰ মাজত সুমুৱাই ললে কবই নোৱাৰিলে। তাৰ অতৃপ্ত বাসনাৰ ওচৰত সেও নেমা-নিবলৈ যিমানেই সি চেষ্টা নকৰক সিমানেই তাৰ লোভ বাঢ়ি গৈছে। গাভৰু ছোৱালী এজনীৰ কুমাৰী ওঠত এটি চুমা, সেয়ে যথেষ্ট হব। ওচৰত কোনো নাই, তাই নিজেই কৈছে কোনো নাই বুলি। আছে মাথোন মনোৰম ফুলনিৰ পৰা ভাহি অহা এটি সুগন্ধ আৰু নিজৰাৰ

কল কল শব্দ। আলফুলকৈ তাইৰ পিঠিত হাত বুলাই পিচত সি দেখিলে তাৰ মুখৰ তলতে তাইৰ কোমল ওঠজুৰি। সি আৰু বব নোৱাৰিলে। অতি হেপাহেৰে তাৰ ওঠদুটি তললৈ নমাই আনি তাইৰ ওঠৰ লগত মিলাই দিলে। তাই প্ৰথমতে আপত্তি কৰিছিল কিন্তু পিচলৈ নোৱাৰিলে। তাই হাৰ মানিলে আৰু অচিনাকি অভ্যাগত ডেকাৰ শাৰীৰিক শক্তিৰ ওচৰত নিজকে এৰি দিলে।

এইটো মুহূৰ্ত্তৰ বাবে সি ওৰে নিশা সপোন দেখিছিল। তাই কিন্তু এনেকুৱা এটি মুহূৰ্ত্তৰ বাবে কল্পনাও কৰিব পৰা নাছিল। অবশেষত তাৰ বাহুৰ মাজতে তাই চেতনা হেৰুৱাৰ দৰে বৈ থাকিল, আঁতৰি যাবলৈ কোনো চেষ্টা তেতিয়া আৰু তাইৰ নাই। হলেও তাৰ মুখলৈ চাবৰ সাহস তাইৰ নহল। তাৰ বুকুতে গাল এখন ৰাখি তাই অইনফালে চকু কৰিলে যাতে সিও তাইৰ মুখলৈ চাব নোৱাৰে। তাইৰ কোমল আৰু কলা চুলিৰ মাজেৰে হাত বুলাই অলপ হাঁলি সি অস্পষ্ট মাতেৰে ক'লে, "ই হবই লাগিব জোচু।"

তাই নিমাত। আৰু নিমাত দেখি সি তাইৰ মুখখনি তাৰ ফালে ঘূৰাই আনি থুঁতৰিত ধৰি লাহেকৈ ওপৰলৈ কৰি কলে, "তুমি জানা, ই হবই লাগিব।"

"মই নেজানো"—তাই লাহেকৈ কলে, "মই আগেয়ে কেতিয়াও তেনে কৰা নাই।"

তাইৰ নিৰ্দোষিতা এইদৰে ওলাই পৰাত তাৰ মন আনন্দত নাচি উঠিল। "কেচাসোণ মোৰ!" বুলি সি আকৌ মূৰটো তললৈ কৰিলে।

"আকৌ নহয় দেই"—তাই অনুনয়ৰ সুৰত ক'লে। "এয়ে যথেষ্ট প্ৰথমবাৰৰ বাবে। মই যে কি কৰিম এতিয়া! ইয়াৰ অৰ্থ মই বুজিবলৈ চেষ্টা কৰিব লাগিব।"

"ইয়াৰ অৰ্থ মই তোমাক ভালপাওঁ।"

"তুমি মোক নুবুজা !"

"এজন পুৰুষে তিৰোতা এজনীক ভাল পাবলৈ আৰু কি বুজিব লাগে ? তাইক ভালপোৱাৰ লগে লগেই সি তাইক বুজিবলৈ চেষ্টা কৰে।"

"এইখন যে জাপান !"

"হব পাৰে, কিন্তু মই আৰু তুমি কোন ? এজন পুৰুষ আৰু এজনী তিৰোতা মাথোন, নহয় জানো ?"

জোচুৱে পদূলিমুখলৈ চালে। মাক যিকোনো সময়তে আহি ওলাব পাৰে। খুব সম্ভব তেওঁ বজাৰলৈ গৈছে। আগেয়েও যায় সেইদৰে আৰু জুমিও হয়তো লগতে গৈছে।

"মই ইযাত বৈ থাকিব নোৱাৰোঁ, মা আহি পাব।"

"মই তেওঁক লগ ধৰিম"—সি ততালিকে উত্তৰ দিলে।

"নহয়"—তাই প্ৰতিবাদ কৰি উঠিল। "ইমান সহজ নহয়। দেউতাই মাৰ্কিন সকলক দেখিবই নোৱাৰে। তেওঁ মোক খুব মৰম কৰে।"

দেউতাকৰ কথা মনত পৰাত তাই তাৰ বাহুৰ মাজৰ পৰা আঁতৰি আহিল।

সি ক'লে, "বাৰু জোচু, তুমি সদায় দেউতাৰাৰ বাধ্য হৈ চলা নেকি ?"

"হয়, সেইটোৱেই মোৰ ইচ্ছা।"

"বাৰু, মোক এটি সুযোগ দিবানে ?"

"কি সুযোগ ?"

"তুমি মোক বুজাৰ সুযোগ ?"

তাইৰ এটি হুমুনিয়াহ ওলাই আহিল। "সি কেনেকৈ সম্ভৱ ?"

"উপায় মই দিম, সোণ !"

"সোণ" মাতটো তাই পাহৰি গৈছিল, এতিয়া মনত পৰিছে।

কেনেকৈ ব্যৱহাৰ কৰিছিল এই মাতটো সি বিয়া কৰাবলৈ ওলোৱা ছোৱালীজনীৰ উদ্দেশ্যে। ই ভাল পোৱা বুজায়। তাৰ মুখত এই মাতটো শুনি তাই কঁপি উঠিছিল কোনেও নজনাকৈ।

হঠাতে তাই তাৰ ফালে চালে, “মই তোমাক বিশ্বাস কৰিম এনেন। তোমাৰ নামটো মতাত শুদ্ধ হৈছেনে বাৰু ?”

“নিশ্চয়।”

তাই দেখিলে সি আকৌ তাইৰ গালৈ হালি আহিছে “ওঁহো, তুমি যোৱা এতিয়া।”

“আমি আকৌ ক’ত লগ হম ? ইয়ালৈকে আহিম জানো ?”

“নহয়, নহয়। মই ভাবিব লাগিব।”

“হস্পিটেলৰ সেই ফুলজোপাৰ তলত।”

“বাৰু।”

তাৰ আগবাঢ়ি অহা ওঠজুৰি এইবাৰ তাই বাধা দিব নোৱাৰিলে। সিহঁত দুয়ো আত্মহাৰা হৈ পৰিল। এইবাৰ তাইৰ উপলব্ধি হল তাই তাক ভাল পাই পেলাইছে। গছৰ পাতবোৰৰ পৰা সুৰীয়া শব্দ এটা আহি সিহঁতৰ কাণত পৰিল। মুখ দুখন আঁতৰাই দুয়ো বাঁহজোপালৈ দৃষ্টি পেলালে। কোমল পাতবিলাক বতাহত নাচিব লাগিছে। “কিমান ধুনীয়া !” তাই উলাহতে কৈ উঠিল। “কিবা আছে নেকি তাত !” সি আচৰিত হৈ সুধিলে।

ক্ষন্তেকৰ বাবে দুয়ো দুযোকো পাহৰি নাচি থকা পাতবোৰলৈ চাই থাকিল। পিচতহে তাইৰ মনত পৰিল তেতিয়াও তাই তাৰ বাহুৰ মাজতে থিয় হৈ আছে। তাই তাৰ বাহুবন্ধনৰ মাজৰ পৰা নিজকে মুক্ত কৰিলে আৰু ঘৰৰ ভিতৰলৈ সোমাই গ’ল।

* * * *

তাইৰ দুষ্টালিখিনি ধাৰণাৰ অতীত। তাই ইমানখিনিলৈ সন্মত হ’ল কিয় বাৰু ? নিজেই তাই উত্তৰ বিচাৰি নেপালে। মাক

দেউতাকে একো সুধিলে সিদিনা তাইক, তায়ো একো নকলে। পিচদিনা ৰাতিপুৱা তাই অইন দিনাৰ দৰে বহী-কিতাপ লৈ কলেজলৈ ওলাল। গৈ গৈ ঠিক আগৰ ঠাইতে মাৰ্কিন সেনাজনক বৈ থকা দেখা পালে। তাই অলপ উচপ খাই উঠিল। এনেকুৱা সময়ত প্ৰলোভনক ভেটা দিয়া সম্ভৱ জানো? তথাপি তাই ভাবিলে তাই এজনী ভাল ছোৱালী। তাই গহীন হবলৈ চেষ্টা কৰিলে। অইন ছোৱালীৰ দৰে চশমা নোহোৱা বাবে তাই অসুবিধাই ভোগ কৰিলে।

"তোমাক আজি বেচি ধুনীয়া লাগিছে"—সি ক'লে।

"মোক কলেজলৈ যাবলৈ দিয়া"—তাই বিনয়েৰে উত্তৰ দিলে।

সি ব্যগ্ৰ হৈ পৰিল, ক'লে, "জোচু, মোৰ ছুটী আৰু মাথো পাঁচদিন আছে। পৃথিবীৰ বিখ্যাত নগৰৰ অন্যতম কিওটো নগৰ চাবলৈ আহি মই একোৱেই নেদেখিলো। আজিৰ দিনটো তুমি মোৰ লগত ওলাই ক'ত কি চাবলগীয়া আছে দেখুৱাই দিয়াচোন। অন্ততঃ তোমাৰ স্বদেশ প্ৰেমৰ পৰিচয়কে পাম।"

কিবা এটি অজানিত আশঙ্কাত তাই নিমাত হৈ থাকিল।

"এইটো এটা মহৎ কাম নহব জানো?"—সি কৈ গ'ল, "মই এজন নিৰপৰাধী মাৰ্কিন যুবক। তুমি নেভাবিবা তোমালোকৰ দেশ জয় কৰিবলৈ অহা মই এজন সামৰিক বিষয়া। ধৰি লোৱা মই এজন বিদেশী পৰ্য্যটক। জাপানৰ বিষয়ে এটা উচ্চ ধাৰণা লৈ মই উভটিব খোজো আৰু সেই উদ্দেশ্যেই এই ধুনীয়া চহৰখনলৈ আহিলোঁ। জাপান এৰি চিৰদিনৰ বাবে যেতিয়া মই আমেৰিকাত বাস কৰিম তেতিয়া সকলোকে জনাব পাৰিম কিওটো চহৰখনৰ কথা, ইয়াৰ বিভিন্ন ঐতিহাসিক সৌন্দৰ্য্যৰ কথা। মোৰ জীৱনৰ আটাইতকৈ সুখৰ মুহূৰ্ত্তকেইটিৰ কথা মোৰ অন্তৰত সদায় নতুন হৈ থাকিব, জোচু।"

তাই নোৱাৰিলে। মিচিকিয়া হাঁহিৰে সঁহাৰি দি তাই কলে, "তুমি অতি দুষ্ট। মোৰ বাবে ই কেনেকৈ সম্ভৱ কোৱাচোন?

শিক্ষকক বাৰু কি বুলি কম ? আমাক যদি একেলগে ফুৰা কোনোবাই দেখে আৰু দেউতাৰ আগত কৈ দিয়েগৈ, তেতিয়া মোৰ অৱস্থা কি হব ?"

কান্ধ দুখন অলপ জোকাৰি এলেনে কলে, "মাফ কৰিবাদেই। মই জনাত তিৰোতাইহে কিন্তু এই বিষয়ত আগভাগ লয়।" তাৰ হাঁহি ভৰা মুখখন তাই ভালকৈ চাই ললে। সি তাইৰ কিতাপৰ বোজাটো পাতলাবলৈ হাত মেলিলে। তাইৰ মনত পৰিল আমেৰিকাত ল'ৰাবোৰে প্ৰায়েই ছোৱালীৰ কিতাপ কঢ়িয়ায়। এইটো তাত এটি নিয়মেই বুলি কব পাৰি। একেলগে তাৰ সৈতে গৈ তাই লাজেই পাইছে, সিও সহজে এৰি নিদিয়ে। তাইৰ ধাৰণা তাই ভুল কৰা নাই। কিন্তু উচিত আৰু অনুচিতৰ সীমাৰেখা সুবুজা হলেই ভাল আছিল বুলি তাইৰ ভাব হ'ল। এনেকুৱা সীমাৰেখা নথকা হলে ভুল কৰি কিমান যে আনন্দ পোৱা গ'লহেতেন, তাই মনতে ভাবিলে।

তাই আকৌ তাৰ পিনে চালে। এলেনৰ চকুও তাইৰ ওপৰত। সি মাত দিলে, "কিতাপবোৰ এই গছজোপাৰ আঁৰতে মই লুকাই থওঁ দিয়া। কোনেও নেদেখিব। আন কি তুমি লুকাই থাকিলেও ইয়াত কোনেও নেদেখে।"

"ময়েই থম দিয়া"—তাই উলাহতে কৈ পেলালে। কি আচৰিত ! সঁচাকৈয়ে তাই কিতাপবোৰ গছজোপাৰ আঁৰত লুকাই থলে। কোনেও নেদেখিলে। তাৰ পিচত দুয়ো এটি সৰু বাটেৰে সোমাই গ'ল। "কিওটো চহৰখনৰ কথা কোৱাচোন"—কিছুদূৰ যোৱাৰ পিচত সি কলে ; যেন জানিবলৈ সঁচাই তাৰ হেপাহ জন্মিছে। জোচুৱে একান্তমনে কৈ গ'ল যেন তাইৰ অবাক হোৱা বিবেকটোক প্ৰকৃতিস্থ কৰিবলৈহে—। —"ইয়াত চৈধ্য শ প্ৰাচীন বৌদ্ধ মন্দিৰ আছে। এসময়ত আমাৰ ৰাজধানী ইয়াতেই আছিল বহুত দিনলৈ। জন সংখ্যা এতিয়া দহলাখৰো অধিক হব। পুৰনি ৰাজকীয় প্ৰাসাদ আৰু ফুলনিবোৰ এতিয়াও আছে ; বোধহয় পথিৱীৰ ভিতৰত শ্ৰেষ্ঠ হব।"

"বাৰু সেই ফুলনিবোৰকে দেখুৱাচোন ?"—সি যোগ দিলে। তাৰ ভাব হ'ল সেই ফুলনিবোৰত নিৰ্জন ঠাই ওলাব। বিবিধ ভাস্কৰ্য্য খোদিত গুহা শিল আদিও পোৱা যাব আৰু লগতে পুখুৰী, লতিকা আৰু বিবিধ ফুলো দেখিব। এই ঠাইবোৰলৈ তাই ইচ্ছা কৰিয়ে তাক নিয়া নাই বুলি তাৰ সন্দেহ হ'ল।

তাৰপিচত সিহঁত ৰিয়নজী মন্দিৰ আৰু বিখ্যাত শিলৰ উদ্যানৰ পিনে গ'ল। এইদৰে শিলৰ ওপৰেদি ফুৰি ফুৰি বেলি দুপৰ হলত তাৰ আৰু ফুৰিবলৈ মন নোযোৱা হ'ল ; কলে, "মোৰ ভোক লাগিছে জোচু। তাতে ইমান খোজকাঢ়ি ভাগৰো লাগিছে। আমি এতিয়া এঠাইত গৈ কিবাকিবি খাই লওঁ বলা ; তাৰ পিচত চহৰৰ বাহিৰৰ দৃশ্য চাবলৈ যাম গাড়ী এখন ভাড়া কৰি।"

তাৰ প্ৰস্তাৱত সন্মতি দি জোচুৱে দিনতে সপোন দেখা যেন পালে। ইমানখিনিলৈকে মত দিয়াৰ পিচত দিনটোৰ বাকী সময়খিনি ফাকি দিবলৈ তাইৰ যেন একো আপত্তি নাই। কথাটো মনলৈ অহাৰ লগে লগে এলেনৰ শৰীৰ ৰোমাঞ্চিত হৈ উঠিল। তেজবোৰ বেচি বেগে বব ধৰা যেন তাৰ অনুভৱ হ'ল।

চহৰৰ উপকণ্ঠত সৰু হোটেল এখনত দুপৰীয়াৰ ভোজন কৰি সিহঁত ঘোৰাগাড়ী এখনেৰে বাহিৰলৈ ওলাল। পাহাৰ এটাৰ তলতে গাড়ীখন এৰি দুয়ো পাহাৰ বগাবলৈ ধৰিলে। বয়সীয়াল ঘোৰা আৰু বুঢ়া চালকটো তাতে টোপনিয়াব ধৰিলে। পাহাৰৰ ওপৰত এচটা বহল শিল পাই এলেনে মাত লগালে, "এইখিনিয়ে ভাল হব বহিবলৈ। অলপ বহাচোন জোচু ?"

তাই শুনিলে আৰু তাৰ পৰা অলপ ব্যৱধান ৰাখি বহি পৰিল। কপাললৈ ওলমি পৰা তাইৰ চুলিবোৰ ঘামত তিতিছিল। ওঠযুৰি ৰঙা হৈ পৰিছিল। সি তাইলৈ চালে আৰু নিমিষতে ব্যৱধানখিনি নাইকিয়া কৰি তাইৰ হাতত ধৰিলে "জোচু!"

তাইৰ ডাঙৰ আৰু উজ্জ্বল চকুযুৰি তাৰ ওপৰত ; কলে, "মোক আমেৰিকাৰ কথা কোৱাচোন এতিয়া ?"

আমেৰিকা ! এই সময়ত আমেৰিকাৰ কথা সি পাহৰিয়ে গৈছিল। "ৰাতিপুৱাৰ সময়খিনি জাপানৰ কথা কৈয়ে কটাই দিলো"—তাই কলে, "এতিয়া আমেৰিকাৰ কথা কোৱা। কালিফ'ৰ্ণিয়াৰ কথা মোৰ মনত আছে। ভাৰ্জিনিয়াৰ কথা কোৱা। তোমাৰ ঘৰৰ কথা, মা-দেউতাৰাৰ কথা। তেওঁলোক আছে নিশ্চয় ?"

তাই হাতখন তাৰ হাতৰ মাজৰ পৰা আঁতৰাই নিয়া নাই নাইবা নিজে আঁতৰি গৈও বহা নাই। কিন্তু ভাৰ্জিনিয়াৰ কথা কৈ, তাৰ ঘৰৰ কথা উলিয়াই তাক তাইৰ পৰা বহু আঁতৰলৈ পঠাই দিলে।

"কোৱাচোন জানিবলৈ মোৰ বৰ ইচ্ছা হৈছে"—অনুৰোধৰ সুৰত পুনৰ জোচুৰে কলে।

"কওঁ বাৰু"—সি অতি অনিচ্ছা সত্ত্বেও আৰম্ভ কৰিলে। "আমাৰ ঘৰ সৰু চহৰ এখনত। বিচ্‌মণ্ডৰ পৰা বেচি দূৰৈত নহয়।"

"বিচ্‌মণ্ড ?"

"কিওটোৰ নিচিনাই"—সি কলে। "অৱশ্যে ইমান ডাঙৰ নহয়। ভাৰ্জিনিয়াৰ সদৰ ঠাই।"

"তোমাৰ ঘৰৰ কথা কোৱাচোন ?" তাই যোগ দিলে।

"আমাৰ ঘৰটো ডাঙৰ। কাঠৰ। বগা ৰঙ দিয়া। ঘৰটো অৱশ্যে পুৰণি, ককাদেউতাৰ দিনতে সজা। ঘৰটোৰ চাৰিওফালে বহুত মুকলি ঠাই—অনুমান তিনিহেজাৰ বিঘা হব। কাঠনি, পাহাৰ, নিজৰা আদিও তাত আছে।"

"খুব ধুনীয়া দেই"—তাই প্ৰায় চিঞৰি কলে।

তাৰ পিচত সি ঘৰটোৰ বিতং বিবৰণ দিলে। কেইমহলীয়া, কোঠা কিমান, সি কোনটোত থাকে, চকি মেজ পালং আৰু

আৰু আন আন ছবিবোৰৰ কথাও কলে। পিচত তাই সুধিলে—

"তোমাৰ ঘৰত আৰু কোন আছে, মা-দেউতা আৰু ?"

"আৰু মই। ইমানেই।"

"তুমিয়ে একমাত্ৰ সন্তান ?"

"এবা।"

তাই অলপ গহীন হৈ কলে, "তুমি ছাগৈ কিমান মৰমৰ ?" সি হাঁহিলে "মাজে সময়ে ময়ো সেইদৰে ভাবোঁ।"

"আৰু তোমাৰ মাৰা ? তেওঁ কেনেকুৱা বাৰু ?"

"ভালেই।"

"মানে, দেখিবলৈ ?"

"ওহ !" সি এতিয়াহে বুজিলে।" "মা অলপ সৰুকৈ পাতল চেহেৰাৰ। কিন্তু তেওঁৰ শক্তি আছে বেচ।"

"তোমাৰ দেউতা ?"

"এজন ডাঙৰ মানুহ, শান্ত আৰু এলেহুৱা প্ৰকৃতিৰ। অন্ততঃ মাৰ মতে।"

"তেওঁ কি কৰে বাৰু ?"

"তেওঁ উকীল। কিন্তু ওকালতি ব্যৱসায় নকৰে। ককা দেউতা ঢুকোৱাৰ পিচত প্ৰয়োজনো নাছিল অৱশ্যে।"

জোচুৱে বুজিলে ইয়াৰ অৰ্থ তেওঁলোকৰ যথেষ্ট টকা আৰু সম্পত্তি আছে। কিন্তু টকাৰ কথা সুধিবলৈ বেয়া পালে। নামনিত থকা বাঁহ কেইজোপাৰ আগবোৰলৈ তাইৰ চকু গ'ল। তাৰ সিপিনলৈ কিওটো চহৰখন। বহুত নামনিত থকা যেন লাগিলেও আচলতে ৰত্ব বেচি নহয়।

"মই সোনকালে ঘৰলৈ উভটিব লাগিব"—হঠাৎ তাই কৈ উঠিল। "কলেজ ছুটী হোৱাৰ লগে লগে ময়ো ঘৰ পাব লাগিব।"

দিনটো কেনেকৈ পাৰ হৈ গ'ল এলেনে গমকে নেপালে। হাতৰ

তলুৱাত মূৰটো থৈ তাতে সি দীঘল দি পৰিল, আৰু কলে, "এতিয়াই নহয় জোচু।"

তাই তালৈ চাই পঠিয়ালে। তাৰ অৰ্থ সি বুজি নেপালে। ভাবিলে ভয়তে নহয় ছাগৈ।

"মোৰ ওচৰতে অলপ শোৱাচোন জোচু?"

তাই মূৰ জোকাৰিলে। লাজত তাইৰ মুখখনি আৰু ৰঙা পৰিল। সি লক্ষ্য কৰিলে তাইৰ তলৰ ওঁঠটি কঁপিব লাগিছে।

"তুমি মোলৈ ভয় কৰা নহয়?" সি মৰম লগাকৈ সুধিলে।

"অলপ অলপ" তাই স্বীকাৰ কৰিলে।

"মই তোমাক আঘাত নিদিওঁ।"

তাই মূৰ জোকাৰিলে।

অতি বিনয়েৰে সি আকৌ কলে, "মই যে তোমাক ভাল পাওঁ তাক জানো তুমি পাহৰি গলা?"

"পাহৰা নাই"—তাই সৰুকৈ কলে। "মোৰ সদায় মনত থাকিব। কিন্তু কিয় বাৰু ভাল পোৱা?"

তাই আকৌ দৃষ্টি তাৰ ওপৰত পেলালে। এইবাৰ তাই গহীন। এলেন হঠাৎ উঠি বহিল। কিয় বাৰু সি তাইক ভাল পায়? সি যি কৰিবলৈ বিচাৰে তাক তাই অসম্ভব কৰি তুলিছে। সি কলে, "মই নেজানো। মই নিজকে ইয়াৰ উত্তৰ সুধিছো। কব পাৰা ইও এটি ক্ষুধা বুলি। তোমাৰ বাহিৰে মই ভাল পাব পৰা ছোৱালী ইয়াত দেখা নাই।"

"কিছুদিন পিচতে তুমি ইয়াৰ পৰা গুচি যাবাগৈ।"

"আকৌ উভটি আহিম।"

তাইৰ হাঁহি উঠিল। "তেনেহলে আমি দেখোন অপেক্ষা কৰিব পাৰো"—তাই উলাহতে কৈ উঠিল। "মোক ভাল পোৱাৰ সমিধান এতিয়াই নিদিলেও হব।"

তাই ততালিকে থিয় হ'ল আৰু তাৰ মুখলৈ এবাৰ চালে। তাৰ পিচত তাই দৌৰি দৌৰি নামিব ধৰিলে। পিচে পিচে যোৱাৰ বাহিৰে এলেনৰ আৰু উপায় নাই। ভৈয়ামত গাড়ীখন নোপোৱালৈকে বাটত তাই ক'তো নৰল। তাত বৈ তাই চিয়ঁৰি কলে, "জাপানলৈ অহাৰ পৰা আজিৰ দৰে মই দৌৰা নাই। কালিফ'ৰ্নিয়াত থাকোঁতে অৱশ্যে দৌৰা অভ্যাস আছিল।"

ঘোৰা আৰু চালক সাজু হ'ল।

"আজিলৈ ইয়াতেই শেষ নে কি ?" এলেনে সুধিলে।

"মাত্ৰ আজিলৈহে"—তাই উত্তৰ দিলে। "তোমাৰ সৈতে এটি দিন, এলেন কেনেডী।..."

আগেয়ে তাই তাৰ সম্পূৰ্ণ নামটো মতা নাছিল, গতিকে লাহে লাহে তাই উচ্চাৰণ কৰিলে।

জোচুৰে ৰাতিপুৱা কল্পনাও কৰিব পৰা নাছিল যে দিনটো তাইৰ এইদৰে অতিবাহিত হব। দিনৰ শেষত তাইৰ মনটো আনন্দ আৰু সপোন মিহলি কিবা এটা যেন ধাৰণা হৈছিল। কিতাপবোৰ ঠিক য'তেই এৰিছিল তাতেই আছে ; সেইবোৰ তুলি লৈ তাই যাবলৈ ওলাল।

"মোৰ কিন্তু চাবলৈ বহুত বাকী থাকিল"—অভিযোগৰ সুৰত সি ক'লে, "নাৰা মই দেখা নাই ; সকলোৱে কিন্তু নাৰা চাবলগীয়া বুলি কয়।"

"তুমি তোমাৰ বন্ধুবোৰৰ সৈতে যাব লাগিছিল"—তাই সাজি-পাৰি উত্তৰ দিলে। "সেইটো মোৰ দোষ নহয়।"

"সেইটো তোমাৰেই দোষ"—সি তৰ্কৰ সুৰত ক'লে। মই তোমাক দেখা বাবেহে তোমাৰ পৰিচয় জানি লবলৈ ইচ্ছা জন্মিল।"

আধা ঠাট্টাৰ সুৰত আৰু আধা আত্মৰক্ষাৰ বাবে সি সেইদৰে আৰম্ভ কৰিলে। কিন্তু দৰাচলতে সি নিজেই নাজানে তাৰ উদ্দেশ্য

কি ? অইন মানুহক নিতৌ সি যিদৰে চলি অহা দেখিছে সি নোৱাৰে। সি নিজকে সেই সাধাৰণ মানুহবিলাকতকৈ বেলেগ বুলি বিশ্বাস কৰিছিল। আৰু সি ভাবিছিল যে জোচুও জাপানৰ সাধাৰণ ছোৱালীৰ দৰে নহয়।

তাইৰ চকু তাৰ ওপৰত দেখা পাই সি উচপ খাই উঠিল, তাইৰ চাৱনি গহীন আৰু তাত বিষাদৰ ছাঁ সি দেখিবলৈ পালে।

"তুমি তেনেহলে ইচ্ছা কৰা কাইলৈ তোমাৰ লগত ময়ো নাৰালৈ যাব লাগে ?"—তাই সুধিলে।

খুব আন্তৰিক ভাবেই ইচ্ছা কৰোঁ"—সি উত্তৰ দিলে। তাই নীৰৱে তালৈ চাই থাকিল কিছুপৰ, পিচত কলে,

"মই ভাবি চাব লাগিব।"

"তুমি ভাবি কি ঠিক কৰা মই কেনেকৈ জানিম জোচু ?"

"যদি মই আহোঁ কাইলৈ ইযাতেই মোক লগ পাবা। মই কিতাপ এৰি আহিম।"

"বাৰু, মই অপেক্ষা কৰিম।"

বিদায় মুহূৰ্ত্তটো ইমান সোনকালে শেষ হৈ যাব বুলি সিহঁতে ভবা নাছিল। কৰমৰ্দ্দন কৰি বিদায় লবৰ সময়তো এজনে আনজনৰ প্ৰতি থকা অনিচ্ছা আৰু ভয়সঙ্কুল কামনাৰ প্ৰতি সচেতন হৈ পৰিছিল।

নিজৰ দুষ্টালিৰ কথা ভাবি জোচু অবাক হ'ল। তাই পঢ়া শেষ কৰি কলেজৰ পৰা ঘৰলৈ উভটিছে! দেউতাক ঘৰত নাছিল। টান ৰোগী চাবলৈ কেনিবা গৈছিল। গধূলিৰ সাজ তাই মাকৰ লগতে খালে। দেউতাক থকা হলে তাই ভালেই পালেহেতেন, অন্ততঃ গহীন হব পাৰিলেহেতেন। মাকজনী ইমান মৰমিয়াল, জোচুৰে বেয়া পোৱা কথা তেওঁ একো কব নোৱাৰে। ইমান দয়ালু মাকজনীক বাৰু ফাকি দিযে কেনেকৈ ? মিছা কথা কোৱা তাইৰ অভ্যাস নাছিল, কিন্তু এতিয়া নকৈ জানো উপায় আছে ?

"কলেজত আজি বৰ গৰম আছিল নিশ্চয়"—মাকে সুধিলে।

"হয় মা, আমাৰ বহা কোঠাটো উত্তৰ ফালে নহয় ?" তাই উত্তৰ দিলে আৰু মাকক বন্ধা কামত সহায় কৰিবলে ব্যগ্ৰ হৈ পৰিল।

"তই বেচি কষ্ট কৰিব নেলাগে"—মাকে ক'লে। "মোৰ আজি ভোক নাই। তোক কবলৈ সাহসেই নহয়।"

"কোৱা মা—কি হৈছে ?" তাই সুধিলে।

"মাটচু পৰিয়ালৰ বিপদ। কৱৰীৰ বেমাৰ। দেউতাৰাই অপাৰেশ্যন কৰিব লাগিব বুলি সন্দেহ কৰিছে।"

জোচুৰ চিন্তাৰে বিষয় ! "কৱৰী ! আশা কৰোঁ অসুখ বৰ বেচি নহয় মা ? ঘৰটোত যে সিয়ে শেহতীয়া ল'ৰা ?"

"ইমান ভাল লৰাটো ?"—মাকে ক'লে।

"ময়ো সদায় ভাল বুলিয়ে শুনি আহিছো"—জোচুৱে কলে। তললৈ মূৰ কৰি তাই খাবলৈ আৰম্ভ কৰিলে।

"তোমাৰ দেউতাৰাৰ দায়িত্ব খুব বাঢ়িছে"—মাকে কৈ গ'ল।

"মিঃ মাট্‌চু তেওঁৰ পৰম বন্ধু"—জোচুৱে উত্তৰ দিলে।

"অকল সেয়ে নহয়"—মাকে ক'লে, "তোমাৰ দেউতাৰাই কৱৰীৰ কথাও ভাবে। এই ডেকালৰাটোলৈ তেওঁৰ খুব আগ্ৰহ; মাজে সময়ে তাক লৈ বহুত কথাই তেওঁ ভাবে।"

দেউতাকে ভবা কথা জোচুৰ অবিদিত নহয়। কিন্তু আত্মৰক্ষাৰ বাবেও তাই এষাৰ উত্তৰ দিব নোৱাৰিলে। গোপন প্ৰেমৰ মায়াজালত তাই আৱদ্ধ। তাইৰ সত্বা ইতিমধ্যে সেই ঠাইৰ পৰা আঁতৰি গৈছে; তাইৰ ঘৰ, তাইৰ মাক দেউতাকক এৰি। তাইৰ মন আৰু প্ৰাণ সেই মাৰ্কিন ডেকাজনৰ সান্নিধ্য বিচাৰি ঘূৰি ফুৰিছে। ভাও জুৰিয়ে বা কি লাভ ? খুব বেচি মাৰ্কিন ডেকাজনৰ মনটো নোপোৱালৈকে তাই এই সত্যটো লুকাব পাৰিব। মাৰ্কিন ডেকা অৱশ্যে তাই বহুতো দেখিছে কিন্তু তাৰ দৰে তাই কাকো পোৱা নাই। সাময়িক

কুচকাৱাজৰ বেলিকা কেৱল সিহঁত ভাল, হুকুম নেপালে সোঁ-বাওঁ কোনো পিনে নেচায় আৰু খোজবিলাক ঠিক একে সময়তে তাল ৰাখি দিব জানে। কিন্তু অইন সময়ত সিহঁত মদপী, গুণ্ডা। সিহঁতলৈ তেতিয়া চাবই নোৱাৰি। তেতিয়া তাই ক'ৰবাত লুকাই আশ্রয় লয়। কিন্তু যিবিলাক জাপানী ছোৱালী তেতিয়া সিহঁতে ধৰি নিয়ে সিহঁতক তাই আৰু বেচি ঘৃণা কৰে। তাই সিহঁতৰ নিচিনা নহয়। কেনেডীও সিহঁতৰ নিচিনা নহয়। কাজেই সিহঁতৰ প্ৰেম আনৰ লগত তুলনা কৰিব নোৱাৰি।

এইবোৰ ভাবৰ চাকনৈয়াত পৰি তাই মাকক কি উত্তৰ দিছিল নিজেই কব নোৱাৰে। তাইৰ আনমনা ভাব মাকৰ চকুত পৰিছিল। সেয়ে খোৱা-লোৱা শেষ হলত জীয়েকৰ পিনে চাই বিমোৰত পৰি সুধিলে, "বাৰু জোচু এনে কি কথা আছে যে তুমি মোৰ পৰা লুকাই ৰাখিছা ?"

"আজি কলেজত দিয়া এটি অঙ্কৰ কথা ভাবিছোঁ মা"—তাই উত্তৰ দিলে। পিচত তাই নিজেই অবাক মানিলে কেনেকৈ স্পষ্টভাবে তাই কথাটো সাজি কৈ দিলে। ইমান মিছা কথা! এইদৰে মিছা কোৱা বাবে পিচত তাই অনুতাপ কৰিব লাগিব। কিন্তু তেতিয়া তাইৰ দেহ আৰু মন এক অজান ভাবত পুলকিত! সেইদেখি অকনো সঙ্কোচ নকৰাকৈ কব পৰিছিল।

ভাগৰ লগা বুলি কৈ জোচুৱে সোনকালে শোৱাপাটী ললে। নিশাটো বেচ পৰিষ্কাৰ আছিল, পৰ্দাৰ ফাকেৰে আকাশত তিৰবিৰ কৰি থকা অলেখ তৰা তাইৰ চকুত পৰিল। তৰাবোৰ ধিমিক ধামাক কৈ জ্বলা নাই, স্থিৰ হৈ পোহৰ বিকীৰণ কৰিছে। এনেনেও জানো ভাবিছে কি কৰা উচিত ? দুজন মানুহৰ এজনে আনজনৰ প্ৰেমত পৰিলে একো নকৰাকৈ থাকিব পাৰি জানো ? কালিফ'ৰ্নিয়াত পঢ়া কিছুমান আলোচনীৰ কথা তাইৰ মনত পৰিল। তাত প্ৰেম প্ৰায়েই

বিয়াত পৰিণত হয়গৈ। প্ৰথমতে চুমা, তাৰ পিচত ইচ্ছা প্ৰকাশ তাৰ পিচত আহিব বিয়াৰ দিন স্থিৰ কৰিবলৈ অনুৰোধ। চুমা তাই গ্ৰহণ কৰিলে, মনৰ ইচ্ছাও সি প্ৰকাশ কৰিছে। এতিয়া সি বিয়াৰ দিন ঠিক কৰিবলৈ অনুৰোধ জনাবলৈ বাকী আছে। কিন্তু ই যে জাপান! আমেৰিকাৰ কথা সুকীয়া। তাইৰ এটি হুমুনিয়াহ ওলাই আহিল। এলেনৰ মুখখন আকৌ এবাৰ মানস পটত আঁকি ললে। এটি মিচিকিয়া হাঁহি আপোনা আপুনি ওলাই আহিল তাইৰ। কেতিয়া ৰাতি পুৱায় আৰু কেতিয়া তাক লগ পাব তাকে ভাবি চকু মুদি দিলে।

* * * *

পিচদিনা বেলিৰ কিৰণে ৰাতিপুৱাই জোচুক জগাই দিলে। উঠি তাই মাককহে দেখা পালে, দেউতাকক নেদেখিলে। মাকে পিচত ক'লে যে ৰাতি উভটি আহোঁতে দেউতাকৰ বহুত পলম হৈছিল। ক'বৰীৰ তেওঁ অপাৰেশ্যন কৰিলে, হলেও সি একেবাৰে বিপদ মুক্ত হোৱা নাই হেনো। সেয়ে ডাক্তৰৰ চিন্তা কমা নাই। নিজে সাৰ নাপালে তেওঁক ন বজাতহে জগাবলৈ আদেশ কৰিছে।

জোচু ৮—৩০ বজাত ওলাই গ'ল। দেউতাকলৈ এখন লেখি থৈ গ'ল অৰণ্যে। পিচ মুহূৰ্ত্ততে সকলো পাহৰি গ'ল। ৰাতি বৰষুণ হৈ যোৱা বাবে বতৰটো পিচদিনা বেচ উজ্জল হৈ পৰিছিল, আকাশখন তেনেই নিৰ্মল। এলেনে ঠিক ঠাইতে তাইলৈ বাট চাই আছিল। এইবাৰ কলেজৰ বুঢ়া দাৰোৱান জনে কিবা মন কৰি বাটলৈ চাই আছিল। জোচুৱে তাক দেখি বৈ গ'ল। এলেন তাইৰ ওচৰলৈ আগবাঢ়ি আহিল আৰু ক'লে, "সি তোমাক দেখা নাই।"

"আমি পিচপিনৰ বাটেৰে ৰেল ষ্টেচনলৈ যোৱা ভাল হব"—তাই কলে। "নাৰালৈ ইয়াৰ পৰা এঘণ্টাৰো কম বাট।"

দুয়ো হাতত ধৰাধৰিকৈ ষ্টেচনলৈ আগবাঢ়িল। দুই-এটোপকৈ— তেতিয়াও গছৰ পাতৰ পৰা পানী পৰি আছে। বগা নিৰ্মল কপাহী

কাপোৰৰ ব্লাউজ আৰু স্কাৰ্ট জোচুৱে পিন্ধিছিল। পানীৰ টোপোলবোৰ পৰি তাইৰ বগা গাটো ঠায়ে ঠায়ে ওলাই পৰিছিল। তাই কেতিয়াও টুপী নিপিন্ধিছিল, সেয়ে দুই এটোপাল পানী আহি তাইৰ চুলি আৰু গালত পৰিছিলহি। এলেনে সেয়ে মিচিকিয়াই হাঁহি "তোমাক নিয়ৰত তিতা ফুল পাহ যেন লাগিছে" বুলি মন্তব্য কৰিলে। তালৈ চাই তাই মিচিককৈ হাঁহি এটা মাৰিলে, তাইৰ দুচকুত যেন প্ৰেমৰ কণিকা ছিটিকি পৰিছে।

ৰাতিপুৱাৰ ৰেল। ভিৰ বেচি নাছিল। সিহঁত দ্বিতীয় শ্ৰেণীত যাবলৈ ধৰিছিল। তাইৰ চকুত পৰিছিল মানুহবোৰৰ সিহঁতলৈ কৌতুহলী দৃষ্টি। উচ্চবংশৰ জাপানী ছোৱালী এজনী মাৰ্কিন যুবকৰে সৈতে! কোনেও পচন্দ নকৰে। তাই নেদেখা ভাও জুৰিছিল। ৰেলখন যিমানে আগবাঢ়িবলৈ ধৰিলে তাই এখন এখনকৈ ঠাইবোৰৰ বিৱৰণ তাক দি গ'ল।

"নাৰা আছিল জাপানৰ—প্ৰথম স্থায়ী ৰাজধানী"—তাই অলপ স্পষ্ট আৰু ডাঙৰকৈ কৈ গ'ল। "পোন-প্ৰথমতে আমাৰ স্থায়ী ৰাজধানী বুলিবলৈ নাছিল। প্ৰত্যেকজনে শাসকে তেওঁ বাস কৰা ঠাইতে ৰাজধানী পাতিছিল। কিন্তু প্ৰথম শতিকাত নাৰা এবাৰ ৰাজধানী হ'ল আৰু তাতে সাতজন ৰজাই ৰাজত্ব কৰি গ'ল। তাৰ পিচত কিওটোৰ ওচৰতে থকা নাগাওকালৈ ৰাজধানী বদলি হল।"

"নাৰাত বাৰু কি দেখা পাম?" এলেনে সুধিলে। জোচুৱে দি যোৱা বৰ্ণনাৰ পৰা তাতকৈ ডবাটোৰ অইন যাত্ৰীবহে উপকাৰ বেচি হৈছিল—তাৰ ধাৰণা হ'ল।

"তুমি যি চাবলৈ ইচ্ছা কৰা?—তাত দোকান, ৰাজপ্ৰাসাদ, মন্দিৰ, দেবালয়, ইম্পেৰিয়েল পাৰ্ক আদি আছে।"

"পাৰ্ক?" সি ততালিকে সুধিলে; "কিমান ডাঙৰ?"

"প্ৰায় চাৰি হেজাৰ বিঘামান হব।"

"তেনেহলে পাৰ্ক।"

অলপ পিচতে বেলখন নাবা ষ্টেচন পালেগৈ। তাৰ পৰা ওলাই আহি জোচুৰে এখন বিক্সা মাতিলে আৰু তাতে দুয়ো পাৰ্কলৈ বাওনা হ'ল। বেলত যাত্ৰীবিলাকৰ কৌতুহলী দৃষ্টিৰ স্মৃতিবোৰ আঁতৰাবলৈ সিহঁতৰ অলপ সময় লাগিল। পাৰ্কত প্ৰায় এঘণ্টামান ফুৰি চাকি নানা দৃশ্য চোৱাৰ পিচত এলেনৰ অন্তৰৰ গুপ্ত কামনা ক্ৰমে তীব্ৰ হৈ আহিল। পাৰ্কৰ পৰা এটি সৰু বাটেৰে সিহঁত আগবাঢ়িল। সুৰসুৰীয়া বাটটো এলেনে ইচ্ছা কৰিয়ে বাচি ললে। কিছুদূৰ গৈয়েই সি হঠাতে তাইক সাৱটি ধৰিলে।

চুমাৰ বাবে আত্মসমৰ্পন কৰা প্ৰশ্ন তেতিয়া আৰু নাই। চুমা তাইৰ বাবে আৰু অপ্ৰত্যাশিত হৈ থকা নাই। তাৰ বাবে তাই সাজু আছিল। তাত তাই তৃপ্তি লভিছিল, অসীম তৃপ্তি!

এলেনৰ বাবে চুমা তেতিয়া পাতনি মাথোন, এটি অচিনাকী হৃদয়লৈ জনোৱা আমন্ত্ৰণ মাত্ৰ; তাত তাৰ তৃপ্তি নুগুচে। তাত সি এতিয়া পায়—আৰু বেচি আগবাঢ়িবলৈ এটি অদমনীয় হেপাহ। ওপৰাওপৰিকৈ সি কেবাবাৰো চুমা খালে। চুমাৰে গাল মুখ ওপোচাই দিলে। পিচত তাতে ক্ষান্ত থাকিব নোৱাৰি উত্তেজনাত তাইক কোলাত তুলি লৈ ওচৰতে থকা সৰল গছ এজোপাৰ তলত শুৱাই নিজেও পিচ মুহূৰ্ত্ততে তাৰ মূৰটো তাইৰ বুকুৰ ওপৰত থলে। আঙুলি কেইটাই যেন কঁপি কঁপি নিৰ্লজ ভাবে কি বিচাৰিব ধৰিলে।

তৎক্ষণাৎ তাই তাৰ মতলবটো বুজি উঠিল, তাই তাৰ—মূৰটো দুহাতেৰে জোৰেৰে আঁতৰাই দি কলে,—

—"ওহোঁ, সেইদৰে নহয় এলেন কেনেডী! সি হব নোৱাৰে।"

লাহেকৈ কলেও তাইৰ কথাকেইটি বেচ স্পষ্ট আৰু গহীন আছিল। ভাৰ্জিনিয়াৰ সম্ভ্ৰান্ত পৰিয়ালত ডাঙৰ দীঘল হোৱা মাৰ্কিন

যুবকৰ মনটো ততালিকে বাস্তবলৈ নামি আহিল, তাৰ ইচ্ছাৰ বিৰুদ্ধে। সৈনিক জীৱন বাচি লৈছে যদিও অভিজ্ঞতাত সি নতুন। ভালবেয়াৰ বিচাৰ বা হিতাহিত জ্ঞান তাৰ লোপ হোৱা নাই। তাইৰ কোমল আৰু গহীন মাতত তাৰ কামনাৰ উত্তপ্ততা চেঁচা হৈ আহিল। তাৰ লাজ লাগিল আৰু তাইৰ বুকুতে মুখখন লুকুৱাই নীৰৱ হৈ পৰিল।

কিছুপৰ তাই অলৰ অচৰ হৈ পৰি থাকিল ; বুকুৰ পৰা তাৰ মূৰটো আঁতৰাবলৈ কোনো চেষ্টা নকৰিলে। অলপ পিচত তাই নিজেই আঁতৰি আহি বহি পৰিল। সি মাটিতে দীঘল দি গছৰ পাতবোৰলৈ চাই থাকিল। তায়ে আকৌ আৰম্ভ কৰিলে :

"মোৰ প্ৰকৃতি জাপানীৰ দৰে নে মাকিন ছোৱালীৰ দৰে মই নিজেই নেজানো। কিন্তু মোৰ বিশ্বাস আন যিয়ে হওক মই দেউতাৰহে ছোৱালী। মই এজনী চাকাই বংশৰ ছোৱালী। আনবোৰতকৈ আমাৰ বংশ বহুত উচ্চ। আমাৰ এতিয়া বিচাৰ কৰি চাবৰ প্ৰয়োজন হৈছে ইজনে আনজনক কিদৰে ভাল পাওঁ। তেতিয়াহে আমি এটা মীমাংসাত উপনীত হব পাৰিম। তুমি কি কোৱা বাৰু ?"

তাই আৰু কব নোবাৰিলে। সি যদি কয় "আমি বিদায় লোৱাই ভাল"—তাইৰ কি অবস্থা হব ? ইপিনে দেউতাকৰ কথাও তাই ভাবিবলৈ বাধ্য। দেউতাকৰ কথা মনলৈ অহাত তাইৰ যেন সাহস বাঢ়িল, আত্মবিশ্বাস ওপজিল। চাকাই বংশৰ সন্তান তেওঁলোক। আমেৰিকাৰ বন্দী শিবিৰৰ ঘৃননীয় জীৱনতকৈ দেউতাকে জাপানলৈ অহাটোকে পচন্দ কৰিছিল।

"আমি বাৰু আজিয়েই সকলোখিনি নিস্পত্তি কৰিব লাগিবনে ?"—সি সুধিলে। সম্মতি সূচক ভঙ্গিৰে তাই উত্তৰ দিলে, "নিশ্চয় !"

"কিয় ?"

অলপ সঙ্কোচ কৰি পিচত সাহ গোটাই লৈ তাই কলে, "কাৰণ যেতিয়াই দুয়ো নীৰলে লগ হওঁ—তেতিয়াই তুমি মোক আক্ৰমণ কৰা।"

জোচুৰ স্পষ্টবাদিতাত সি আচৰিত হ'ল, বাহিৰত তাক প্ৰকাশ নকৰি মাথোন কলে," খং নকৰিবা, কাষলৈ আহাচোন জোচু।"

"সেয়া জানো আক্ৰমণ নহয়?" প্ৰতিবাদৰ সুৰত তাই কলে।

"সহজ কথাত কলে হয়তো হবও পাৰে"—অনিচ্ছাসত্বেও তাৰ মুখৰ পৰা ওলাই আহিল।

"তাৰ বাবে মই নিজেকে ক্ষমা নকৰিম"—তৎক্ষণাৎ তাই উত্তৰ দিলে। "মই যদি তোমাৰ সৈতে অকলে ফুৰিবলৈ মান্তি হওঁ—তাৰ সম্পূৰ্ণ দায়িত্ব মই বহন কৰিব লাগিব।"

"বাঃ—ইমান ডাঙৰ কথা তুমি কালিফৰ্নিয়াত শিকিলানে?"

"কালিফনিয়াত শিকা নাই। জাপানতে শিকিছো, দেউতাৰ ওচৰত।"

"কি ভয়ঙ্কৰ দেউতা!"

"হব পাৰে।"

সি একো নমতা দেখি তাই যোগ দিলে," হয়তো ছোৱালীৰ মঙ্গলৰ বাবে তেনেকুৱা দেউতাৰহে আৱশ্যক।"

কিছুপৰ দুয়ো নিমাত। এলেনৰ চকুদুটিয়ে তাইৰ চুলিৰ পৰা ভৰিলৈকে এবাৰ নিৰীক্ষণ কৰি ললে। পিচত ক'লে,

"তোমাৰ জোতাযোৰ এবাৰ খোলাচোন? সৰু ভৰি দুখনি এবাৰ চাই লওঁ। হাত দুখনৰ দৰে ভৰিবোৰো নিশ্চয় ধুনীয়া।"

হঠাৎ তাই ৰঙা পৰি উঠা দেখি সি তবধ মানিলে।

"এতিয়া আৰু মই তোমাৰ সৈতে থাকিব নোৱাৰোঁ"—তাইৰ খং উঠিল।

"আৰু সম্ভৱ নহয়। তুমি মোক খুব সস্তীয়া ধৰণে ঠাট্টা কৰিবলৈ লৈছা এনেন! অন্ততঃ নিজকে মই সন্মান কৰোঁ। এতিয়াহে মই তোমাৰ মন বুজি পাইছো। প্ৰেম? মোৰ এনেকুৱা প্ৰেমৰ প্ৰয়োজন নাই।"

কৈয়ে তাই তাৰ পৰা উঠিল আৰু যাবলৈ ধৰিলে। সি জপিয়াই উঠি তাইৰ পিচে পিচে লৰি গৈ হাতত ধৰিলে; "জোচু! মই কি কৰো বাৰু? তুমি যে ইমান খং কৰিছা? সোনটি মোৰ! মই বুজি নোপোৱাকৈ কিবা কলোনেকি?" সি তাইৰ কান্ধত ধৰি কলে "উত্তৰ নিদিয়া কেলেই জোচু?"

তাই তাৰ ফালে চাই থাকিল। চকুত যেন জুই জ্বলিছে। সেই খঙৰ প্ৰকাশ তাইৰ ওঠতো নাইকিয়া হোৱা নাই?

"তুমি মোৰ কথাৰ উত্তৰ নিদিয়া এনেন? মই সুধিছিলো 'আমি কি কৰা উচিত' আৰু তুমি উত্তৰ দিলা "তোমাৰ ভৰি দুখন' ....."

তাই কঁপিব ধৰিলে। মুখখন আঁতৰাই তাই মূৰটো সিমুখ কৰিলে, দুচকুৰ পৰা বাগৰি অহা চকুলোখিনি মচি ললে।

চেনেহত তাৰ অন্তৰ গলি গ'ল। অতি আন্তৰিক ভাবে সি ক'লে, "সোনটি মোৰ! মই যদি উত্তৰ দিয়া নাছিলো তাৰ কাৰণ কেনেকৈ উত্তৰ দিব লাগে নেজানো।"

"যদি তুমি নেজানা তেন্তে মোক স্পৰ্শ কৰাই তোমাৰ উচিত নাছিল।"

তাৰ হাত দুখন নমাই আনিলে—"ঠিকেই কৈছা তুমি।" তাই কৈ গ'ল—"যদি তুমি নেজানা অনুৰোধ কৰিছো আজিয়েই তুমি টকিঅ'লৈ গুচি যোৱা, আমেৰিকালৈ, তোমাৰ ঘৰলৈ যোৱা। তুমি পাহৰি যোৱা যে তুমি মোক ক'ৰবাত দেখিছিলা, আৰু মোকো পাহৰিবলৈ..."

"জোচু—পাৰিবা তুমি?"

"এৰা, এতিয়াও মই পাৰিম। পিচলৈ নেজানো কি হয় গৈ।"

তলমূৰ কৰি থকা গাভৰুজনীলৈ সি চাই থাকিল। কিছু পৰ নীৰৱে থকাৰ পিছত তাই ভগ্না ভগ্না মাতেৰে ক'লে, "মোৰ ঘৰলৈ যাবৰ মন হৈছে।"

গতিকে সিহঁতে পিচৰ বেলখনকে আহি ধৰিলেগৈ। কিওটো ষ্টেচন পালত দুয়ো বিদায় ললে। জোচুৰ ইচ্ছা সেয়েই। "মই তথাপি তোমাক পাহৰিব নোৱাৰিম জোচু!"

"তুমি পাৰিবা।"

"যদি নোৱাৰোঁ তোমালৈ চিঠি লেখিব পাৰিম নে?"

"চিঠি নিলিখিবা।"

তাই সেইদৰে তাক এৰিলে। এৰিবৰ সময়ত বিদাযৰ মাত ষাৰিও দিয়া নহ'ল। এক অবুজ চাহনিৰে কেৱল তাৰ ফালে এবাৰ চালে। সি কিন্তু চকুৰে মনিব পৰালৈকে তাইৰ পিনে চাই থাকিল। তাই এবাৰো উভটি নেচালে।

হোটেললৈ উভটি আহি এলেনে বিছনা পাতি ঠিক কৰি লৈ পিচৰ বেলখনতে টকিঅ'লৈ যাত্ৰা কৰিলে। তাক আৰু বন্ধ নেলাগে। যিমান সোনকালে কামত মনোযোগ দিব পাৰে তাৰ বাবে সিমানে ভাল।

* * * *

"কৰবী এতিয়া সুস্থ"—দেউতাকে কলে। "নতুন ঔষধবোৰে শৰীৰত ভালেই ক্ৰিয়া কৰিছে।"

"খবৰটো শুনি ভাল লাগিল।" জোচুৰ উত্তৰত উদাসীন ভাব।

দেউতাকে অনুমান কৰিছিল জোচুৰ এই পৰিবৰ্ত্তন। সিদিনা ৰাতিপুৰাই ইযাৰ কাৰণ সম্বন্ধে স্ত্ৰীৰ সৈতে আলোচনাও কৰিছিল।

"তাই মোক একো নকয়"—মিচে চাকায়ে উত্তৰ দিছিল।

"তাইক যদি সোধো কি হৈছে বুলি তাই কয় একো নাই হোৱা বুলি।"

"তাই নিজেই নেজানে তাইৰ কি হৈছে"—ডাঃ চাকায়ে অভিমত দিলে। "তাইৰ বয়সৰ দোষ। তাইৰ বিয়াত সোমাবৰ এতিয়া উপযুক্ত সময় আৰু তাকে তাই নেজানে। মই নিজেই কামটো হাতত লব লাগিব যেন পাইছোঁ।"

অইন সময়ত হলে মিচেচ চাকায়ে ধৈৰ্য্য ধৰিবলৈ পৰামৰ্শ দিলেহেতেন। কিন্তু সিদিনা ৰাতিপুৱা তেওঁ মাথোন কলে, "আপুনি ঠিকেই কৈছে।"

"কবৰী লৰাটি"—জোচুৰ লগত কথাৰ আঁত ৰাখি ডাঃ চাকায়ে কৈ গ'ল—"এজন প্ৰকৃত জাপানী ভদ্ৰলোক অথচ তাৰ ভাবধাৰা বেচ আধুনিক। উগ্ৰপন্থী মনোভাব একোতে তাৰ নাই। দেউতাকক সি শ্ৰদ্ধা কৰে। কিন্তু এদিন সি দেউতাককো চেৰ পেলাব আৰু সমাজত এজন লেখত লবলগীয়া লোক হৈ উঠিব। স্বাস্থ্যও তাৰ বেচ ভাল। বেজী দিওঁতে মই লক্ষ্য কৰিছো তাৰ তেজো বেচ নিৰ্ম্মল।"

"তেনেহলে তেওঁক অপাৰেশ্যন কৰিব লগীয়া হ'ল কিয়?" জোচুৱে মন্তব্য কৰিলে।

ডাঃ চাকায়ে অলপ লাজ পালে। "সেইটো সাধাৰণ কথা আজিকালি। তাৰ কাৰণে কবৰীক দোষ দিব নোৱাৰি। এতিয়া আৰু তাৰ কোনো অসুখ নাই।"

কবৰীৰ চিন্তা এৰিব পাৰিলেই তাই সুখী হ'লহেতেন। কিন্তু তাই আৰু সপোন দেখিয়ে সন্তুষ্ট হব নোৱাৰে—তাইৰ ভবিষ্যতটো সোনকালেই লাগে তাইক। গতিকে অনিচ্ছা সত্বেও কৈ পেলালে, "দেউতা, আপোনাৰ মনৰ কথাবোৰ খুলি নকয় কিয়? আপোনাৰ ইচ্ছা মই কবৰীক বিয়া কৰাব লাগে, তাকে কৈ নিদিয়ে কিয়"?

ডাক্তৰে তেওঁৰ খং দমন কৰিব নোৱাৰিলে : "তুমি বাস্তবিকে অবাধ্য আৰু বিৰক্তিকৰ হৈ উঠিছা"—তেওঁ প্ৰায় গৰ্জি উঠিল। "তুমি ভালদৰেই জানা আচল কথাটো তোমাক কৰলৈ মই কিয় ইচ্ছা নকৰোঁ। তোমাৰ মন আমেৰিকাৰ ছোৱালীৰ দৰে। তুমি যদি জানা মোৰ আশা কি—সেই আশা তুমি চুৰমাৰ কৰি দিবা।"

নিজৰ খঙতে তেওঁ বিহ্বল হৈ পৰিছিল, আৰু জীয়েকে কি উত্তৰ দিয়ে তালৈ বৈ থাকিল। নিশ্চয় সকলো গ'ল। তাই কেতিয়াও হাব মনা বিধৰ ছোৱালী নহয়; দেউতাকে ভাবিলে। কিন্তু তেওঁক হতভম্ব কৰি—জোচুৱে নম্ৰভাৱে আৰম্ভ কৰিলে :

"দেউতা, সঁচা মই আগতকৈ বহুত সলনি হৈছোঁ। নানা চিন্তাই মোক জুমুৰি দি ধৰিছে। এতিয়া মোৰ ভাব হৈছে আপোনাৰ উপদেশেই মানিম। মই জাপানী এজনকে বিয়া কৰোৱা উচিত। কেতিয়াবা ভাবিছিলো আমেৰিকালৈ আকৌ উভটি যাম নেকি। কিন্তু এতিয়া আৰু নেযাওঁ। মই ইয়াতে থাকিম। এইখনেই মোৰ স্বদেশ। কাজেই তেওঁ লাগিলে কৰৰীয়ে হওক বা আন কোনোবাই হওক। আপুনি কোৱাৰ দৰে মযো ভাবো তেওঁ এজন ভাল মানুহ। এজন ভাল মানুহেই মোৰ কাম্য।"

কথাখিনি তাই ইমান গহীন আৰু বিষাদেৰে কৈছিল যে দেউতাকে তাক জোচুৰ কথা বুলি বিশ্বাস কৰিবলৈকে টান পাইছিল। তেওঁৰ খং কেতিয়াবাই পানী হৈ অপত্যস্নেহত বিগলিত হৈছে : "জোচু, বাচা মোৰ। তোমাৰ কথাত সঁচাই মুগ্ধ হৈছো। তেনেহলে মই তোমাৰ ইচ্ছা হলে কৰৰীৰ দেউতাকৰ সৈতে কথা হ'ম? কোৱা, মই কি কৰিলে তুমি ভাল পাবা?"

তাই দেউতাকৰ ফালে চালে : "আপোনাৰ যি ইচ্ছা দেউতা।"

তেওঁ আৰু আচৰিত হ'ল : "তোমাৰ গা অসুখ, কৰা নাইতো জোচু?"

"নহয় দেউতা। মই সম্পূর্ণ সুস্থ, আগতকৈ বহুত ভাল পাইছো এতিয়া।" দেউতাকৰ তথাপিও উদ্বিগ্নতা নুগুচা দেখি তাই মিচিকিয়াই হাঁহি কলে, "মই এতিয়াহে ডাঙৰ হৈছো। আপুনি কওকচোন মোৰ বয়স কিমান ?"

তেওঁ সুখ পালে, যদিও সন্দেহ একেবাৰে নুগুচিল। "তুমি নিশ্চয়কৈ জানিবা মই এই বিষয়ত খৰখেদা নকৰোঁ"—অলপ গহীন হৈ তেওঁ কলে। "আন কি ক'বলীকো লৰালৰি কৰিবলৈ মই নিদিওঁ।"

"ধন্যবাদ, দেউতা"—তাই কলে আৰু মূৰ দোঁৱাই দেউতাকৰ পৰা বিদায় লৈ ফুলনিৰ ফালে আগবাঢ়িলে। ফুলনিত যেন তাই বহুতদিন সোমোৱা নাই। নিজৰ পচন্দমতে ইটো সিটো ফুল ছিঙি, জাবৰবোৰ পৰিস্কাৰ কৰি, ফুলনিৰ সৌন্দৰ্য্য তাই নতুনকৈ উপভোগ কৰিব ধৰিলে।

* * * *

এলেনে তাইলৈ এখনো চিঠি দিয়া নাই। এমাহ মানেই সিহঁতৰ দেখাদেখি হোৱা নাই। তাৰ ঠিকনা নজনাৰ বাবে তাইৰ ভালেই লাগিল। জনাহেতেন নিদ্ৰাহীন ৰজনীৰ কোনোবা দুৰ্বল মুহূৰ্ত্তত তাই হয়তো তাক মাতি চিঠি পঠিয়ালেহেতেন নতুবা নিজেই তাৰ ওচৰলৈ যাবলৈ অনুমতি বিচাৰিলেহেতেন। সিহঁতৰ এই পত্ৰ বিনিময় পৰ্বৰো এদিন সামৰণি পৰিলহেতেন কেনেবাকৈ যদি তাৰ চিঠিয়ে তাইৰ আত্মগৰ্বত আঘাত দিলেহেতেন। সেই গৰ্ব অৱশ্যে এতিয়া তাইৰ নাই। কিন্তু এদিন নিশ্চয় সিহঁতৰ প্ৰেমত কেৰোণ সোমালহেতেন, তাই ভাবিলে।

দিন এইদৰে যিমানেই অতিবাহিত হব ধৰিলে ভবিষ্যতটো সিমানেই জোচুৰ বাবে স্পষ্ট হৈ আহিল। একেবাৰে সাধাৰণ ভবিষ্যত এটা। জাপানত সচৰাচৰ তিৰোতাৰ যি ভবিষ্যত—বিয়া, স্বামী, সন্তান আৰু এখন ঘৰ। আধুনিক যুগৰ তিৰোতাৰ বিষয়ে

যিবিলাক ডাঙৰ ডাঙৰ কথা কোৱা হয় সকলোৱে পৰিসমাপ্তি ইয়াতেই। গতিকে দেউতাকৰ আগত কোৱাৰ দৰে কৰবীয়েই বা কি বেয়া? লাহে লাহে কৰবীৰ বিষয়ে চিন্তাত তাই সহজ আৰু স্বাভাবিক হৈ পৰিল! তাৰ শেতা আৰু ডাঙৰ মুখখন তাই মনত পেলালে। তাৰ কথাবিলাক সৰল আৰু মৰমিয়াল। তাৰ মাতটোও তাইৰ মনত আছে, ইংৰাজী ভালকৈ কব নোৱাৰিছিল। "ভাষাজ্ঞান মোৰ অলপো নাই"—এইবুলি কৰবীয়ে তাইৰ আগত এদিন স্বীকাৰ কৰিছিল। মানুহটোৰ গাত অন্ততঃ দুৰ্গুণ একো নাই। তাৰ স্বভাব উগ্ৰপন্থী নহয়। তাইৰ ওপৰত কেতিয়াও জোৰকৈ প্ৰভুত্ব চলাবলৈ নেযায়। কাজেই সময়ত তাই হয়তো তাক ভাল পাব পাৰিব। আন সকলো গুণতকৈ সৎগুণবোৰকেই তাই বেচি মূল্য দিয়ে। তাই লগপোৱা বহুত ডেকাতকৈ—কৰবীৰ গাত এই গুণৰাশি বিৰাজমান।

* * * *

টকিঅ'ত বেচ গৰম। আলিবাটত খোজ কাঢ়িব নোৱাৰি। এনে সময়ত যদি বিজুলী যন্ত্ৰও বন্ধ হৈ যায়— আৰু অতিপাত গৰমত প্ৰায় এনে হয়—তেতিয়া মানুহৰ শাস্তিৰ সীমা নাইকিয়া হয়। কেৱল নিজৰ কামতে যি গভীৰ ভাৱে আত্মনিয়োগ কৰিব পাৰে তেওঁ-লোকেহে কিছুপৰ এই গৰম সহ্য কৰিব পাৰে।

"লেফ্‌টেনেণ্ট্‌ কেনেডী. চাৰ—"

এজন সাধাৰণ সৈনিক ডাক লৈ আহি দুৱাৰ মুখত থিয় হৈ আছে—

"ঘৰৰ পৰা অহা ডাক চাৰ।"

"সেই সৰু মেজখনতে থৈ যোৱা। মোৰ লিখাখিনি আগেয়ে শেষ কৰিব লাগিব।"

সৈনিকজনে দহ-বাৰখন চিঠি সেইমতে থৈ নমস্কাৰ জনাই ওলাই গ'ল।

তাৰ ঘৰ! মাক-পিতাক, খুড়াক-খুড়ীয়েক আৰু অন্যান্য বন্ধু-বান্ধৱ সকলে ইমান দূৰৈত আৰু বিধৰ্মী দেশ এখনত চাকৰি কৰি থকা বাবে তাৰ আত্মোৎসৰ্গৰ ভূয়সী প্ৰশংসা কৰি চিঠি লিখে। মাকে সদায় চিঠিখন আৰম্ভ কৰে, "বোপা মোৰ—সিহঁতে তোক কেতিয়া ঘৰলৈ আহিবলৈ দিব?"

সি তাৰ টাইপ্‌ৰাইটাৰ্‌টোৰ পৰা মূৰ তুলিলে। লেফটেনেণ্ট বিলাকৰ কাম বহুত, বিশেষকৈ ওপৰৰ কৰ্মচাৰীসকল যদি অনুপযুক্ত হয়। তাৰ ক্ষেত্ৰতো সেয়ে হৈছে। কাজেই তাক বিশ্ববিদ্যালয়ৰ গ্ৰেজুৱেট বুলি যেতিয়া তেওঁলোকে জানিলে, নানা কামৰ হেচা তাৰ মূৰত পৰিল। জাপানীবিলাকৰ সম্বন্ধে যাবতীয় খবৰ সিহঁতৰ বিৱৰণীত দিব লাগিব। এতিয়া অৱশ্যে জাপানৰ বাতৰি দিবলৈ সি বৰ আমনি নেপায়, তাৰ কাৰণো সি জানে—জোচুৰ সৈতে পৰিচয় হোৱাৰ পিচৰপৰা জাপানৰ কথাবোৰত তাৰ অলপ ধাপ বাঢ়িছে। জোচু! সি লগ পোৱাৰ ভিতৰত আটাইতকৈ ধুনীয়া ছোৱালী! তাইৰ অকল সৌন্দৰ্য্যই নাই, সাহসো আছে। তাই তাক ভাল পায় তথাপিও তাক বাধা দিবলৈ তাই কুণ্ঠিত নহয়।

জোচুৰ কথা দিনটোত তাৰ বহুতবাৰ মনলৈ আহে আৰু তেতিয়াই তাৰ ভবিষ্যতটো ঠিক কৰি পেলাবৰ মন যায়। সি মনতে ভাবে, জোচু নহৈ যদি সি ভালপোৱা ছোৱালীজনী আমেৰিকান হ'লহেতেন সি কি কৰিলেহেতেন বাৰু? চিন্তাৰ সোঁতত সি নিজকে পাহৰি যায়। সিহঁত একেলগে জাপানত থাকিলহেতেন। জাপানতে জানো সি তাৰ জীৱনটো শেষ কৰিব? সি আমেৰিকালৈও যাব পাৰিলেহেতেন। তাত ল'ৰাছোৱালীবে সৈতে সুখেৰে বাস কৰিবলৈ বহুত ঠাই পালেহেঁতেন। ল'ৰাছোৱালী? পৰিবাৰে নিশ্চয় বিচাৰিব। তাক জানো নেলাগে? এৰা, যুদ্ধত নোসোমালে ইমান দিনে তাৰ বিয়া হৈ গ'লহেতেন। তেতিয়া জোচুকো দেখা নেপালেহেঁতেন।

তাৰ বিয়া নিশ্চয় চিন্থিয়া নামৰ ছোৱালীজনীৰ সৈতে হলহেতেন। তাৰ মাকৰ খুব পচন্দ সেই ছোৱালীজনী।

সেই ডাকবোবৰ মাজত চিন্থিয়াৰ চিঠিও হয়তো থাকিব পাৰে। তাই খুব ঘনাই চিঠি নিদিয়ে। মাজে মাজে দিব, দীঘলীয়াকৈ আৰু মৰম-লগাকৈ লেখিব।—তাই থকা সৰু চহৰ খনৰ সকলো বাতৰি তাত থাকিব। সি তাইক সৰুৰে পৰা লগ পাইছে। দুয়োৰো ঘৰ বেচি দূৰৈত নহয়। সিহঁতৰ তিনি পুৰুষৰ আগতে দুয়ো পক্ষৰ মাজত বিয়া চলিছিল।

"কিমান দিন হ'ল?"—সি এবাৰ মাকক সুধিছিল; এনেয়ে।

"বহুত দিনৰ কথা; কাজেই এতিয়া আৰু সম্বন্ধ পাতিবলৈ বাধা নাই।"

মাকৰ প্ৰত্যুৎপন্নমতিত উদ্দেশ্যটো তাৰ বাবে স্পষ্ট হৈ উঠিছিল।

চিঠিৰ দ'মটোলৈ সি হাতখন আগবঢ়াই দিলে। ঠিকেই, চিন্থিয়াৰ চিঠি এখনো তাত আছে। চিনথিয়া! ওখকৈ পাতল আৰু লাহী ককালটোৰে বেচ মৰমলগা ছোৱালীজনী। তাইৰ অন্তঃকৰণ পৱিত্ৰ। মনটো উদাৰ। সি ভাবিছিল এদিন সি তাইৰ প্ৰেমত পৰিব। এইমাত্ৰ তাৰ ভাব হৈছিল জোচুৰ কথা তাইলৈ লিখিব।

"তাই ইয়াৰ বাবে মোক ভুল নুবুজে"—সি নিজকে কৈছিল।

চিঠিৰ খামটো খুব সাৱধানে কাটি চিঠিখন সি উলিয়াই ললে। তিনি পিঠিৰ চিঠিখন!

"মৰমৰ এলেন"—এই বুলিয়েই তাই সদায় সম্বোধন কৰি আহিছে। কেবাবছৰো আগৰ পৰাই সিহঁতৰ মাজত চিঠি-পত্ৰৰ আদান প্ৰদান হৈছে। "মৰমৰ এলেন, এনেকুৱা বসন্তকাল ইয়াত আগয়ে হোৱা নাই। হব পাৰে। কিন্তু মই এনেকুৱা বসন্ত আগেয়ে কেতিয়াও দেখা নাই। এইবেলি উপভোগ কৰিবলৈ সময় পাম যেন লাগিছে।"

তাৰ পিচত লাহে লাহে পঢ়ি গ'ল—সৰু চহৰখনৰ কথা, পৰিচিত আলি-পদূলি, চিনাকী বন্ধুবান্ধৱৰ কথাবোৰ। টকিঅ'ৰ পৰা তাৰ অনুমান হল তেওঁলোক যেনিবা আন এখন পৃথিৱীতহে বাস কৰি আছে। প্ৰকৃততে বেলেগ পৃথিৱী এখন। জাপানৰ কথা তেওঁলোকে নুবুজে, হেজাৰ লিখিলেও তেওঁলোকে বুজিবলৈ টান পাব। তেওঁ-লোকক বুজাবলৈ কোনো উপায় তাৰ হাতত নাই। সি মাথোন বাচিব লগীয়া হৈছে কোনখন পৃথিৱীত সি বাস কৰিব আৰু কাৰ সৈতে ?

চিঠিবোৰ ভাজ কৰি আকৌ সুমুৱাই থলে আৰু শুদা টাইপ-ৰাইটাৰটোৰ পিনে চাই ৰ'ল।

কেৱল দেউতাকে চিঠি দিয়া নাই। দেউতাকে কথা যিদৰে কমকৈ কয় চিঠিও সেইদৰে কমকৈ লিখে। দেউতাকে কোৱা কথা সি মনত পেলাবলৈ নোৱাৰে। খাবৰ সময়তো খুব বেচি কৰ, "মাখনৰ টিনটো এই পিনে দিয়াচোন এলেন।" নতুবা "এই বিস্কুট-বোৰ অইন বিলাকতকৈ ভাল, চুগাৰ।" 'চুগাৰ' তাৰ মাক। তেওঁৰ আচল নাম জোচেফিন্। কিন্তু দেউতাকে কৈছিল নেপোলিয়নত বাহিৰে অইন মানুহৰ বাবে সেই নামটো হেনো উপযুক্ত নহয়।

এলেনৰ ধাৰণা হল দেউতাকক যেন এতিয়াহে ভালদৰে চিনি পাইছে। সেয়ে জোচুৰ কথা দেউতাকলৈ লিখিবৰ মন গল। কিন্তু কি লিখিব ?

সেইটোৱে হৈছে প্ৰশ্ন। এই প্ৰশ্ন সি নিজকে সুধিছে কেবাবাৰো। সঁচাকৈ সি জানো জোচুক—ভাল পাই পেলাইছে যি ভালপোৱাৰ একমাত্ৰ পৰিণতি শুভ পৰিণয় ? এই যে দিনে নিশাই তাৰ অন্তৰত অদম্য বাসনাৰ ঢৌ উঠিব লাগিছে—ই জানো সেই প্ৰকৃত প্ৰেম নহয় ? এতিয়া অৱশ্যে সি গম পাইছে যে সি আগেয়ে কাৰো প্ৰেমত পৰা নাছিল। কিন্তু এতিয়া জানো পৰিছে ?

এইবোৰকে ভাবি চিঠিবোৰ সি বাকচত ভৰালে আৰু পিচত গা-পা ধুই নতুন পোছাক পিন্ধিলে। কৰ্ণেল আৰু তেওঁৰ পত্নীৰ সৈতে আজি তাৰ দুপৰীয়াৰ আহাৰৰ নিমন্ত্ৰণ। সি যাবই লাগিব। কৰ্ণেলৰ সৈতে অকলে আজি সি জোচুৰ কথা উলিয়াব নেকি ভাবিলে। কৰ্ণেলৰ পৰিবাৰ বেচ ভদ্ৰ আৰু সম্ভ্ৰান্ত বংশৰ। খোৱা-বোৱাৰ পিচত যেতিয়া তেওঁলোকে কফিৰ কাপ হাতত লব তেতিয়া আধাঘণ্টামান বা তাতকৈ সৰহপৰ তেওঁ পুৰুষৰ লগৰ পৰা আঁতৰি থাকে।

কিন্তু তাৰ নিজৰ কথা উলিয়াবৰ সাহস নহ'ল। জাপানী বান্ধনীয়ে বন্ধা আৰু জাপানী চাকৰে সজাই পৰাই দিয়া তৃপ্তিকৰ আহাৰৰ পিচত সি কৰ্ণেলৰ পৰা জানিবলৈ বিচাৰিলে কিমান আমেৰিকান লোকে জাপানী ছোৱালী বিয়া কৰাইছে। কৰ্ণেলজনে অলপ বিব্ৰত হৈ কলে, "তাৰ হিচাপ এটি ক'ৰবাত থাকিব লাগে। মোৰ সেইবোৰ চাবলৈ ভাল নেলাগে। তুমি বিয়া কৰোৱাৰ কথা সুধিছা নে মাথোন—"

"নহয়, বিয়া কৰোৱাৰ কথাহে সুধিছো।"

"খুব বেচি নহয়, সম্ভৱ"—কৰ্ণেলে আশাৰ সুৰত কলে। "কিন্তু অবৈধ প্ৰণয় ইমান বেচি যে তাৰ পৰা ওপজা অজস্ৰ কেচুৱাৰ সংখ্যায়ো প্ৰকৃত হিচাপ দিব নোৱাৰিব। মই ঠিক বুজিব নোৱাৰোঁ কিয় আমাৰ মানুহবোৰ ইমান অসংযমী। চাকৰিত মই যথেষ্ট পুৰণি। বহুত অভিজ্ঞতা লাভ কৰিছো যদিও এই কথাটোত মই আচৰিত মানিছো।"

"লবাছোৱালীবোৰৰ অৱস্থা কি হব তেনেহলে?"—সি অতি মনোযোগেৰে সুধিলে।

কৰ্ণেল অলপ বিমোৰত পৰি কলে, "মই কব নোৱাৰোঁ। বাৰ্ক্‌লে নামৰ মোৰ মানুহ এজনে কৈছিল তেওঁৰ ঘৈণীয়েকে হেনো

এদিন এঘৰ সম্ভ্ৰান্ত বংশৰ ওচৰ-চুবুৰীয়াৰ ঘৰতে এটি কেচুৰা লুকাই ৰখা দেখিছিল। ওবে বাতি কেচুৰাৰ কান্দোনত যথেষ্ট আমনি পাই ঘৈণীয়েকে যেতিয়া বাতৰি লবলৈ গ'ল—বুঢ়ীমাক গৰাকীয়ে কেচুৰাটি নি ভিতৰৰ কোঠা এটিত লুকুৱাই থলে আৰু কথাটো কবলৈ হেনো লাজ কৰিলে।"

"বাৰ্ক্লেই কি কৰিলে তেতিয়া ?"

"সম্ভৱ তেওঁ কেথলিক অনাথ আশ্ৰমত খবৰ দিলেগৈ আৰু সিহঁতে কেচুৱাটি লৈ গ'ল। পৰিয়ালটো তেওঁৰ প্ৰতি বৰ কৃতজ্ঞ হ'ল, আনকি মাকজনীও। বেচেৰী গাভৰু ছোৱালীজনী !"

গতিকে জোচুৰ কথা উলিওৱা নহল। কিবা কামৰ অজুহাত দেখুৱাই এলেনে কৰ্ণেলৰ পৰা সোনকালে বিদায় লৈ আহিল।

বক্ষত সি ককইজাৰা নামৰ ঠাই এখনলৈ যোৱা কথা আছিল। নগ'ল। গধূলি চিনেমা চাবলৈও আজিকালি বৰকৈ নেযায়। ঘৰৰ কথাও আগৰ নিচিনাকৈ এতিয়া মনত নপৰে। তাৰ অনুমান হ'ল চিন্থিয়াৰ স্মৃতিয়েও তাৰ অন্তৰত প্ৰেমৰ ভাব জগাই তুলিব নোৱাৰে। জীৱনটোৰ প্ৰতি তাৰ এটি বিতৃষ্ণাৰ ভাব আহিল।

কিন্তু বুজিবলৈ তাৰ সবহপৰ নেলাগিল তাৰ জীৱনৰ যাদু ক'ত লুকাই আছে ? জোচুৰ কথা মনলৈ আহিলেই তাৰ শৰীৰ আৰু মন ৰোমাঞ্চিত হৈ উঠে। গ্ৰীষ্মকালৰ নীৰল সন্ধিয়াত এদিন সি বিচনাত পৰি সকলো কথা ন-কৈ ভাবিব ধৰিলে, জোচুক হস্পিটেলৰ ফুলনিত প্ৰথম দেখা পোৱাৰে পৰা সিদিনা বিদায়ৰ মুহূৰ্ত্তলৈকে। তাৰ মনত পৰিল নিজৰ ঘৰত জোচুৱে কেনেকৈ জুমি জুমি খিৰিকিৰ পৰ্দাৰ ফাকেৰে তালৈ চাইছিল। কিমোনোযোৰেৰে কিমান ধুনীয়া লাগিছিল সিদিনা তাইক। ঘৰটোৰ শান্ত আৰু গহীন পৰিবেশ তাইৰ স্বভাৱৰ সৈতে মিলি পৰিছিল। সি ৰব নোৱাৰি যেতিয়া তাইক সাৱটি ধৰি চুমা খাইছিল সি অনুভৱ কৰিছিল তালৈ তাইৰ

আকর্ষণ আছে কিন্তু যেন কিবা এক সঙ্কোচৰ বাবে তাই আগ্রহেৰে সঁহাৰি দিব পৰা নাছিল। বেচেৰী! নিজে প্রেমত পৰি নিজে বিবুদ্ধিত পৰিছিল। বৰ মৰম লগা হৈছিল সেই সময়ত তাইক চাবলৈ। সি তাইক বিশ্বাসঘাতকতা কৰিছে। অৱশ্যে তাৰ সান্ত্বনা এয়ে যে সময় এতিয়াও পাৰ হৈ যোৱা নাই।

এইদৰে তাইৰ স্মৃতি মানসপটত আঁকি লৈ এলেনে পোনতে শান্তি পাইছিল যদিও লাহে লাহে তাৰ মূৰ্খতা সি বুজি পালে। তাৰ বন্ধুবান্ধৱবোৰ এজন এজনকৈ গুচি গ'ল—কোনোবা পাহাৰৰ ওপৰলৈ, কোনোবা গ'ল সাগৰৰ পাৰলৈ। কর্ণেলে এপথৰ ছুটী লৈ অমেৰিকা পালেগৈ। সি ঠিক কৰিলে আগষ্টৰ মাজমানত এবাৰ জোচুক চাই আহিবগৈ। তেতিয়া সি উপলব্ধি কৰিব পাৰিব তাইক সি পাহৰিব পাৰিব নে নোৱাৰে বা আন ছোৱালী বিয়া কৰাবলৈ সি মত দিব নে নিদিয়ে।

*　　*　　*　　*

গ্রীষ্ম কালৰ প্রকোপ কিওটো নগৰতো কম হোৱা নাই। হলেও সেইবোৰ ভাবিবলৈ ডাঃ চাকাইৰ সময় নাই। জীয়েকৰ বিয়াৰ আয়োজনত তেওঁ অতি ব্যস্ত। সৰহকাল আমেৰিকাত থকা বাবে তেওঁৰ আক্ষেপ। জাপানৰ বিয়াৰ নীতি-নিয়ম বিলাক পুৰণি পুথি পঢ়ি তেওঁ শিকিবলগীয়া হৈছে। ইফালে যোগাৰ পাতি বোৰত জোচুৰ মতামত লোৱাটোও তেওঁ উচিত বুলি ভাবে, কাৰণ তাই ভালপোৱা বস্তুবোৰ তাইক দিবই লাগিব। অৱশ্যে মাকৰো পচন্দ হব লাগিব। তথাপি—মাট্‌চু পৰিয়ালৰ ৰুচিৰ ওপৰত তেওঁ সর্বাধিক গুৰুত্ব দিব লাগিব।

উপৰিপুৰুষ সকলৰ দৰে ডাঃ চাকাযে জীয়েকৰ ওপৰত প্রভুত্ব চলাবলৈ মন নকৰিছিল। জোচুৱে ইচ্ছা কৰিলে ঘৰুৱা পৰিবেশৰ মাজত কবৰীক লগ ধৰিব পাৰে—তেওঁ ভাবিছিল। সেইবুলি বিয়া

নোহোৱালৈকে দুয়োজনে অকলে বাহিৰলৈ ফুৰিবলৈ যোৱাটো তেওঁ পছন্দ নকৰিছিল। মাক-দেউতাক ঘৰত থকা সময়ত জোচুক লগ ধৰিবলৈ আহিবলৈ কবৰীৰ একো বাধা নাছিল। দৰাচলতে বিয়াৰ দিন যেতিয়া চেপ্তেম্বৰ মাহৰ মাজ ভাগত ঠিক কৰা হয়—তাৰ আগেয়ে কবৰী কেবাবাৰো আহিছিল, অৱশ্যে অহাৰ তাৰিখ আৰু সময় চাকাই পৰিয়ালৰ সুবিধাৰ বাবে আগতীয়াকৈ জনাই ৰাখিছিল।

কবৰী আহিলে ডাঃ চাকাই আৰু তেওঁৰ পৰিবাৰে সদায় তাক সোধপোচ কৰিছিল। প্ৰথমবাৰ আহোঁতে তেওঁলোক অনবৰত লগতে আছিল। পিচত তেওঁলোকে ভাবিলে যে জোচুৱে মুকলি মনেৰে কথা নকয়; কবৰীৰ কথাবোৰত কেবল 'হয়' বা 'নহয়' বুলি গহীন ভাবে উত্তৰ দিয়ে।

"আমি সিহঁত দুয়োকো অকলে এৰাই ভাল নেকি ?"—সিদিনাখন নিশা ডাক্তৰে প্ৰশ্ন কৰিলে।

"হেজাৰ হওক আমিও সৰহকাল আমেৰিকাতে কটালো—" স্ত্ৰীৰ উত্তৰত সন্মতিৰ ইঙ্গিত পোৱা গৈছিল।

"কিন্তু এতিয়া আমি জাপানত"—ডাক্তৰে দৃঢ়ভাৱে উত্তৰ দিলে। কালি'ফৰ্নিয়াত প্ৰচলিত নিয়মবোৰৰ পুনৰাবৃত্তি চাবলৈ তেওঁৰ আৰু ইচ্ছা নাই।

জোচুৱে আমেৰিকাৰ স্মৃতি মচি পেলাব পৰা নাই"—মিচেচ চাকায়ে কলে। "তাই ছাগে বিস্ময় মানিছে যে তাই বিয়া কৰাব খোজা মানুহজনৰ লগত অকলে এটি কথাও তাই পাতিব নোৱাৰে।"

পিচৰ বাৰ সেই দেখি কবৰী আহি পালত সাধাৰণ বা বাতৰি লোৱাৰ পিচতে ডাক্তৰৰ ইঙ্গিত মতে দুয়ো আঁতৰি গ'ল। তাৰ পিচত কবৰীয়ে অলপ হাঁহিলে আৰু জোচুৰ পিনে মুখ ঘূৰাই কলে, "তোমাৰ দেউতাৰা ইমান আচৰিত ?"

"কিয় আচৰিত লাগে বাৰু ?"—জোচুৱে সুধিলে।

"তেখেত আমালোকতকৈ বহুগুণে প্ৰকৃত জাপানী; তথাপি তেখেতৰ গাত এনে কিছুমান লক্ষণ আছে যিবোৰ কেতিয়াও জাপানী হব নোৱাৰে। আমেৰিকাই তেখেতৰ অন্তৰত গভীৰ সাঁচ বহুৱাইছে।"

"মোৰ ক্ষেত্ৰত ?" জোচুৱে প্ৰশ্ন কৰিলে।

"এৰা, তোমাৰ ক্ষেত্ৰতো"—কৰবীয়ে উত্তৰত কলে। "মই কিন্তু আমেৰিকান সকলক বেয়া নেপাওঁ।"

"ইয়াত সৈন্যবিভাগত কাম কৰা সকলকো ?" জোচুৰ প্ৰশ্নত সন্দেহৰ চিন।

"আনকি তেওঁলোককো"—কৰবীয়ে উত্তৰ দিলে। "তেওঁলোকৰ কামবোৰ সদায় মই পচন্দ নকৰোঁ আৰু অনেক সময়ত তেওঁলোকলৈ মোৰ পুতৌ জন্মে। তেওঁলোকৰ কামো অৱশ্যে সহজসাধ্য নহয়।"

"তেওঁলোকৰ কাম কি বাৰু ?"

কৰবীয়ে হাঁহিলে ;—"আমাক আমেৰিকান কৰি তোলা। কিমান জটিল কাম !"

তথাপি তেওঁলোকে আমাক পৰিবৰ্ত্তন কৰাই আনিছে।"

"আমাৰ ভিতৰৰ জনচেৰেকক"—কৰবীৰ উত্তৰত আংশিক ভাবে সন্মতি জ্ঞাপন।

"তুমি কব খোজা নেকি যে তেওঁলোক এই দেশ এৰি যোৱাৰ পিচত আমি আকৌ পূৰ্বৰ অবস্থালৈ ঘূৰি যাম ?"—জোচুৱে সুধিলে।

"প্ৰথমতে তুমি ভবাতকৈও ফল বেচি হব"—কৰবীয়ে উত্তৰত কলে। "আমি বৰ উগ্ৰভাবে জাপানী হৈ পৰিম—আমাৰ অতি প্ৰাচীন ঐতিহ্য বিচাৰি। তাৰ পিচত সম্ভৱতঃ এপুৰুষ বা দুপুৰুষ পিচত আমি আকৌ পৰিবৰ্ত্তন বিচাৰিম। আমি পৰিত্যাগ কৰি অহা বস্তুকে আকৌ পৰীক্ষা কৰি চাবলৈ ধৰিম আৰু হয়তো আংশিক ভাবে গ্ৰহণো কৰিম। পঞ্চাশ বছৰ মান পিচতহে কব পৰা হব এই

পৰিবৰ্তনৰ গতিয়ে কি ৰূপ লয়। সেই সময়লৈ পৃথিৱীৰ অবস্থাই বা বা কেনে হয় কোনে জানে ?

জোচুৱে মন দি শুনিছিল। কবৰীয়ে ধুনীয়াকৈ কব জানিছিল। তাত তাইৰ দেউতাকৰ ফিতাহি ভাবৰ কোনো লক্ষণ নাই।

"তোমাৰ ভয় নেলাগেনে বাৰু ?" জোচুৰ প্ৰশ্নত কৌতুহলী দৃষ্টি।

"কিহৰ বাবে ?" তেওঁ কলে। "মোৰ জন্ম এটা পুৰণি পৰিয়ালত। তুমি জানাই আমাৰ পৰিয়াল ৰক্ষণশীল স্বভাৱৰ বুলি। কাজেই আমাৰ সন্মুখত থকা ৰক্ষণশীল যুগটোত আমাৰ বাবে একো অসুবিধা নহব। মোৰ কেবল ভয় লাগে সেই অনাথ আশ্ৰমবোৰত থকা হেজাৰ বিজাৰ কন কন ল'ৰাছোৱালীৰ অৱস্থা মনত পৰিলে। মাকিন দেউতাক আৰু জাপানী মাকৰ পৰা ওপজা এই অনাথ সন্তানবোৰৰ ভবিষ্যতটো ভাবিলে সঁচাই দুখ লাগে।"

আচৰিত ! জোচুৱে ইহঁতৰ কথা জনাই নাছিল। যদি তাই এলেন কেনেডীক সন্মতি দিলেহেতেন, যদি সি তাইক বিয়া কৰাব খুজিলেহেতেন সিহঁতৰো তেন্তে এনেকুৱা সন্তানৰ জন্ম হ'লহেতেন ? সিহঁতেও জানো সন্তানক এৰি নিশ্চিন্ত হব পাৰিলেহেতেন ? ওহোঁ, সিহঁতৰ বাবে ই অসম্ভৱ।

"বেচেৰা হতভগীয়া সন্তানবোৰ !" কবৰীয়ে পুনৰ ভাবে কৈ গ'ল ;—"নজন্মা হলেই সিহঁতৰ বাবে ভাল আছিল।"

জোচুৰ হঠাৎ মন গৈছিল যেন সকলো কথা কবৰীক কৈ পেলাব। কবৰী ইমান জ্ঞানী, দয়ালু আৰু ভদ্ৰ। তাইৰ সকলো কথা যেন সি পুৰো কৰি শুনি গৈছে আৰু যেন উপলব্ধি কৰিছে ই কেনেকৈ হবলৈ পালে। পিচত তাই ভাবিলে কথাবোৰ প্ৰকাশ নকৰাই ভাল হব যিহেতু সিহঁতৰ বিয়াখন একপ্ৰকাৰ ঠিকেই হৈছে। তাই কবৰীলৈ চালে কিন্তু চকুত যে কিবা প্ৰশ্ন লুকাই আছিল গমকে নেপালে। কবৰীয়ে মিচিকিয়াই কলে, "কোৱা, কি কব খুজিছা ?"

"তুমি কেনেকৈ জানিলা ?"—তাই বিস্মিত হ'ল।

"তোমাৰ মুখখনেই তাৰ প্ৰমাণ। তুমি কি ভাবিছা আনকি মই তাকো জানো।"

"মই ভাবিছো ?" তাই অলপ পৰ নিমাত। ভাবিলে এই সময়তে সকলো কথা কৈ পেলাবনেকি ? দুয়োৰে মাজত কোনো প্ৰকাৰৰ গোপনীয়তা থকাটো জানো উচিত হব ?

"তুমি নিজকে সুধিছা কেনেকুৱা এই মানুহজন যাৰ লগত মোৰ ভাগ্য সাঙুৰি দিবৰ ব্যৱস্থা চলিছে।" কৰবীয়ে বাচি দিলে তাইৰ প্ৰশ্নটো।

"প্ৰত্যেক ছোৱালীয়ে জানো তাকে নোসোধে ?" তাই আচল প্ৰশ্নৰ পৰা ফালৰি কাটি উত্তৰ দিলে।

"মোৰ বিশ্বাস সোধা উচিত।"

তেওঁলোকে জাপানী নিয়মতে বহি আছিল। কৰবীয়ে জোচুৰ পৰা অলপ আঁতৰত বহিছিল আৰু সেই বাবেই তাই যথেষ্ট স্বাভাৱিক হৈ কথা কব পাৰিছিল। বিবাহৰ আগেয়ে কৰবীয়ে কেতিয়াও জোচুক স্পৰ্শ নকৰিবলৈ সঙ্কল্প কৰিছিল। হলেও তেওঁ ডাঃ চাকাইক জনাই থৈছিল যে সিহঁতে কথা-বতৰাৰ মাজেৰে দুজনে আনজনক বুজিবৰ চেষ্টা কৰা উচিত।

কৰবীক হঠাৎ চিন্তামগ্ন দেখা গ'ল ; সি কবলৈ ধৰিলে– "মই নিজকে সবল বুলিয়ে ভাবো। জীৱনৰ প্ৰথম ডোখৰত যি কেইদিন সৈন্যবিভাগত কামকৰিব লগীয়া হৈছিল সিয়ে মোক বিপৰীত হবলৈহে শিকালে। এতিয়া মই জীৱহত্যা কৰিব নোৱাৰোঁ। আনকি তুমি নিগনি এটিও মোৰ দ্বাৰা বধ কৰাব নোৱাৰা। মই সিহঁতক অবাধে লৰচৰ কৰিবলৈ দিওঁ। ইমান দিনে মিলিটাৰী কৰ্মচাৰীৰ চিঞৰ-বাখৰবোৰ শুনি জীৱনৰ বাকী কেইটি দিনত যেন ডাঙৰকৈ কথাকে নকম এনে লাগিছে। সাধাৰণ দোষতে মানুহক যিদৰে শাস্তি দিয়া

দেখিছো, মই যে কাৰোবাৰ গাত হাত তুলিব পাৰিম তাক ভাবিবই নোৱাৰোঁ। নিষ্ঠুৰতা আৰু নৃশংসতাৰ তাণ্ডবলীলা দেখি মোৰ মনে এতিয়া দয়া আৰু কৃপাৰ বাহিৰে আন একো নিবিচাৰে। পিচে ই কেৱল মোৰ বাবেহে দেই। হব পাৰে ইও এক দুৰ্বলতা। নিষ্ঠুৰতা এবিধ সোঁচৰা ৰোগৰ দৰে সঁচা, তথাপি মই তাক বাধা দিব পাৰিম। আশা কৰোঁ মোৰ দৰে আৰু জনচেৰেক ওলালে এই ৰোগ এদিন নিৰ্মূল হবই।"

তাই কাহানিও তাক ইমান দীঘল আৰু গহীন বক্তৃতা দিয়া শুনা নাছিল। কৃতজ্ঞতাত তাইৰ মূৰ দোঁ খাইছিল। তাই জানিছিল যে কবৰীয়ে ইচ্ছা কৰিযে নিজকে প্ৰকাশ কৰিছিল তাইৰ ওচৰত। সি কিন্তু অজানিতে তাইৰ প্ৰশ্নৰ উত্তৰ দিছিল। তাই কলে, "তোমাৰ কথাখিনিৰ বাবে মোৰ ধন্যবাদ গ্ৰহণ কৰিবা। মই তোমাক যথেষ্ট শ্ৰদ্ধা কৰোঁ। মোৰ মতে দয়াই পুৰুষ বা মহিলাৰ অন্তৰত থকা আটাইতকৈ শ্ৰেষ্ঠ গুণ। আৰু মোৰ বিশ্বাস ময়ো নিষ্ঠুৰ নহওঁ।"

তাৰ পিচত তাই এবাৰ তাৰ ফালে চালে যেন নতুনকৈ তাইৰ অন্তৰত দয়া উপজিল। শ শ বছৰ জুৰি জাপানত বিয়া হৈ আছে কিন্তু তাত প্ৰেমৰ স্থান নাই। শ্ৰদ্ধা আৰু মৰম থাকিলেই বিয়াৰ বাবে যথেষ্ট। অন্ততঃ তাইৰ উপৰি পুৰুষ সকলে সেইদৰেই বিবেচনা কৰিছিল।

জোচুৰ কথাত কবৰীয়েও মূৰ দোঁৱাই সন্মতি জনাইছিল। এইদৰেই সিহঁতৰ দ্বিতীয়বাৰৰ আলোচনা সমাপ্ত হৈছিল।

... .. ...

**আগষ্ট মাহতো চহৰত ইমান গৰম আছিল যে বুঢ়াবিলাকে তাক হিৰোচিমা আৰু নাগাচাকিত আমেৰিকাই পোলোৱা এটম্ বোমাৰ ফল বুলিয়ে কোৱাকুই কৰিছিল। ডাঃ চাকাইৰ জিৰণি নাইকিয়া**

•

হৈছিল। হস্পিটেলখন হঠাতে ৰোগীৰে ভৰ্ত্তি হৈ পৰিছিল। সৰহ-ভাগেই এটম্ বোমাত আহত হোৱা ৰোগী। ডাক্তৰৰ যশস্যা চাৰিওপিনে বিয়পি পৰিল। দুৰাৰোগ্য ৰোগীবোৰে সেয়ে জীয়াই থকাৰ শেষ হেপাহখিনিলৈ তেওঁৰ ওচৰ চাপিছিল। সিহঁতক পুন-ৰ্জীৱন দিবলৈ তেওঁ যিমানেই উৎসাহিত হৈছিল, মাৰ্কিনলোকৰ প্ৰতি থকা তেওঁৰ বিৰক্তি আৰু খং সিমানে তীব্ৰ হৈ আহিছিল।

অতিপাত পৰিশ্ৰমৰ ফলত ডাক্তৰ নিজে নৰিয়াত পৰিল আৰু কেবাদিনো ঘৰতে আবদ্ধ হৈ থাকিব লগীয়া হল। ৰোগী হিচাপে তেওঁ খুব বেয়া আছিল। বিছনাত পৰি থকা ভাল বুলি জানিও তেওঁ থাকিব নোৱাৰিছিল। তেওঁ শান্তি লাভ কৰিব বিচাৰিছিল গধুৰ চিন্তাৰ মাজেদি আৰু সময়ে সময়ে ফুলনিত বহি প্ৰকৃতিৰ মনোমোহা ৰূপ উপভোগ কৰি। ফুলনিখনো গৰমৰ বাবে লেৰেলি গৈছিল। পানী যোগানৰ নিয়ন্ত্ৰণৰ বাবে কৃত্ৰিম জলপ্ৰপাতটো শুকাই আহিছিল, ফুলবোৰ মৰহি গৈছিল আৰু পুখুৰীত থকা মাছও এটি-দুটিকৈ মৃত্যু মুখত পৰিছিল।

এনে এটি অশান্ত পৰিবেশৰ মাজত এদিনাখন হঠাৎ পদুলিমুখত থকা বেলটো বজা শব্দ শুনা গ'ল। সেই শব্দত অতীষ্ঠ হৈ ডাক্তৰে নিজে গৈ জপনাখন খুলি দি দেখে যে এজন মাৰ্কিন সামৰিক বিষয়া। ডেকা বয়সৰ ওখকৈ মাৰ্কিন কৰ্মচাৰীজন দেখি তেওঁ অলপ বিৰক্ত হৈ সুধিলে—, "কি লাগে তোমাক ?"

"ডাঃ চাকাইক লাগে" —ডেকাজনে উত্তৰ দিলে।

"এৰা ময়েই ডাঃ চাকাই।"

মাৰ্কিন ডেকাজনক নিৰুৎসাহী কৰিবৰ বাবেই তেওঁৰ চেলাউৰিৰ চুলিবোৰ ডাল ডাল হৈ পৰিল। এই মানুহবোৰে তেন্তে ব্যক্তিগত নাগৰিকৰ ঘৰতো আহি উপদ্ৰৱ আৰম্ভ কৰিবনেকি, তেওঁৰ ভাব হ'ল।

"মোৰ নাম এলেন কেনেডী"—ডেকাজনে কলে।

নামটো বেচ স্পষ্টকৈয়ে তেওঁৰ মনত আছে; তেওঁ পাহৰিবলৈ যত্ন কৰিছিল যদিও পৰা নাছিল।

"মই তোমাক চিনি নেপাওঁ"—ডাক্তৰে অলপ জোৰ দি কলে।

ডেকাজনে অলপ হাঁহিলে আৰু কলে, "মই আপোনাৰ ছোৱালীৰ সৈতে পৰিচিত।"

"মোৰ ছোৱালীতো স্বাধীন নহয়?"

"তেনেহলে আপোনাৰ লগতে কথা পাতিবলৈ অনুমতি দিবনে?"

ডাক্তৰে ততালিকে উত্তৰ নিদিলে। তেওঁ অসম্মত হব বুলিয়ে ভাবিছিল। পিচত ভাবিলে হেজাৰ হওক এজন বিষয়া, বৰ অভদ্ৰামি হব।

"মোৰ গা ভাল নহয়"—তেওঁ কলে। "নহলে ইমান সময়ত মই হস্পিটেল এৰি নেথাকো। এতিয়া কথা হবলৈ মই আমনিয়ে পাম।"

দুয়োজনে গহীন হৈ পৰস্পৰৰ পিনে চাইছিল।

"মই তেন্তে আকৌ আহিম"—এলেনে কলে।

"কোনো প্ৰযোজন নাই"—ডাক্তৰে উত্তৰত কলে।

"মোৰ মতে আছে; সঁচাকৈয়ে আছে"—এলেনে কলে।

মাৰ্কিন যুবকৰ মন জাপানী ভদ্ৰলোকজনৰ ব্যৱহাৰত ক্ষুব্ধ হৈ উঠিল। কি স্বত্ব আছে মানুহজনৰ যে তেওঁক ভিতৰ সোমাবলৈ নিদিয়ে? এইটো জোচুৰ ঘৰ। তেওঁৰ ততালিকে মনত পৰিল জাপান তেতিয়া পৰাধীন। আৰু সেইদেশৰ মানুহৰ স্বাধীনতা!

"তুমি জোৰ কৰিব নোৱাৰা"—ডাক্তৰে গহীনভাবে কলে।

"মই আপোনাৰ ছোৱালীৰ সৈতে দেখা কৰিবই লাগিব"—এলেনে স্পষ্টভাবে জবাব দিলে।

ডাঃ চাকাইৰ খঙে চুলিৰ আগ পালেগৈ। তেওঁ নিজে বুজি

পালে। বহুত বছৰ আমেৰিকাত বাস কৰাৰ কুফল যে ইও এবিধ— তাকো মনতে স্বীকাৰ কৰিলে। আত্মসংযমৰ কোনো শিক্ষাকে তাত তেওঁ নেপালে। শিকিবৰ এতিয়া সময়ো নাই। অকল মাৰ্কিন যুবকৰ প্ৰতিয়ে তেওঁৰ খং উঠা নাছিল, নিজৰ প্ৰতিও তেওঁৰ অতৰ্কিতে খঙ উঠিল—কাৰণ তেওঁ হাড়ে-হিমজুৰে জাপানীও হব পৰা নাই।

"মাৰ্কিনলোকৰ বাবে ইয়াত প্ৰবেশ নিষেধ"—তেওঁ প্ৰায় গৰ্জি উঠিল আৰু জোৰ কৰি জপনাখন বন্ধ কৰিব খুজিলে।

এলেনৰ মনতো এক দোমোজাৰ ভাব। নিজেকে বিজয়ী জাতিৰ মানুহ বুলি ভাবিবলৈ যদিও সি আন্তৰিকভাৱে বেয়া পাইছিল তথাপি তাৰ ছাঁ তাৰ গাত নপৰাকৈ থকা নাছিল। ডাক্তৰ চাকাইক তেওঁৰ 'অধিকাৰ'ৰ বিষয়ে সোঁৰবাই দিয়াৰ সলনি এলেনে এখোজ আগবাঢ়ি আহি জপনাখন ভেটি ধৰিলে। লাজ আৰু অপমান কাতি কৰি থৈ উভয়ে চেষ্টা চলালে—জাপানীজনে দুৱাৰ বন্ধ কৰিবলৈ আৰু মাৰ্কিনজনে তাক বলেৰে মুকলি কৰিবলৈ।

পদূলিমুখৰ পৰা বান্ধনি ঘৰটো বেচি আঁতৰত নহয়। খোৰা বাচনবোৰ ধুই-পখালি আৰু মজিয়াখন চফা কৰি জুমিয়ে তাতে শুই পৰিছিল। পদূলিমুখৰ পৰা গোলমাল শুনি তাই লৰ মাৰি চাবলৈ গ'ল। দেখি তাই অবাক! এজন ডেকা আমেৰিকান বিষয়াৰে সৈতে ভেটাভেটি হৈ তাইৰ গৰাকীয়ে জপনাখন লৈ টনাটনি কৰিব লাগিছে। ভয়ত তাই ভিতৰলৈ লৰ মাৰিলে জোচু আৰু মাকক বিচাৰি।

মিচেচ চাকাই আৰু জোচু একে লগে বহি বিয়াৰ কাপোৰ চিলাই কৰি আছিল। সেই শান্ত পৰিবেশৰ মাজত ধূমকেতুৰ দৰে আবিৰ্ভাৱ হৈ জুমিয়ে বাতৰি দিলে, "মা, এজন মাৰ্কিন বিষয়াৰে সৈতে তেখেতে কাজিয়া কৰিব লাগিছে!"

মিচেচ চাকায়ে লৰালৰিকৈ বাহিৰলৈ ওলাই গ'ল ; জুমি তেওঁৰ পিচে পিচে।

জোচু অলৰ অচৰ। তাই জানিছিল যে এয়া এলেনত বাহিৰে আন কোনো নহয়। কিন্তু কি তুৰ্ভগীয়া সময়ত আহিল! ঘৰলৈ বা তেওঁ কিয় আহিল ? এখন চিঠিৰেও তো জনাব পাৰিলেহেতেন? কিন্তু সৰহপৰ তাই এইদৰে ভাবি বহি থাকিব নোৱাৰিলে। কাজিয়া যিয়েই হওক লাগিলে তাত তাই যোগ দিবই লাগিব আৰু শান্তি-স্থাপন কৰিবই লাগিব।

গতিকে এলেনে তাৰ প্ৰণয়িনীক দেখা পালে। সেই ওখকৈ ধুনীয়া ছোৱালীজনী! নীলা আৰু বগা ফুলবচা কিমোনো এযোৰ পিন্ধি তাই ক্ৰমে তাৰ ওচৰলৈ আহি আছে! আগেয়ে দেখাতকৈও তাইক এইবেলি বেচি ধুনীয়া লাগিল! সি ইতিমধ্যে জপনাৰ ভিতৰ সোমাইছে। জোচুক লগ পাবলৈ আৰু কেইখোজমান সি আগবাঢ়ি গ'ল।

ডাঃ চাকাইএ হতভম্ব হৈ থিয় দি ব'ল—খঙত তেওঁ ওঠ কামুৰি ধৰিলে। তেওঁৰ সম্মুখত স্ত্ৰী আৰু জুমিয়ে আহি থিয়ে হৈছে, যেন প্ৰহৰীৰ দায়িত্ব পালন কৰিবলৈকেহে। নিমিষতে তেওঁৰ ছোৱালী মাৰ্কিন যুবকৰ বাহুৰ মাজত সোমাই পৰিল। প্ৰথমতে তাই অলপ সঙ্কোচ কৰিছিল। দেউতাকৰ ভাব হ'ল সেয়া যেন সম্মুখত তেওঁলোক থকা বাবেহে, অকলে থকা হলে কোনো সঙ্কোচেই নকৰিলেহেঁতেন। তেওঁৰ অন্তৰ্দৃষ্টিৰে ডাক্তৰে জানিলে যে জোচুক তেওঁ হেৰুৱালে। কামটো কিদৰে বিধিসন্মত কৰা যায় সেইটোহে বাকী।

বিশ্বাসী আৰু বাধ্য পত্নীৰ পিনে চাই তেওঁ আদেশ কৰিলে, "তোমাৰ ছোৱালী মোৰ ওচৰলৈ লৈ আহা।" তাৰ পিচত তেওঁ সসম্ভ্ৰমে ঘৰৰ ভিতৰলৈ খোজ ললে।

পোণতে তেওঁ অকলশৰে অলপ জিৰনি লবলৈ বিচাৰিছিল।

মাৰ্কিন লোকজনক খেদি পঠাবলৈ কৰা দৃঢ় সঙ্কল্প তেতিয়াও তেওঁ ত্যাগ কৰা নাছিল। তেওঁক কেবল অহাৰ উদ্দেশ্যটো সুধিব। ভাল উদ্দেশ্য কিবা থাকিব পাৰে বুলি ডাক্তৰৰ বিশ্বাস হোৱা নাছিল। মাৰ্কিন সকলে জাপানীৰে সৈতে বিয়া সোমাবলৈ কেতিয়াও আগ্ৰহ নকৰে। তাৰ বাবে অলেখ প্ৰমাণ তেওঁৰ হাতত আছে। আৱশ্যক হলে তেওঁ নিজৰ উদাহৰণকে দাঙি ধৰিব। নিজৰ কথাটো স্ত্ৰীৰ আগত উলিয়াব বাৰু কেনেকৈ? এনে সময়তে আটাইকেইজন ভিতৰলৈ সোমাই আছিল। যুবকজন ইতিমধ্যে নম্ৰ হৈ পৰিছে; সি মাত লগালে "ডাঃ চাকাই, মই সচাকৈ দুখীত। মুহূৰ্ত্ততে মোৰ কি হৈ গ'ল নিজেই কব নোৱাৰিলোঁ। দৰাচলতে আপোনাৰ বিৰুদ্ধাচৰণ কৰিবলৈ মোৰ কোনো অধিকাৰ নাই।"

ডাঃ চাকাই নিমাত। তেওঁ কেৱল খালি চকি এখনলৈ আলহীক বহিবলৈ ইঙ্গিত দিলে। জোচুক থিয় কৰাই ৰাখি তেওঁ জুমিৰ পিনে চোকা দৃষ্টি নিক্ষেপ কৰিলত তাই আঁতৰি গ'ল। মিচেচ চাকায়ে গিৰীয়েকৰ কাষতে বহি পৰিল।

যুবকজনে থিয় হৈ জোচুক কলে, "তুমি বহিবা ক'ত?"

"মোৰ বাবে চিন্তা নকৰিবা"—জোচুৱে মিনতিৰ সুৰত কলে।

"বহা।" দেউতাকে জীয়েকৰ প্ৰতি কঠোৰভাবে আদেশ কৰিলে।

তাই মাকৰ ওচৰতে বহি পৰিল; এলেনেও আগৰ চকিতে বহিল।

ডাক্তৰে প্ৰতীক্ষা কৰিছে তেওঁলৈ পোনতে অনুৰোধ আহিব লাগিব। নহলে তেওঁ নেমাতে। কাৰণ উপলক্ষ্যটো তেওঁ বিচৰা নাছিল। তেওঁ নিজে এতিয়া বিচাৰ প্ৰাৰ্থী। তেওঁ মনে মনে সঙ্কল্প কৰিলে ধৈৰ্য্য আৰু যুক্তি নেহেৰুৱাকৈ আলোচনাত তেওঁ দৃঢ়মত পোষণ কৰিব।

"দেউতা!" জোচুৱে ভয় ভয়কৈ আৰম্ভ কৰিলে।

দেউতাকৰ খঙে চুলিব আগ পালেগৈ। সেই চাৱনিত ভয় খাই বেচেৰী নীৰৱে থাকিল।

নিমিষতে মাৰ্কিন ডেকাজন তাইৰ আশ্ৰয় ললে, "তুমি নহয় জোচু ; আৰম্ভ কৰিম মই।"

কাজেই এলেনে কবলৈ বাধ্য হ'ল। কিওটোলৈ আহোঁতে তাৰ মন সন্দেহৰ কুঁৱলীৰে আবৰা আছিল। তাৰ মাজেদি কেবল এটা কথা সি ঠিক কৰিছিল যে আকৌ এবাৰ জোচুক সি লগপাব লাগিব আৰু সম্ভৱ হলে পৰীক্ষা কৰিব তাৰ ভালপোৱাটো কিমান গভীৰ, বিচ্ছেদ হব লগীয়া হলে সি সহ্য কৰিব পাৰিব নে নোৱাৰিব। কিন্তু সি পিচত বুজিলে যে নোৱাৰিব। অলপ আগেয়ে ডাঃ চাকাইৰ সৈতে হোৱা কাজিয়াখনো আংশিক ভাবে তাৰ বাবে দায়ী। আচলতে জোচুৰ মৰম লগা মুখখনেই আটাইতকৈ বেচি জগৰীয়া।

"কোৱা বাৰু,"—ডাক্তৰে অলপো উত্তেজিত নোহোৱাকৈ কলে।

"মই জানিব খোজো তুমি ইয়ালৈ কেলেই আহিছিলা।"

"মই আপানাৰ ছোৱালীক লগ পাবলৈ আহিছিলো।"

ডাক্তৰে জোচুলৈ চাই কলে, "তুমি এওঁক চিনি পোৱানে ?"

"আমি দুয়ো বহুদিনৰ চিনাকি," কেনেডীয়ে তপৰাই মাত দিলে। তাৰ পিচত অলপ সহজ ভাবেই সিহঁতৰ প্ৰথম পৰিচয়ৰ এটি চমু আভাস দিলে।

"তেনেহলে তুমি আকৌ আহিলা কিয় ?" কেনেডীৰ কথাৰ শেহত ডাক্তৰে সুধিলে।

জোচুৰ প্ৰতি মোৰ ভাল পোৱা কিমান গভীৰ আৰু আন্তৰিক তাকে জনাম বুলি আহিছিলো।"—উত্তৰত এলেনে কলে।

ডাক্তৰ চাকায়ে নিষ্ঠুৰ ভাবে কলে, "তুমি তাইক ভাল পাব নোৱাৰা। মোৰ বন্ধু মাট্চুৰ ল'ৰালৈ তাই বাগদত্তা হৈ আছে। বিয়ালৈও এপখহে বাকী।"

এলেনৰ মুৰত বিনামেঘে বজ্রপাত হ'ল। অলপ সময় সি মৌন হৈ পৰিল। পিচত জোচুৰ পিনে চকু কৰি সুধলে,—“কথাটো সঁচানে ?”

তাইৰ মুখেৰে কথা নোলাল। কেৱল মূৰ দুপিয়াই সন্মতি জনালে। চকুহাল কেতিয়াবাই তাইৰ চলচলীয়া পৰিছে।

“আগেয়ে জনোৱা হলে সুখ পালোহেতেন”—সি মাথোন কলে।

কিছুপৰ তলমূৰকৈ চিন্তা কৰি পুনৰ জোচুৰ উদ্দেশ্যে সি কব ধৰিলে,—“মই জানো তোমাক আৰু অকলে লগ নেপাম। গতিকে আমি দুয়ো অকলে থকা বুলি ভাবিয়ে মই দুষাৰমান কথা সুধিম। তুমিও সেইদৰে উত্তৰ দিবা বুলি আশা কৰোঁ। বাৰু কোৱাচোন জোচু, তোমাৰ সৈতে বিয়াৰ বাবে যিজন নিৰ্দিষ্ট হৈছে তেওঁক তুমি ভাল পোৱানে ?”

“ওঁ-হো”—সৰুকৈ তাই কলে। “কিন্তু তেখেত এজন ভাল মানুহ।”

“জোচু, আকৌ সঁচাকৈ কোৱাচোন তুমি মোক ভালপোৱানে ?”

তাই এইবেলি তালৈ মূৰ তুলি চালে, দুচকু পানীৰে তিতি গৈছে ; ভঙা ভঙা মাতেৰে কলে, “সঁচাই পাওঁ, কে-নে-ডী।”

“তেনেহলে মোক বিয়া কৰাবানে ?”

কি নিৰ্লজ্জ আমেৰিকান পদ্ধতি! ডাক্তৰে ভাবিলে। সদায় আক্ৰমনাত্মক ব্যৱহাৰ! তেওঁ মাত দিলে, “বাগদত্তা কন্যাক ফিৰাই আনিব নোৱাৰি। অন্ততঃ জাপানত।”

“চাৰ, মই ভাবোঁ যদি তেওঁলোক উভয়ে একমত হৈ বিয়াখন নেপাতিবলৈ স্থিৰ কৰে, তেন্তে সেইটো কৰিব পাৰি, অন্ততঃ আধুনিক জাপানত।”

ডাক্তৰ বিমোৰত পৰিল। গলটো পৰিষ্কাৰ কৰি লৈ আঠুৰ ওপৰত হাত ৰাখি আৰু দৃষ্টি মজিয়াত নিক্ষেপ কৰি তেওঁ কবলৈ ধৰিলে, “মই তোমাক এটি কথা কব খোজো।”

জোচুৱে কাকুতিৰ সুৰত কলে, "কি দেউতা ?"

"এই কথাটো আজিলৈকে মই কাৰো আগত কোৱা নাছিলো"— ডাক্তৰে অলপ বেজাৰৰ সুৰত কলে। "এনেকি মোৰ পৰিবাৰৰ আগতো কোৱা নাছিলো।" এইখিনিতে তেওঁৰ মৰমিয়াল তিৰোতা-গৰাকীলৈ তেওঁ এবাৰ চালে,—"মোক ক্ষমা কৰিবা হাৰিক'; তোমাকো মই কোৱা নাছিলো। কথাটো ইমান বছৰৰ পিচত মই পাহৰিয়ে গৈছিলো। আমাৰ ছোৱালীজনীৰ বাবে কথাটো আজি মনত পৰিছে।"

"মোৰ বাবে চিন্তা নকৰিব"--মিচেচ চাকায়ে লাহকৈ কলে।

"জোচু, মোৰ একমাত্ৰ সন্তান তুমি ! তোমাৰ বাবে আমেৰিকান এজনক বিয়া কৰোৱা সম্ভৱ নহয়।" ডাক্তৰে কৈ গ'ল, "মই জানো বাবেই এইদৰে কৈছো। আনকি এই ডেকাজনৰ অভিজ্ঞতাও মোতকৈ বেচি নহয়। হব পাৰে তেওঁ তোমাক ভাল পায়। হয়তো ইও হব পাৰে তুমিও তেওঁক ভাল পোৱা। কিন্তু এই ভালপোৱাত বিবেকৰ স্থান নাই। ই আবেগ মাথোন। সময়ৰ বালিত ইয়াৰ চিন হেৰাই যাব ; কিন্তু জীৱনৰ অবিৰাম গতি চলিয়ে থাকিব।"

তেওঁৰ গহীন মুখৰ কথাখিনি আটায়ে মনোযোগেৰে শুনিছিল। কাৰো মুখত শব্দ নাই। সেই নীৰৱতা ভেদ কৰি ফুলনিৰ জল-প্ৰপাতটিৰ শব্দ যেন অধিক ডাঙৰ হৈ তেওঁলোকৰ কাণত বাজিছিল।

ডাক্তৰে কৈ গ'ল,—"আমেৰিকাত থাকোঁতে ডেকা বয়সত মই এজনী মাৰ্কিন ছোৱালীৰ প্ৰেমত পৰিছিলো। ছোৱালীজনীয়েও মোক ভাল পাইছিল ; আৰু আমি ইজনে আনজনৰ আগত তাক প্ৰকাশো কৰিছিলো। দেউতাহঁতে ঘোৰ আপত্তি কৰিছিল। কিন্তু মই তাত ডাঙৰ হৈছিলো এজন মাৰ্কিন যুবকৰ দৰে। সেয়ে মোৰ ধাৰণা হৈছিল মই ভাল পোৱা কামত বাধা দিবলৈ দেউতাহঁতৰ কোনো স্বত্ব নাছিল।"

মিচেচ চাকাযে হঠাৎ মূৰ তুলি এবাৰ চালে। নিজৰ হাতদুখন তেওঁ জোৰেৰে মোহাৰিবলৈ ধৰিলে। ডাক্তৰৰ কিন্তু কোনো ফালে মনোযোগ নাই।

"অ' মা!" বুলি জোচুৱে মাকৰ হাতত ধৰিলে।

দেউতাকে কৈ গ'ল,—"মই সকলো পৰিত্যাগ কৰিবলৈ সাজু হৈছিলো—আন কি মোৰ মা দেউতাকো। এনেতে এটি ঘটনা ঘটিল। ছোৱালীজনীৰ ককায়েকে মোক পিষ্টল দেখুৱাই ভয় খুৱাইছিল। এদিন নিশা বিশ্ববিদ্যালয়ৰ পৰা উভটি আহোঁতে অলপ পলম হৈছিল। কিন্তু মই সেই বাটেৰে আহিম বুলি মানুহজনক কোনে কৈছিল? নিশ্চয় ভনীয়েকে কৈছিল। সি মোৰ বুকুলৈ পিষ্টল টোৱাই কৈছিল, 'শুনা, মোৰ ভনীক তুমি এৰি দিয়া। জাপানীক আমি ঘৃণা কৰোঁ। সেয়ে কোনো জাপানীকে আমাৰ পৰিয়ালত স্থান নিদিওঁ।' মানুহজনে উচ্চাৰণ কৰা ভাষাতে কথাখিনি কলো। তাৰ পিচত আৰু কাহানিও মই ছোৱালীজনীক লগ পোৱা নাই।"

"ইয়াতেই শেষ নে?" এলেনে সুধিলে।

"আৰু কি লাগে তোমাক?" ডাঃ চাকায়ে অলপ উত্তেজিত হৈ কলে।" সেই সময়ত সেয়েই মোৰ বাবে যথেষ্ট আছিল। এতিয়াও তাতকৈ বেচি আৰু কি লাগিছে?" পিচত জোচুৰ পিনে আঙুলিয়াই কলে, "মই আজিও তোমাক কওঁ মোৰ ছোৱালীৰ ক্ষেত্ৰতো সেয়েই ঘটিব।"

"আমাৰ পৰিয়ালৰ মানুহে কিন্তু লোকক পিষ্টল দেখুৱাই কাম আদায় নকৰে"—এলেনে উত্তৰ দিলে।

"একে অৱস্থাই হব,"—ডাক্তৰে জোৰ দি কলে। "পিষ্টলেৰে নহলেও তেনে ধৰণৰ অইন কিবা উপায়েৰে হব পাৰে। তেওঁলোকে ঘৃণা কৰা জাপানীক কিয় ঘৰত ঠাই দিব?"

"আপোনাৰ ভাব মই বুজিব পাৰিছো"—সহানুভূতিৰ সুৰত এলেনে কলে। "কিন্তু চাৰ, সি বহুত দিন আগৰ কথা; জোচুৰ তেতিয়া জন্মই হোৱা নাই। বৰ্তমানৰ পৰিস্থিতি বহুত বেলেগ।"

"হুঃ!" ডাক্তৰে ওঠত অলপ বিদ্ৰূপৰ হাঁহি লৈ কলে, "বাতৰি কাকত মই পঢ়ি আছো। বহুত বেলেগ একো হোৱা নাই। বগা আৰু ক'লা মানুহৰ মাজত হোৱা বিবাহত এতিয়াও বহুত ৰাজ্যই স্বীকৃতি দিয়া নাই। কোৱাচোন বাৰু, তোমাৰ পৰিয়ালটোৱে কৃষ্ণাঙ্গ লোকৰ সৈতে একেখন মেজত আসন গ্ৰহণ কৰিবনে?"

এলেনে অলপ ভাবি উত্তৰ দিলে, "জোচুক ভিন বৰ্ণৰ বুলি মই ভাবিব লগা নহব।"

ইমান পৰে ধৈৰ্য্য ধৰি জোচুৱে সকলো শুনি আছিল। তাইৰ গাল দুখন ৰঙা পৰিল। "মই এলেন কেনেডীৰ সৈতে অকলে কথা হম,"—তাই হঠাৎ কৈ উঠিল। "কথাবোৰ লাহে লাহে বেচি অস্পষ্ট হৈহে আহিছে। পোনতে আমি দুয়ো এই বিষয়ত পৰিষ্কাৰ হব লাগিব, দেউতা!"

তাই এনে দৃঢ়ভাবে কথাখিনি কৈ থিয় হ'ল যে দেউতাকে বাধা দিব নোৱাৰিলে; আৰু পাৰিলেও যেন নিদিলেহেঁতেন। যাওক সিহঁত ফুলনিলৈ আৰু মুকলি ভাবে কথা পাতক গৈ, তেওঁ মনতে ভাবিলে। ডেকাবিলাকে কথা পাতিবই লাগিব। তেওঁ নিজৰ তিক্ত অভিজ্ঞতা সিহঁতক জনাই দিছে। তাক সিহঁতে পাহৰিব নোৱাৰে।

কোঠাটোত ডাক্তৰ আৰু ডাক্তৰণী থাকিল। ডাক্তৰণী তেনেই নীৰৱ। ডাক্তৰে তেওঁৰ হাতৰ ওপৰত নিজৰ সোঁ হাতখন থৈ কলে, "তোমাৰ ফ'টো দেখা সেই দিনটো মই আজিও পৰিত্ৰভাৱে স্মৰণ কৰোঁ। মই ফ'টো দেখিয়েই বুজি পাইছিলো যে তুমি এগৰাকী আদৰ্শ গৃহিণী হবা। মোৰ সৌভাগ্যৰ আকাশত তুমিয়ে ধ্ৰুবতৰা স্বৰূপ। ভুল বাটেৰে যোৱা হলে মোৰ জীৱন কিমান দুখময়

হলহেতেন ভাবিলেও গা শিঁয়ৰি উঠে। সেইবাবে নৰহত্যা পিপাসু সেই মাৰ্কিন ডেকাজনক আজিও মই ধন্যবাদ জনাওঁ।”

“আপুনি নিশ্চয় সেই ডেকাজনক ভয় কৰা নাছিল”—মিচেচ চাকাইৰ প্ৰশ্নত বিষাদমিশ্ৰিত আন্তৰিকতা।

“ভয় কৰিছিলো”—ডাক্তৰে কলে। “মই ততালিকে পিচুৰাই গৈছিলো আৰু তেওঁক দঢ়াই কৈছিলো ভনীয়েকক বিয়া নকৰাওঁ বুলি।”

“এতিয়া সেইবোৰ পাহৰি যাওক”—ঘৈনীয়েকে অনুৰোধৰ সুৰত কলে। গিৰীয়েকৰ হাতৰ পৰা নিজৰ হাতদুখন মোকোলাই চকুৰ কাষত জমি থকা পানীখিনি মচি ললে। “আমি এতিয়া নিজৰ দেশত। গতিকে অইন দেশৰ কথা সুৰঁৰি কি লাভ?”

“তুমি ঠিকেই কৈছা”—ডাক্তৰে কলে। “কিন্তু তুমি জানিছাই কিয় মই পাহৰি যোৱা কথাটো উলিয়াবলৈ বাধ্য হলো।”

পৰিস্থিতিটো সহ্য কৰিব পৰাতকৈ বেচি গধুৰ লাগিছিল—সেয়ে ভিতৰত কিবা কাম থকা বুলি মিচেচ চাকায়ে সসম্ভ্ৰমে থিয় হৈ গিৰীয়েকৰ পৰা বিদায় ললে।

ভিতৰলৈ গৈ তেওঁ আধা কৰাকৈ এৰি অহা চিলাইৰ কামখিনি হাতত ললে। কিন্তু তাত মন নবহিল। অতি সাবধানে চকুপানীবোৰ মচিব ধৰিলে; নহলে বিয়ালৈ বুলি তৈয়াৰ কৰা দামী পাটৰ কাপোৰখন যদি নষ্ট হৈ যায়। তেওঁতো কেতিয়াও ধুনীয়া ছোৱালী নাছিল। তেওঁৰ মুখখন আছিল ঘূৰণীয়া আৰু গাৰ ছাল ৰ'দত সিজি খহটা হোৱা অইন জাপানী খেতিয়কৰ ছোৱালীৰ নিচিনাই। ডাক্তৰে তেওঁক মনোনীত কৰা নাছিল, কৰিছিল তেওঁৰ অভিভাৱকে। পিচত চিলাইৰ কাপোৰখিনি তেওঁ সামৰি থলে। সেই কাপোৰৰ হয়তো আৰু কোনো প্ৰয়োজনেই নহব পাৰে।

... ... ... ...

ফুলনিৰ ভিতৰত এহাল ডেকা-গাভৰু। বেচ নির্জন ঠাই বিচাৰি সিহঁত বহিলগৈ। ক্ষন্তেকৰ কাৰণে সিহঁতৰ বিষাদ নাইকিয়া হৈ গ'ল। ডেকাজনে তাৰ ভালপোৱাখিনিৰ অর্থ এতিয়াহে উপলব্ধি কৰিব ধৰিলে। আগেয়ে সি কাকো এইদৰে ভালপোৱা নাছিল। গতিকে এতিয়া যে সি প্ৰেমত পৰিছে সি নিজে বাৰুকৈয়ে বুজি পাইছে, আৰু তাইক পাবলৈ সি সকলো কষ্ট স্বীকাৰ কৰিবলৈ মান্তি হৈছে।

"জানা, তুমি মোক এৰি অইন কাকো বিয়া কৰাব নোৱাৰা"— সি তাইৰ ওঠত ওঠ লগাই সৰুকৈ ক'লে।

"এৰা মই এতিয়া জানিছো"—তাই ভগা ভগা মাতেৰে ক'লে।

"আমি পলাই যাম"—সি অনৰ্গল কৈ গ'ল। "আমেৰিকাত ওপজি ডাঙৰ হৈছা যেতিয়া তোমাক মার্কিন ছোৱালী বুলিবই পাৰি। গতিকে আমি আমেৰিকাৰ নিয়মে চলিম, নহয় জানো? আমি জানো এতিয়াও শৈশৱ অবস্থাতে আছো যে প্ৰতি কথাতে অভিভাৱকক মানি চলিব লাগিব?"

"ওঁহো, আমি পলাব নোৱাৰো"—জোচুৱে অলপ দৃঢ়তাৰে কলে। পিচত তাৰ মুখলৈ চাই কলে, "কবৰী মাটচুক তুমি চিনি নোপোৱা। তেওঁ সঁচাকৈয়ে ভাল মানুহ। তেওঁৰ আগত কথাটো সসন্মানে উল্লেখ কৰিম আৰু মোৰ বিশ্বাস তেওঁ বুজিবলৈ চেষ্টা কৰিব।"

এলেনৰ মনত কবৰী মানুহজন ভাল নহয়। কিয় তাৰ তেনে ধাৰণা হৈছিল তাৰ অৱশ্যে কোনো যুক্তি নাই। সি ঘপকৰে কৈ উঠিল—"মানুহজনক লগ ধৰিবৰ মোৰ ইচ্ছা নাই।"

"সেই দায়িত্ব মোৰেই ওপৰত দিয়া"—জোচুৱে অনুনয়ৰ সুৰত কলে। "মই দেউতা আৰু মাৰ সৈতেও কথা হব লাগিব, বুজিছানে এলেন কে-নে-ডী।"

"শুনা, তুমি মোক সেইদৰে মাতিবলৈ এৰিব লাগিব। মাথোন 'এলেন' বুলি কবা।"

"এলেন"—তাই আকৌ উচ্চাৰণ কৰিলে আৰু মাজতে যেন কোনো বাধা পোৱা নাছিল সেইদৰে আৰম্ভ কৰিলে, "আমি আজি ডাঙৰ সমস্যা সমাধান কৰিবলৈ ওলাইছোঁ। দেউতাই ভাল নেপালেও আমি আৰু এবাএৰি হব নোৱাৰোঁ। কিন্তু তেখেতে যেতিয়া এইটো বুজিব, বুজাবলৈ সমৰ্থ হম বুলি মোৰ বিশ্বাস আছে, তেতিয়া হলে তেখেতৰ সন্মতিলৈ বাট চোৱাটো আমাৰ কৰ্ত্তব্য নহব জানো ?"

বিয়া কৰাবলৈ যেতিয়া সঙ্কল্প কৰিছে এলেনে এতিয়া যি কোনো কথাতে সন্মতি দিবলৈ প্ৰস্তুত। সেযে কেৰল কলে, "তোমাৰ যি ইচ্ছা সোন ! মাথোন সোনকালে।"

জীৱনৰ অতি গুৰুত্বপূৰ্ণ সমস্যাটো মীমাংসা কৰি উঠি সিহঁতে আমোদ প্ৰমোদত মন দিব নোৱাৰিলে। ওচৰা ওচৰিকৈ বহিও দুয়োজনে গহীন হৈ পৰিল। তাৰ এখন হাতে যদিও তাইৰ আঙুলি কেইটা লিৰিকি বিদাৰি থাকিল তাৰ মনটো হলে ক'ৰবাত ; সুদূৰ মহাসাগৰৰ সিপাৰত থকা তাৰ ওপজা ঘৰটোলৈ উৰি গ'ল। সম্মুখত থিয় হোৱা কঠিন সমস্যাৰ প্ৰতি সি সজাগ হবৰ হ'ল। তাৰ ঘৰত কি ভাবিব বাৰু ? কথাটো পোনতে সি ঘৰত জুলিৱাটোকে ঠিক কৰিলে। সি অপেক্ষা কৰিব ; আগেয়ে সি মাক আৰু দেউতাকক চাবলৈ দিব জোচু কেনেকুৱা গাভৰু। তাইৰ নিচিনা ধুনীয়া, মৰমীয়াল আৰু কোমল বয়সৰ ছোৱালী দেখিলে নিশ্চয় মাক আৰু দেউতাকৰ মন পাতলিব। বয়সত কোমল হলেও বুদ্ধি আৰু জ্ঞানত জোচুক কোমল বুলিব নোৱাৰি। তাই যথেষ্ট সাহসীও। এনেকুৱা এজনী বোৱাৰী পালে মাকে নিশ্চয় সাদৰে গ্ৰহণ কৰিব।

তাৰ মনৰ এই সন্দেহবোৰৰ কথা এলেনে জোচুক সমুলি

জানিবলৈ নিদিলে। কি দৰ্কাৰ! বহুত মাৰ্কিন যুৱকে এইদৰে জাপানী ছোৱালী বিয়া কৰাইছে। কিছুমানৰ জীৱন সুখৰ হৈছে আৰু কিছুমানৰ নহ'ল। কিন্তু সিহঁতৰ যে সুখৰ নহব তাক কোনে কব পাৰে? কেৱল প্ৰয়োজন সাহসৰ। জোচুক এতিয়া এইবোৰ চিন্তাৰে অভিভূত কৰিবৰ আৱশ্যক নাই। ঘৰতে তাইৰ যথেষ্ট কাম আছে, কৰবীৰ সৈতে কৰা বন্দোবস্তটো ভাঙি পেলাব লাগিব। সি ভাবিবলৈ ভাল নেপালে কেনেকৈ জোচুক অইন এজন ডেকালৈ কথা দিয়া হৈছিল।

"তুমি কেনেকৈ বাৰু অইন এজনত বিয়া সোমাবলৈ মত দিছিলা?" সি হঠাতে সুধি পেলালে।

"কিয় নিদিম?" তাই উত্তৰ দিলে। "জাপানত মই কোনোবা এজনক বিয়া কৰাবই লাগিব। তুমি জানো আগেয়ে বিয়াৰ প্ৰস্তাৱ দিছিলা?"

এইটো অৱশ্যে তাৰেই দোষ। তাৰ ভালকৈ মনত আছে! "আমি বাৰু কেতিয়াকৈ বিয়া পাতিব পাৰিম?" তাৰ প্ৰশ্নত অধৈৰ্য্যৰ সুৰ।

"কেনেকৈ পাতিম!" তাইৰ এটি হুমুনিয়াহ ওলাই আছিল। "পোনতে মই কৰবীৰ সৈতে কথা হব লাগিব। তেওঁ নিশ্চয় এটি সজ উপায় উলিয়াই দিব।"

"বাৰু"—সি থিয় হ'ল। "এই দায়িত্ব তোমাৰ ওপৰত এৰি যাবলৈ মোৰ ইচ্ছা নাছিল। তোমাৰে সৈতে এইখিনিতে মোৰ মতৰ প্ৰভেদ"। পিচ মুহূৰ্ত্তে তাৰ অন্তৰত এটি প্ৰতিদ্বন্দ্বিতাৰ ঈৰ্ষাভাৱ জাগি উঠিল। "তুমি নিশ্চয় তোমাৰ জাপানী সঙ্গীজনক বিয়া নকৰাবা। অৱশ্যে কৰা হলে তুমি ইমান কষ্ট ভুগিব নেলাগিলহেতেন।"

জোচুৱে নিজৰ হাতখনেৰে তাৰ ওঠ জপাই কলে, "ছিঃ, নেপায়

নহয়! তুমিয়ে দেখোন কৈছা মই মার্কিন ছোৱালী বুলি। তেনেহলে মই মার্কিন যুবকক এৰি অইনক কেলেই বিয়া কৰাম? মোৰ যে আশাৰ স্থল একমাত্র তুমিয়েই”—এইবুলি তাই প্রেমিকাৰ দৃষ্টিৰে তালৈ এবাৰ চাই পঠিয়ালে।

জনহীন পৰিবেশৰ মাজত দুয়ো দুয়োকো আকোৱালি ধৰিলে আকৌ এবাৰ। সেই অদমনীয় আদিম হেপাহটো তাৰ তেজৰ শিৰাই শিৰাই প্রবাহিত হৈছিল, কলিজাৰ প্রতিটো ধমনীতে খুন্দিয়াইছিল। সি তাৰ উশাহ-নিশাহ বন্ধ হৈ যাব ধৰা যেন অনুভৱ কৰিলে।

“বেচি পলম নকৰিবা জোচু। মোৰ পিনৰ পৰা মই কালিৰ পৰাই সাজু হবলৈ ধৰিম। কর্নেল চাহাবক কথাটো কব লাগিব আৰু তেখেতৰ সহায় লব লাগিব। বহুত কাম সংক্ষেপকৈ কৰিব লাগিব, বুজিছানে সোনটি। ইপিনে তুমি থাকিবা তোমাৰ দেউতাৰাৰ সৈতে; চাবা যাতে তেওঁ আকৌ তোমাৰ পথত হেঙাৰ দিব নোৱাৰে।”

“ওহ্ নহয়”—তাই প্রায় চিঞৰি উঠিল। “কবৰীৰ ওপৰতে কথা এতিয়া।”

“ভাল বাৰু। মই এতিযাই পাঁচ বজাৰ ৰেলখন ধৰিব লাগিব। মই আচলতে ছুটী নোলোৱাকৈ গুচি আহিছিলো।”

“মোলৈ চিঠি দিবা দেই এলেন!”

“তুমিয়ে পোনতে লিখিবা—সোনটি মোৰ।”

“হব বাৰু। কিন্তু মোৰ আখৰ দেখি নেহাঁহিবা।”

সিহঁত আঁতৰিবৰ হ’ল। তাইৰ ভয় কিজানি সময় বহুত লোৱা বুলি দেউতাকে চিঞৰে, আৰু তাৰ ভয় গধূলিৰ গাড়ীখন যদি সি ধৰিব নোৱাৰে। কব নোৱাৰাকৈয়ে দুয়োটাৰে ক্ষুধার্ত্ত ওঠ যুৰি লগ লাগিল—এটি দীঘল চুমা, তাৰ পিচত আকৌ এটি।

"তুমি আচল মাৰ্কিন ছোৱালীৰ দৰে চুমা দিবলৈ শিকিছা জোচু !"

"তুমি যে কিমান সুন্দৰকৈ জানা !"

"আকৰীজনী, চিনেমা চোৱা মানুহ মাত্ৰেই জানে।"

"অ' হয়। কিন্তু ইয়াত চুমাটো পৰ্দাত নেদেখুৱায়।"

"আমেৰিকাত হলে বাৰুকৈয়ে দেখুৱায়। বাৰু, তুমি আজি ৰাতিয়েই লিখিবা দেই। কোৱাচোন লিখিবা নে নাই ?"

"নিশ্চয় চেষ্টা কৰিম। তুমি সোনকালে উত্তৰ দিবা।"

"টাইপ্ কৰি দিম ; বেযা নেপাবা কিন্তু।"

"ওঁ হো।"

সি গুচি গ'ল। তাই অকলে কিছুপৰ তাতে থিয় হৈ থাকিল। হঠাৎ পুখুৰীত প্ৰতিফলিত হোৱা তাইৰ নিজৰ ছবিটোলৈ চকু গ'ল। প্ৰেমত পৰিলে কিয় বাৰু ইমান কষ্ট খাব লাগে ? তাই তাক খু-উ-ব ভাল পাইছিল। সেইদৰে কবৰীক ভালপোৱাহেতেন কোনো চিন্তাই নাছিল, আটায়ে সুখ পালেহেতেন। কি কুক্ষণত বাৰু এলেনৰ সৈতে তাইৰ দেখা-দেখি হৈছিল ! কাৰণ কষ্ট তাই অকলে ভুগা নাই, মাক-দেউতাকো বেচ মৰ্মাহত হৈছে। সিপিনে ভাৰ্জিনিয়াত বা আকৌ কি আছে ? নহয়, তাই এগৰাকী আদৰ্শ বোৱাৰী ৰূপে তাত গৈ দেখা দিব। তেতিয়া তাইক কোনেও বেয়া বুলিব নোৱাৰে।

লাহে লাহে তাই ঘৰলৈ খোজ পেলালে। ঘৰ পাই আচৰিত যে দেউতাকে তাইক বিচৰা নাই। অলপ পিচতে মাক ওলাই আহিল দেউতাকৰ শোৱা কোঠাৰ পৰা।

"দেউতাৰাৰ গা বৰ ভাল নহয়"—মাকে কলে। দিনটোৰ কষ্ট তেখেতৰ বাবে বৰ বেচি হৈছে। ৰাতি পুনৰ তেখেতৰ সৈতে কথা নেপাতিবা। কিবা আৱশ্যক হলে মোৰ আগতে কবা।"

মাক জীয়েক উভয়ে কিছুপৰ নীৰৱে থিয় হৈ ৰ'ল। দুয়োৰে মনত সঙ্কোচৰ ভাব। জোচুৱে ভাবিলে তাই বাৰু কেনেকৈ পুনৰ মাকৰ মনত আঘাত দিয়ে? অথচ সেই আঘাত তাই দিবই লাগিব। ভাল পোৱাৰ ইমান ক্ষমতা যে ই তাইক নিষ্ঠুৰতম আঘাত দিবলৈ প্ৰেৰণা যোগাব পাৰে। মাথোন কিছুদিন আগলৈ তাই ইমান সৰল আৰু অমায়িক ছোৱালী আছিল। মাকজনী ইমান দয়ালু; কোনোদিনে কাকো টান কথা কোৱা তাই শুনা নাই। তাইৰ দুচকুৰ কোণেৰে পানী বাগৰি গাল তিতিলগৈ; আৰু সেইদৰেই মাকৰ মুখলৈ নীৰৱে চাই থাকিল—ভাষা তাইৰ মুখেৰে নোলাল।

তাইৰ হকে মাকেই মাত দিলে, "তুমি এই মাৰ্কিন ডেকাজনক বিয়া কৰাব খোজা—নহয় জানো?"

"হয় মা। কিন্তু নোখোজা হলেই ভাল আছিল। তেওঁৰ সৈতে মোৰ চিনাকি নোহোৱা হলেই ভাল আছিল। তেতিয়াহলে মই কৰৰীক বিয়া কৰাব পাৰিলোহেতেন আৰু এখন সুখৰ সংসাৰ পাতিব পাৰিলোহেতেন। তেতিয়া অইনৰ চিন্তা এৰি তেওঁকেই মই ভালপাবলৈ যত্ন কৰিলোহেতেন। ঠিক তুমি যিদৰে কৰিছিলা আমাৰ দেউতাক। বিয়াৰ আগেয়ে তুমি জানো দেউতাক দেখিছিলা?"

মাকৰ মুখত হাঁহি নাই; গহীন ভাৱেই উত্তৰ দিলে,—"তেতিয়াৰ দিন বেলেগ আছিল। মোৰ জীৱন তোমাৰ লগত নিমিলে। সেই সময়ত বাধ্য হৈ চলাৰ বাহিৰে আমাৰ গত্যন্তৰ নাছিল।"

"কিন্তু তোমাৰ জীৱন আছিল সুখৰ"—জোচুৱে উচুপি উচুপি ক'লে।

"এৰা"—মাকে উত্তৰ দিলে। "সুখ লভিবলৈ মই বেচি কষ্ট কৰিব লগা নহৈছিল। অৱশ্যে মোৰ আকাঙ্ক্ষাও আছিল সীমাবদ্ধ।"

মাকৰ গাত হালি পৰি জোচুৱে ক'লে, "মা তুমি অনুভৱ কৰিব পাৰিছানে মই তেওঁক কিমান ভাল পাওঁ।"

মাকে এটি অদ্ভুত বিষাদভৰা দৃষ্টিৰে জীয়েকলৈ চাই থাকিল, "যোৱা কালি মই নবুজিলোহেতেন, কিন্তু আজি মই উপলব্ধি কৰিব পাৰিছো।" কথাষাৰ কৈয়েই মাকে মুখখন ঘূৰালে। জোচুৱে দেখিলে মাকৰ ওঠদুটি কঁপিব লাগিছে। তাই চিঞৰি উঠিল, "মা নেপায় নহয়। সেইবোৰ বহুদিন আগৰ কথা। দেউতাইচোন পাহৰি পেলাইছে।"

"তেওঁ পাহৰি যোৱা নাই"—জোচুৰ পিনে নোচোৱাকৈয়ে তেওঁ কলে।

"ই তেখেতৰ ব্যথিত গৰ্ব। সেইবাবে তেখেতৰ মনত পৰিছে। জানাই নহয় তেখেত কিমান আত্মগৌৰবী।"

"গৰ্বৰ বাবে নহয়"—মাকৰ কথাত সমান দৃঢ়তা। "ই তেওঁৰ আন্তৰিক ভালপোৱা আৰু সেই ভালপোৱা ব্যৰ্থ হোৱা বাবেই তেওঁ আমেৰিকা পৰিত্যাগ কৰিব পাৰিছিল। প্ৰকৃততে তেওঁ আমেৰিকা ভাল পাইছিল।" অলপ বৈ মাকে পুনৰ আৰম্ভ কৰিলে, "তুমি এই আমেৰিকানজনক ভালপোৱাটো তেনেই স্বাভাৱিক। তুমি তেওঁক বিয়া কৰাবই লাগিব। কৰবীক বিয়া কৰোৱা তোমাৰ পক্ষে উচিত নহব। দেউতাৰাই যি কাম কৰিব নোৱাৰিলে তুমি তাক কৰিবই লাগিব আৰু সেয়ে তুমি আমেৰিকালৈ যাব লাগিব। জাপানৰ বুলিবলৈ মাথোন ময়েই। গতিকে মই তোমাক সহায় কৰিম।"

জীৱনত প্ৰথমবাৰৰ বাবে মাক-জীয়েক দুয়োগৰাকীয়ে পৰস্পৰক আকোৱালি ধৰিলে আৰু ইজনীয়ে আনজনীৰ গাত হালি উচুপিব ধৰিলে।

  

ডাক্তৰ চাকায়ে ৰাতিপুৱা শুই উঠি গাটো বেচ অৱশ আৰু দুৰ্বল যেন অনুভৱ কৰিলে। অতদিনে অতি নম্ৰ আৰু বাধ্য বুলি গণ্য কৰা মানুহজনীয়ে যোৱা নিশা তেওঁক আচৰিত কৰি পেলালে। তেওঁ জোচুৰ পক্ষ সমৰ্থনটো কৰিলেই, লগতে গোটেই ঘটনাটোৰ বাবে দেউতাকেই দায়ী বুলি অভিযোগ কৰিলে। নিশা তেওঁ স্ত্ৰীক বাৰে বাৰে বুজাবৰ চেষ্টা কৰিছিল—মাৰ্কিন ছোৱালীজনীৰ সৈতে বিয়া নোহোৱা বাবে তেওঁ নিজকে কিমান ভাগ্যবান বুলি বিবেচনা কৰিছে। আমেৰিকাৰ ছোৱালীজনী বিয়া কৰালে তেওঁ আকৌ বন্দীশিবিৰতগৈ অকলশৰীয়া জীৱন যাপন কৰিব লাগিলহেতেন। ইপিনে জন্ম হোৱা ল'ৰাছোৱালীবোৰৰ অৱস্থা কি হ'লহেতেন? সিহঁতক জাপানেও নিজৰ বুলি নললেহেতেন আৰু আমেৰিকাৰ চকুতো সিহঁত বিদেশী বুলি গণ্য হলহেতেন। এই বিশাল পৃথিৱীত সিহঁতৰ বাবে 'তো 'নিজৰ ঠাই' বুলিবলৈ নোলালহেতেন। এনেবোৰ যুক্তিৰে বুজাবলৈ তেওঁ বহুত চেষ্টা কৰিছিল। লগতে স্ত্ৰীৰ সহায় বিচাৰিছিল—ছোৱালীজনীক সেই আসন্ন বিপদৰ পৰা সময় থাকোঁতে উদ্ধাৰ কৰিবলৈ।

উত্তৰত মিচেচ চাকায়ে একেবাৰে বিপৰীত মতৰ পৰিচয় দিছিল। তেওঁ কৈছিল, "সেই বাবেই মই কৰৰীক বচাব লাগিব। এজন মাৰ্কিন ডেকাৰ প্ৰেমত পৰা ছোৱালীৰে সৈতে বিয়া হৈ এজন নিৰপৰাধী জাপানী ভদ্ৰলোকৰ সুখৰ সংসাৰ নষ্ট হবলৈ দিব নোৱাৰি। জোচুৱে কেতিয়াও কৰৰীক বিয়া কৰাব নোৱাৰে। যদি তুমি নোযোৱা, মই নিজেই গৈ কৰৰীক সকলো কথা জনাম।"

ডাক্তৰে সপোনতো ভাবিব পৰা নাছিল যে তেওঁৰ সৈতে ইমান বছৰ একেলগে বাস কৰা এই শান্ত প্ৰাণীটিৰ ভিতৰত এনেকুৱা বিদ্ৰোহ আৰু কঠোৰ প্ৰতিজ্ঞাৰ বীজ লুকাই আছে। পৰিবাৰৰ সৰল অথচ কুসংস্কাৰপন্ন মনটোৱে তেওঁৰ যোৱা কালিৰ উক্তিটোৰ

তাৎপৰ্য্য ভুলকৈ বুজিলে। যিটো উদ্দেশ্যেৰে ঘটনাটো তেওঁ ব্যক্ত কৰিছিল ডাক্তৰণীয়ে তাক হুবুজি এটি তিৰোতাসুলভ বাখ্যা দিয়ে সন্তুষ্ট থাকিল। আৰু এতিয়া তেওঁ কৰবীৰ ঘৰলৈ যোৱাটো একো আচৰিত নহয়; তেওঁ বাধা দিলে ফল হয়তো আৰু বেয়া হব পাৰে।

এইবোৰ চিন্তাৰ দোমোজাত পৰি ডাক্তৰৰ মন ৰাতিপুৱাতে গধুৰ হৈ পৰিল। তেওঁৰ এতিয়া একমাত্ৰ ভৰষা জীয়েকৰ ওপৰত। হেজাৰ হলেও জোচু এজনী শিক্ষিতা ছোৱালী; তাই যুক্তিৰে সকলো কথা বিচাৰ কৰিবলৈ চেষ্টা কৰিব।

কিন্তু জোচুক তেওঁ ঘৰত নেদেখিলে। তেওঁৰ উঠোতে বৰ বেলি হ'ল। জুমিয়ে যেতিয়া তেওঁক খোৱাৰ যোগাৰ দিবলৈ আহিল, তাই জনালে যে জোচু দহবজাৰ আগেয়ে গৈছে। মাককো দেখা নাই; সুধিলত জুমিয়ে কলে যে তেওঁ বান্ধনি ঘৰতে ব্যস্ত। ঘৰটোত যেন শান্তি দিওঁতা কোনো নাই। গতিকে তেৰোঁ হস্পিটেললৈ যোৱাটোকে ঠিক কৰিলে। "জোচুৱে যাওঁতে কৈ গৈছিল নে কলৈ যাব তাই ?" জুমিযে তেওঁৰ টুপী আৰু লাঠিডাল দিবলৈ আহোঁতে ডাক্তৰে সুধিলে।

"কলেজৰ পৰা কিবা কিতাপ আনিবলৈ যোৱা বুলি কৈছিল চাৰ"—জুমিয়ে উত্তৰ দিছিল।

কথাটো মিছা। জোচুৱে কলৈ যায় কাকো কৈ যোৱা নাছিল। মালিকৰ গহীন মুখ দেখি জুমিয়ে মিছা কোৱাটোকে উচিত বুলি সেইদৰে ক'লে। ডাক্তৰে তুনাই একো কুসুধি ওলাই গ'ল।

সেই সময়তে জোচুৱে গৈ কৰবীৰ সৈতে কথা পাতিছিল। ওৰে নিশা তাইৰ ভাল টোপনি অহা নাছিল আৰু কেতিয়াকৈ ৰাতিপুৱায় তাৰ বাবে অধৈৰ্য্য হৈ পৰিছিল। ৰাতিপুৱাৰ লগে লগে তাইৰ মন অধিক সবল হ'ল আৰু যিমান সোনকালে সম্ভৱ হয় কৰবীক লগ

ধৰিবলৈ ব্যগ্ৰ হৈ পৰিল। তাইৰ ইচ্ছা দেউতাকক লগ পোৱাৰ পূৰ্বে কববীক লগ ধৰি বিয়াখন বিচ্ছেদ কবাব, যাতে তাব পৰা আহি কব পাবে,—“দেউতা, কামটো সমাধা হৈ গ'ল। বৰ্তমান পৰিস্থিতিত কববীয়ে মোক বিয়া কৰাবলৈ বাজী নহয়। গতিকে আৰু উপায় নাই।” তাব পিচত একে কথাকে তাই এলেনলৈকে লিখিব— অৱশ্যে তাব ভাষা বেলেগ হব। লগতে সুধি পঠাব তাক ক'ত লগ ধৰিব। কাৰণ তেতিয়া তাই সম্পূৰ্ণ প্ৰস্তুত।

এইদৰে মনটো ডাঠ কৰি তাই দোকমোকালিতে শোৱাপাটী এৰিছিল। পিচত জুমিব হতুৱাই বাতিপুৱাব জলপান অনাই খাই ঘৰব পৰা বাহিৰ হৈছিল, এনেকি মাককো মাত নিদিয়াকৈ। গাত তাইৰ তেনেই সাধাৰণ এযোব কাপোৰ। কববীব অফিচৰ সময় তাই জানে। সেয়ে অলপ পৰ তাই সৰু হ্ৰদ এটিব পাৰত বেঞ্চ এখনত বহিল। বেলিটো উঠি অহাব লগে লগে তাই অন্তৰৰ সাহো বাঢ়ি অহা যেন অনুভৱ কৰিলে। ভয় কৰা হংসে এই নিৰ্জন বাতিপুৱাত তাই তাত অকলে বহি থাকিব নোৱাৰে আৰু নিজৰ ওপৰত এইখিনি বিশ্বাসো নাথাকিলহেতেন। এলেনকে বা তাই কেনেকৈ ইমান বিশ্বাস কৰিব পাৰিলেহেতেন?

সময় হলত তাই আকৌ বাজআলিয়েদি আগ বাঢ়িব ধৰিলে। অলপ দূৰ গৈয়েই ‘মাটচ্ অফিচ’ৰ বিবাট অট্টালিকাবোৰ তাইৰ চকুত পৰিল। যাই পদূলিমুখেৰে নিৰ্ভীকভাবে ভিতৰলৈ সোমাই জোচুৰে এলিভেটৰৰ সহায়ত ছমহলীয়া অট্টালিকাটোৰ ওপৰত থকা কববীৰ অফিচ ওলালগৈ। পশ্চিমীয়া সাজ-পাব পৰিহিত এজন জাপানী ডেকা ওলাই আহি ইংৰাজীতে সুধিলে. “কাক বিচাৰিছে আপুনি?”

তায়ো ইংৰাজীতে উত্তৰ দিলে, “অনুগ্ৰহ কৰি মিঃ কববী মাটচুক কওকগৈ যে মিচ্ চাকায়ে তেখেতক কেইমিনিট মানৰ বাবে লগ পাব খোজে।”

ক্ষন্তেক পিচতে কবৰী মাটচুৰে এযোৰ দামী পশ্চিমীয়া পোচাক পিন্ধি আগ বাঢ়ি আহিল আৰু আঁতৰৰ পৰাই ছুয়োছুয়োকে মূৰ দোঁৱাই সম্ভাষণ জনালে।

"ভিতৰলৈ ব'লা" কবৰীয়ে নিজৰ কোঠাটোলৈ আঙুলিয়াই দিলে।

"তুমি বৰ ব্যস্ত কিজানি" জোচুৰে জাপানীতে কলে।

"ওঁহো, মই কাহানিও বৰ ব্যস্ত নহওঁ" কবৰীয়ে মিচিকিয়াই হাঁহিলে। "মোৰ চেক্রেটৰীক মাতিম নেকি?"

সি সেইদৰে সোধাৰ কাৰণ হ'ল কিজানি জোচুৰে অকলে কবৰীৰ সৈতে কোঠাত সোমাবলৈ টান পাইছে।

"নেলাগে বাৰু" জোচুৰে মূৰ জোকাৰি উত্তৰ দিলে।

তাৰ পিচত দুয়ো ভিতৰ সোমাল আৰু দুৱাৰখন কবৰীয়ে ইচ্ছা কৰিয়ে অলপ মেলি ৰাখিলে।

কোঠাটো জাপানী আৰু পশ্চিমীয়া আচবাবেৰে পৰিপূৰ্ণ, ঠিক তেওঁলোকৰ থকা ঘৰটোৰ নিচিনাই। কবৰীৰ সম্মুখত বহি পোনতে জোচুৰে বৰ অস্বস্তি বোধ কৰিলে—এনেকুৱা এটি নিষ্ঠুৰ উদ্দেশ্যলৈ অহা বাবে। অথচ কবৰী ইমান দয়ালু, ইমান শান্ত। তাই বুজিছিল সেই সৰল মানুহজনৰ কিমান বিশ্বাস তাইৰ ওপৰত; তাই আৰু বুজি পাইছিল সিহঁতৰ হবখোজা সম্বন্ধটোত কবৰীৰ আনন্দ কিমান। নিজৰ ভবিষ্যতটোৰ ওপৰতো তাৰ অসীম আস্থা আছিল। হতাশ বা বিষাদৰ সোৱাদ সি কোনোদিনেই পোৱা নাই যেন লাগে। সিহঁতৰ এই প্ৰেম কিমান মধুৰ হ'লহেতেন যদি তাই এনেনেক লগ নেপালেহেতেন।

পিচত তাই নিজকে ধিক্কাৰ দিব ধৰিলে সেইটো কেনেকৈ মধুৰ হব পাৰে। ভালপোৱাই জীৱনৰ ধৰ্ম আৰু কবৰীক বিয়া কৰালে এই ভালপোৱাৰ সোৱাদ তাই কাহানিও নেপালেহেতেন।

আৰু পলম নকৰি তাই আগবাঢ়ি বহিল। দুয়োখন হাতেৰে চামবাৰ বেগটো ওলোমাই ললে আৰু ক'লে, "কবৰী আজি এটি অতি নিষ্ঠুৰ কথা পাতিবলৈ আহিছোঁ। সেয়ে বৰ টান পাইছোঁ—কেনেকৈ কওঁ তোমাক।"

কবৰী অচল হৈ বহি থাকিল আৰু ক'লে, "মোৰ বাবে কোনো ভয় নকৰিবা জোচু।"

তাই এইবাৰ আঘাতটো প্ৰযোগ কৰিলে, "মই তোমাক বিয়া কৰাব নোৱাৰোঁ, কবৰী।"

সি তাইৰ পিনে নিৰ্বিকাৰ ভাবেই চাই থাকিল, যেন আৰু কিবা অপেক্ষা কৰিছে। জোচুৱে ভাবিলে আঘাতটো কিজানি কবৰীৰ বাবে বৰ বেচি হ'ল আৰু সেইদেখি লৰালৰিকৈ পুনৰ আৰম্ভ কৰিলে, "দোষ মোৰ গাতেই। মই কথা দিব নেলাগিছিল। সেয়েই মোৰ ভুল হ'ল। অন্তৰত কি লুকাই ৰাখিছিলো মই জানিছিলো। কিন্তু মোৰ ভাব হৈছিল সেইটো মিছা। তুমি বিশ্বাস কৰা মই নিবিচৰা সত্বেও এতিয়া ইয়ে সত্য হৈ পৰিছে।"

কবৰীয়ে অতি সাবধানে সুধিলে, "তুমি পৰিক্ষাৰকৈ নোকোৱা কিয়, কি হৈছে?"

তাই হাতত থকা বেগটোৰ ওপৰত চকু ৰাখি কৈ গ'ল, "যোৱা বসন্ত কালত মই এজন মাৰ্কিন যুৱকৰ সৈতে পৰিচয় হলোঁ। পিচত আমি বুজি পালো যে দুয়ো দুয়োকে ভাল পাই পেলাইছো। কিন্তু সেই ভালপোৱাক অবজ্ঞা কৰি আমি অইন এটি সিদ্ধান্তত উপনীত হৈছিলো। কাৰণ তেওঁ গুচি গৈছিল কিছুদিন পিচতে আৰু ময়ো ভাবিছিলো সেই অভিজ্ঞতা পাহৰিব পাৰিম। কিন্তু যোৱাকালি তেওঁ উভটি আহিল। আহিবলৈ বাধ্য হ'ল। আমি তেতিয়া উপলব্ধি কৰিলো যে ইজনে আনজনক এৰি থকা সম্ভৱ নহব। এই সত্যটো তোমাৰ পৰা কেনেকৈ লুকাম?"

কবৰীয়ে শেতা ওঠযুৰি অলপ জীপাল কৰি লৈ ক'লে, "কথাটো কোৱা বাবে তোমাক ধন্যবাদ।"

সি আৰু কিবা কব বুলি তাই অপেক্ষা কৰিছিল—অবশ্যে তাৰ মুখলৈ তাই চাব পৰা নাছিল। শেষত সি কলে, "তোমাৰ মা আৰু দেউতাবাই বাৰু কি ভাবিছে?"

"তেওঁলোকে পচন্দ কৰা নাই "—তাই উত্তৰ দিলে। "মাৰ মত অৱশ্যে মোৰ সৈতে মিলে। দেউতা কিন্তু অচল। তেখেতে কোনো সুপৰামৰ্শ দিয়া নাই। তুমি জানাই আমেৰিকাৰ প্ৰতি থকা তেখেতৰ বিতৃষ্ণা। কাজেই মই আমেৰিকালৈ ঘূৰি যোৱাটো তেওঁ সমূলি পচন্দ কৰা নাই।"

"কিন্তু তুমি যে আমেৰিকা ভাল পোৱা"—কবৰীয়ে অন্যমনস্ক ভাবে যোগ দিলে। "মই অৱশ্যে আগৰ পৰাই সেইটো জানিছিলো। মই ভাবিছিলো তোমাক লৈ সিফালে ফুৰিবলৈ যাম। মাকিন কোম্পানীৰ সৈতে আমাৰ ব্যবসায়ো আছে। সময়ত কালিফ'ৰ্নিয়া আদি ঠাইত কেবামাহো কটাব পাৰিম বুলি মই মনতে ভাবি থৈছিলো"—কথাখিনি কৈয়েই সি দুহাতেৰে মুখখন ঢাকি ললে।

"মই সঁচাকৈ বৰ দুখ পাইছো, বৰ দুখ—" তাই সৰুকৈ কলে। "এৰা!" দুহাতেৰে মুখখন আঁৰ কৰি সি কৈ গ'ল, "এতিয়া আৰু আন উপায় নাই। তাকে তুমি নিজে আহি কোৱা বাবে বৰ ভাল হৈছে। অৱশ্যে মই অৰু কিছুদিন চিন্তা কৰিব লাগিব।"

"আশা কৰো তুমি অইন এজনী গাভৰু বিচাৰি লবা" কথাষাৰ কৈয়েই তাই লাজতে তলমূৰ কৰিলে।

"মই সেইদৰে ভাবিবই নোৱাৰো।" হাত দুখন মুখৰ পৰা আঁতৰাই সি কলে। জোচুৰ দেখি ভাল লাগিল যে কবৰীয়ে কন্দা নাই। কিন্তু তাৰ মুখত এক গভীৰ বিষাদৰ ছাঁ তাই দেখিবলৈ পালে।

"আমি পুনৰ লগ হোৱাৰ সম্ভাবনা আছে জানো, জোচু?"

কবৰীয়ে সুধিলে।

"সম্ভৱ তাৰ প্ৰয়োজন নহব" উত্তৰত তাই কলে। "আৰু এইদৰে লগপোৱাটো সহজ কাম নহব কিজানি।"

"তেনেহলে মোৰ কথাখিনি কৈ দিয়াই ভাল, কি কোৱা?

"নিশ্চয়। মই কেতিয়াও বাধা নিদিওঁ।"

কথাখিনি কোৱাৰ পিচত তাইৰ অন্তৰখন যে পাতল হৈছে তাই গম পালে। গতিকে তাই উঠিবলৈ ব্যগ্ৰ হৈ পৰিল। হলেও তাই কবৰীৰ কথা শুনিবলৈ বব।

কবৰীয়ে ভালকৈ তাইৰ পিনে এবাৰ চাই ললে, পিচত ক'লে, —"তেনেই সাধাৰণ কথা জোচু। কেতিয়াবা যদি কিবা দুৰ্বিপাকত পৰি মোৰ প্ৰয়োজন অনুভব কৰা তেতিয়া যেন মোক মাতিবলৈ কোনো অহঙ্কাৰ বা সঙ্কোচ নকৰা।"

"ওহ্ কবৰী!" তাই উচুপিব ধৰিলে। "বৰ ভাল কথা, আশা কৰো তাৰ আৰু দৰ্কাৰ নহব। কিন্তু তুমি ইমান মহান!" কবৰীযে হাঁহিব খুজিছিল, ক'লে, "ভবিষ্যতৰ বাটটো একেবাৰে বন্ধ কৰি নেপেলাবা। ইযাত বাহিৰে মোৰ কৰলগীয়া একো নাই।" তাই তেতিয়া উঠিবলৈ সাজু হৈছে; আৰু অলপ সময়ো যেন তাৰ সম্মুখত বব নোৱাৰি।

"কবৰী, তাৰ বাবে মই তোমাক কথা দিলো"—কোৱাৰ লগে লগে জোচুৱে বুজিলে কি অমঙ্গলীয়া কথাষাৰ তাই কৈ পেলালে। কথা দিলে? তাই জানো আগেয়ে কৰা প্ৰতিজ্ঞা ৰাখিব পাৰিলে? হঠাৎ তাই থিয় হ'ল। দুয়ো দুয়োৰে হাত দুখন আগবঢ়াই কৰমৰ্দন কৰিলে। পিচত তাই লৰালৰিকৈ ওলাই গ'ল।

কবৰীয়ে কিছুপৰ অকলে বহি থাকিল। বিপদৰ ঢৌবোৰ মূৰৰ ওপৰেদি পাৰ হৈ যাবলৈ দি যেন সি চকু মুদিছে। সাগৰত কেনেকৈ সাতুৰিব লাগে সকতে দেউতাকে শিকাইছিল। সাগৰৰ উপকূলত

তেতিয়া সিহঁতৰ এটি ঘৰ আছিল, জহকালিৰ সময়খিনি সি প্ৰায় তাতে কটাইছিল। ভাগৰ নধৰাকৈ কেনেকৈ সাতুৰিব লাগে দেউতাকে উপদেশ দিছিল—"সমুদ্ৰ তুমি সাতুৰি পাৰ হব নোৱাৰা—ইয়াৰ পাৰাপাৰ নাই। সীমাহীন। মানুহৰ ভাগ্যৰ দৰে ইয়াৰো পৰিবৰ্তন নাই। সাগৰৰ তুলনাত মানুহ এটি সৰু মাছতকৈও হীন। গতিকে তাৰ সৈতে যুজ নকৰিবা, ঢৌবোৰৰ বিৰুদ্ধে থিয় নিদিবা। ঢৌৰ কোবাল সোঁতত নিজকে সমৰ্পন কৰিবা, দেখিবা সেই ঢৌৱে তোমাক নি বালিত তুলি থবগৈ। সমুদ্ৰই নিজে তোমাক উদ্ধাৰ কৰিব।"

কথাবোৰ অতি স্পষ্টকৈ এতিয়া তাৰ মানস-পটত ভাহি উঠিছে। জোচুক সি ভাল পাইছিল, অকল সেয়ে নহয় তাইক বিয়া কৰাব বুলিও সকলো বন্দোবস্ত পকা হৈ উঠিছিল। অইন কোনো তিৰোতাৰ প্ৰতি তাৰ আকৰ্ষণ নাছিল। এতিয়া সকলো শেষ। জোচু জুনাই তাৰ সহধৰ্মিনী হব নোৱাৰে। কথাটো ভাবিবলৈকে যেন তাৰ শক্তিৰ অভাৱ। ওচৰতে থকা 'টিপট'টোৰ পৰা এপিয়লা চাহ বাকি ললে। বৰ ভাগৰুৱা মানুহৰ দৰে চাহখিনি খাই পেলালে। সি ঠিক কৰিলে সিদিনা নিশা ঘৰ পায়েই দেউতাকক কথাটো জনাব। বিয়াৰ বন্দোবস্তবোৰৰ আৰু দৰ্কাৰ নাই। নিমন্ত্ৰণবোৰ ফিৰাই লব লাগিব। জোচুক দিবলৈ গঢ়োৱা মুক্তাৰ মালাধাৰি জানো ফিৰাই দিব পৰা হব? প্ৰায় আধাঘণ্টামান পিচত সি সাৰ পোৱাদি পালে। টেবুলত থকা বেলটো বজাই দিলে। ততালিকে তাৰ চেক্ৰেটৰীজন সোমাই আহিল। সি ব্যবসায় সংক্ৰান্ত কিছুমান চিঠিৰ নিৰ্দেশ দিবলৈ ধৰিলে।

* * *

—"মই কৰবীক কথাটো কৈ আহিলো"—জোচুৱে মাকক জনালে। দেউতাক প্ৰায় মাজনিশালৈকে উভটি অহা নাছিল।

তাই তথাপি অপেক্ষা কৰিলে। ঘটনাৰ সোঁত মাকে আগেয়ে গম পাইছিল। সেইদেখি বিয়াৰ বাবে প্ৰস্তুত কৰা দামী পোছাকবোৰৰ আৰু দৰ্কাৰ নহব বুলি বাকচত সুমুৱাই থৈছিল। জোচুক হলে তেওঁ একো নুসুধিলে। কেনেকৈ কৰবীক লগ ধৰিলেগৈ বা সি কি ক'লে একোকে তেওঁ জানিবলৈ নিবিচাৰিলে।

"এতিয়া বহুত পলম হৈছে"—জোচুৱে কিবা কবলৈ খোজাত দেউতাকে বাতি উত্তৰ দিছিল।

"আপোনাক নোকোৱাকৈ মই শুবলৈ নেযাওঁ"—জোচুৱে পুনৰ কলে। গতিকে ভাগৰ আৰু হতাশৰ ভাব লুকুৱাই ডাক্তৰ বহিল। জোচুৱে তপৰাই কৈ দিলে যে মাৰ্কিন ডেকাজনক বিয়া কৰোৱাটোকে তাই স্থিৰ কৰিছে।

"মোৰ বন্ধু টাকাচি মাটচুক কেনেকৈ কম আৰু তেওঁৰ বা কৰবীক কেনেকৈ কব কথাটো?"—তেওঁ সুধিলে। উত্তৰত জোচুৱে বাতিপুৱা কৰবীক লগ ধৰি অহা বাতৰিটো জনালে।

"তুমি কেনেকৈ কলা তাক?"—দেউতাকে অবিশ্বাসৰ সুৰত ক'লে। তোমাৰ ইমান সাহ কেতিয়াৰ পৰা হ'ল? চোৱাচোন এই দুদিনতে তুমি কিমান পৰিবৰ্তন হৈ গৈছা?"

"কৰবী ইমান ভাল বাবেই কব পাৰিলো"—তাই মূৰ দুপিয়াই উত্তৰ দিলে।

"সি ইমান ভাল। কিন্তু বিয়া কৰাবৰ বেলিকা হলে সি তোমাৰ বাবে ভাল নহ'ল?"

"তেওঁক সঁচাকৈয়ে ভাল বুলিছো"—জোচুৱে অলপ সাহ গোটাই ক'লে। "মাথোন কথা হ'ল ইয়াৰ ভিতৰতে মই অইন এজনক ভাল পাই পেলালো আৰু কৰবীয়ে সেইটো বুজিলে।"

"কিন্তু তাৰ দ্বাৰা আমাৰ অপমানৰ বোজা পাতল নহব—" দেউতাকে জোৰকৈ ক'লে। তেওঁৰ ধুনীয়া মুখখন শেতা পৰিল আৰু

ডাঙৰ চকুযুৰি যেন সৰু হৈ গ'ল। তলমুৰকৈয়ে আকৌ ক'লে, "এই আমেৰিকান ডেকাটোৱে তোমাক কেতিয়াও বিয়া নকৰায়।"

"তেওঁ নিশ্চয় কৰাব"—জোচুৰ চকু চলচলীয়া পৰিল।

"সি কেনেকৈ তোমাক বিয়া কৰাব"—দেউতাকে ন-দি কলে—"আমেৰিকাত বিয়া ৰেজিষ্টাৰ কৰিলেই যথেষ্ট নহয়, গীৰ্জালৈ যাবই লাগিব। মিতিৰ কুটুমক মাতি ভোজ ভাত দিব লাগিব। সেই উপলক্ষে তাত মাৰ্কিন দস্তুৰমতে সাক্ষী আৰু দৰ্শকো লাগিব।"

"আমাৰ কোনো ভোজ ভাতৰ দৰ্কাৰ নাই দেউতা"—জোচুৱে কলে, "আৰু আমাৰ ধৰ্মই বা কি? আমাৰতো গীৰ্জা নাই?"

"আমি বৌদ্ধ ধৰ্মী"—দেউতাকে যোগ দিলে। "আমেৰিকান বিলাকৰ দেৱতা আৰু পুৰোহিত বেলেগ। উৎসৱটো বৌদ্ধ মন্দিৰত সমাপন হব লাগিব দেৱতা আৰু পুৰোহিত সকলৰ উপস্থিতিত।"

"মোৰ বিশ্বাস তেওঁ ইযাৰ বাবে প্ৰস্তুত। আপোনাৰ পচন্দমতে কাম কৰিবলৈ তেওঁ আগ্ৰহ প্ৰকাশ কৰিছে।" জোচুৱে যেন অলপ উৎসাহ পালে।

"সি মোৰ পচন্দ মতে কাম কৰাহলেতো তোমাক মোৰ ঘৰতে এৰি যাব লাগিছিল। কিন্তু সি মোৰ ঘৰত চুৰি কৰিলে আৰু অতি মূল্যবান সম্পত্তিটো লৈ গ'ল। সি তাক ঘূৰাই নিদিয়ে। মোক আকৌ কি লাগিছে?"

কথাৰ শেষত দেউতাকে লক্ষ্য কৰিলে জোচুৰ মুখত পৰাজয়ৰ কোনো চিনেই নাই। কাজেই তেওঁ নিজেই সেও মানিলে আৰু হঠাতে উঠি পেলাই জোচুক এহাতেৰে জোৰকৈ ঠেলি দি খঙতে কলে—"তোমাৰ বাটেই লোৱা। যোৱা আমেৰিকালৈ। কিন্তু সিহঁতে মোক খেদি দিয়াৰ দৰে যেতিয়া তোমাকো খেদি পঠিয়াব, তেতিয়া মোৰ ওচৰলৈ উভটি নাহিবা।"

তাই মূৰ তুলিলে; খং আৰু অভিমানত আয়ো ক'লে, "মই

আপোনাৰ ওচৰলৈ কেতিয়াও উভটি নাহোঁ। মই শপত খাই কৈছোঁ দেউতা !"

* * *

টকিঅ'ত এলে'নে একে সময়তে তাৰ কৰ্ণেলৰ সৈতে কথা পাতিছিল। "এইটো তোমাৰ ব্যক্তিগত কথা অৱশ্যে"—কৰ্ণেলে অনিচ্ছাসত্ত্বেও ক'লে। "তথাপি তোমাৰ ওপৰত মোৰ এটি আস্থা আছিল। সাধাৰণ মিলিটেৰীতকৈ তোমাৰ মগজুত কিছুমান গুণ সৰহকৈ আছিল। গতিকে তুমি ইচ্ছা কৰিলে বহুত উন্নতি কৰিব পাৰিলাহেঁতেন। মোৰ মতটোহে কৈছোদেই। কিন্তু জাপানী পৰিবাৰ লৈ সিমান পদোন্নতি তুমি আশা কৰিব নোৱাৰা। কৰ্মচাৰী-জনৰ ঘৈণীযেক জনী এই বিষয়ত ডাঙৰ কথা।"

"জানো, আপুনি ঠিকেই কৈছে"—এলেনে কলে। তাৰ মনত খেলালে চিনথিযাক বিয়া কৰালে তাৰ কোনো ফালে আহুকাল নহলহেঁতেন। কিন্তু সি যে চিনথিযাৰ প্ৰেমত পৰা নাই।

কৰ্ণেলে আকৌ বুজালে, "বাৰু তুমি আন বন্দোবস্ত কৰিব নোৱাৰানে ? এই বিষয়ত জাপানীবিলাকে আমাৰ দৰে নেভাবে। ইয়াৰ ছোৱালীবিলাকে বিয়া কৰাবলৈ বৰ জোৰ নকৰে। মতাবিলাকেও ভাল পোৱা নোপোৱাৰ বৰ সম্বন্ধ নেজানে আৰু কেবাবাৰলৈকে বিয়া কৰায়। কিন্তু ভালপোৱা এটি সম্পূৰ্ণ বেলেগ কথা।"

এলেনে কথাষাৰৰ তাৎপৰ্য্য বুজি পালে। "অইন ব্যৱস্থা কৰিব পৰাহলে ভাল হলহেতেন ; কিন্তু মোৰ দুৰ্ভাগ্য যে মই সেই শ্ৰেণীৰ ভিতৰত নহয়, হবও নোৱাৰো"—এলেনে উত্তৰ দিলে।

কৰ্ণেলে সমৰ্থনৰ ইঙ্গিত দি কলে, "অৱশ্যে, সকলো মানুহ একে শ্ৰেণীৰ হব নোৱাৰে। বাৰু কথাটো চিন্তা কৰিবলৈ মোক কিছুদিন সময় দিয়া।"

এলেনে হঠাতে থিয় হ'ল, কলে, "মইতেন্তে……।"

কৰ্ণেলে বাধা দি ক'লে, "মই এটা সিদ্ধান্তত উপনীত হলে তোমাক মাতি পঠাম" আৰু টেবুলত থকা কাকতবোৰলৈ মনোযোগ দিব ধৰিলে।

"এটা কথা মাথোন বাকী আছে, চাৰ,"—এলেনে তাৰ শেষ কথাখিনি কবলৈ ব্যাকুল। "আমি সিদ্ধান্ত কৰি পেলাইছো। মই কৰিম নে নকৰিম সেই প্ৰশ্ন এতিয়া নাই। এতিয়া প্ৰশ্ন হৈছে কি কৰা হব আৰু কেনেকৈ কৰা হব। মুঠতে কথা হৈছে এটা ভদ্ৰ জাপানী পৰিয়ালত আমেৰিকান এজনে যেতিয়া বিয়া কৰায় তেতিয়া কেনেকৈ কৰিব লাগে। মই মাত্ৰ তাকেই সুধিছো চাৰ।"

কৰ্ণেলে তাৰ পিনে চাই পঠিয়ালে—"কৈছো নহয়; সেইটো ভাৰ মোক দিয়া কেনেডী? ভালকৈ বিবেচনা নকৰাকৈ এনে এটা কাম কৰিবলৈ, বিশেষকৈ মোৰ সুদক্ষ কৰ্মচাৰীজনক, কেনেকৈ কওঁ। আৰু তাৰ বাবে এতিয়া মোৰ সময় কম; চোৰাচোন টেবুলত কাকতৰ দ'ম?

"ভাল চাৰ" এলেনে কৈ ওলাই গ'ল।

দৰাচলতে কৰ্ণেলে ঘৰলৈ গৈ স্ত্ৰীৰ সৈতে কথাটো আলোচনা কৰিব বিচাৰিছিল। কিন্তু অবিবাহিত মানুহে সেইটো কিদৰে বুজিব? এলেন ওলাই যোৱাৰ পিচত কৰ্ণেলে কামকৰাৰ ভাও আৰু লুজুৰিলে। কেবাটিও চিগাৰেট শেষ কৰি এলেনৰ কথাকে ভাবিছিল। হঠাতে টেলিফোনটো হাতত লৈ স্ত্ৰীক মাতিলে। উত্তৰ আহিল যে তেওঁ একো কৰা নাই, এনেযে আছে।

"কিয় তুমি আজি তাচ খেলিবলৈ যোৱাৰ কথা আছিল নহয়?" কৰ্ণেলে সুধিলে।

"আজি নহয়, কাইলৈ।"

"অ' ভাল বাৰু। মই আজি সোনকালে খাবলৈ যাম দেই। এটা অদ্ভুত খবৰ আছে।"

ঘৰ আহি পাই কৰ্ণেলে পৰিবাৰক বেচ পৰিপাটী সাজ পাৰত দেখি হাঁহিলে! খোৱা টেবুলত বহিয়ে কৰ্ণেলে আৰম্ভ কৰিলেঃ "কেনেডীয়ে সম্ভ্রান্ত পৰিয়ালৰ জাপানী ছোৱালী এজনীৰ লগ লৈছে। "ছোৱালীজনীক সি বিয়া কৰাব খোজে।"

"উঃ ভগবান!" ঘৈণীয়েকে একপ্রকাৰ চিঞৰিয়ে উঠিল।

"মই জানো। কিন্তু আমি কি কৰিব পাৰোঁ? আমাৰ ভাব অৱশ্যে প্রকাৰন্তৰে ব্যক্ত কৰিছো।"

"সি বাৰু এটা 'অস্থায়ী' ব্যৱস্থা কৰিব নোৱাৰেনে?'

"ময়ো তাকেই কৈছিলো"

"পিচে?"

কৰ্ণেলে গোফৰ আগখিনি ৰুমালেৰে মচি লৈ ক'লে,—"কেনেডীয়ে নিজৰ চৰিত্রৰ প্রতি উচ্চ ভাব পোষণ কৰা বুলি মই নিভাবো। বা তাত কিবা নীতি দুর্নীতিৰ সম্বন্ধ আছে বুলিও বিশ্বাস নহয়।"

"কি তেনেহলে?" তেওঁৰ স্ত্রীয়ে দাবী কৰিলে।

"তিৰোতাৰ সঙ্গ পালে এৰি দিবলৈ সি টান পায়। আনৰ ৰুচিৰে সৈতে তাৰ নিমিলে, সেয়ে অইনৰ আকর্ষণীয় বস্তুত সি আকৃষ্টও নহয়। কাজেই তাক ভাবপ্রবণ বা কল্পনাবিলাসী বুলিও কব পাৰা। যিয়েই হওক মোৰ মতে ই তেনেই অবান্তৰ।"

ঘৈণীয়েকে আলোচনাৰ গতি অইন পিনে নিবলৈ চেষ্টা কৰিলে। গিৰীয়েকক দুগিলাচ "ড্রিঙ্ক" খাবলৈ বাধা দি তেওঁ ক'লে, "চোৱাচোন, এই দুপৰীয়াখন তুমি দুগিলাচ নলবা, অনিষ্ট কৰিব।" পিচত তেওঁ এগিলাচ ধুনীয়াকৈ তৈয়াৰ কৰি গিৰীয়েকক দিলে আৰু পিচত ক'লে, "মই কব খুজিছিলো ছুটীৰ ব্যৱস্থা কৰি কেনেডীক ঘৰলৈ নপঠোৱা কিয়?"

"এতিয়াই!" কৰ্ণেলে আচৰিত হৈ সুধিলে। "ইফালে কোৰিয়াত জুই লাগো লাগো হৈ আছে!"

"তাক ঘৰলৈ পঠাই ঘৰৰ পাৰিপাৰ্শ্বিকতাৰ সৈতে মিলিবলৈ সুযোগ দিয়া। ভাৰ্জিনিযাত তাৰ মনোমত ছোৱালীৰ অভাৱ নহব আৰু তেতিয়া সি জাপানী ছোৱালীৰ কথা পাহৰি যাব। মোৰ বোধেৰে ই আত্মসংযমৰ কথাহে, বিবেকৰ নহয়।"

কৰ্ণেল পত্নীয়ে কথা শেষ কৰি মিচিকিয়াই হাঁহিলে। কৰ্ণেলৰ সুৰাত মত্তলীয়া হৈ উঠা মনটোৱে থিৰেৰে ৰব নোৱাৰি ওচৰ চাপি আহি প্ৰিয়তমাৰ ওঠত ওঠ মিলাই দিলে আৰু অফুট স্বৰেৰে কলে "কিমান ভাল মোৰ সোনজনী!"

* * * *

কৱৰীৰ ঘৰলৈ যাওঁতে পলম হ'ল। তাৰ ভাগৰ লাগিছিল; সেই ভাগৰ অৱশ্যে শাৰীৰিক নহয়, মানসিক। তাৰ ধৰ্ম হৈছে কিদৰে জীৱনটো সুখত ৰাখিব পাৰি। দেউতাকক সি আটাইতকৈ শ্ৰদ্ধা কৰিছিল, নীতি আৰু আদৰ্শৰ হকে তেওঁ অনেক জীয়াতু ভুগিছিল। সেয়ে জাপানৰ মুষ্টিমেয় ধনী কেইজনমানৰ ভিতৰৰ এজন হৈও মিলিটেৰী চৰকাৰৰ নীতিবোৰ বেয়া বুলি তেওঁ মত পোষণ কৰিছিল। জাতীয় পৰিষদৰ এখন কমিটিৰ আগত সাক্ষ্য দিওঁতে টাকাছি মাটচুৱে এবাৰ কৈছিল, "অকল শক্তিৰ দ্বাৰাই আমি সাম্ৰাজ্য এখন দখল কৰি ৰাখিব পাৰিম জানো?"

"ইংৰাজে দেখোন তাকেই কৰিছে"—এজন মিলিটেৰী বিষয়াই প্ৰতিবাদৰ সুৰত কৈছিল।

"কিন্তু সেইদিন পৰিবৰ্ত্তন হৈছে"—মাটচুৱে তেওঁক সোঁৱৰাই দি কৈছিল। "তিনি শ বছৰ অতীতৰ ভাৰতবৰ্ষৰ সৈতে আজিৰ চীনক তুলনা কৰা উচিত নহব। জাপানৰ আধিপত্য চীনে সহ্য কৰি নেথাকিব। সিহঁত কাহানিও পৰাধীন জাতি নাছিল।"

৮

"সাম্ৰাজ্য গঢ়াৰ নীতি বাদ দিলে এদিন আমিয়ে অইনৰ উপনিবেশত সোমাব লাগিব। আপুনি নেভাবিব যে পশ্চিমীয়া শক্তিয়ে সাম্ৰাজ্য বঢ়োৱা হেপাহ পৰিত্যাগ কৰিছে। আমেৰিকাৰ তেনে সপোন আছে বুলি গম পাইছো।"

"সিহঁতে বাণিজ্যৰ সপোন দেখে"—মাটচুৱে আপোন মত ব্যক্ত কৰি কলে।

"বাণিজ্য! বেপাৰ!! সকলো সাম্ৰাজ্যৰ স্থাপনৰ গুৰিতে এই বেপাৰ! ইংৰাজে ভাৰতলৈ বাণিজ্য কৰিবলৈ আহিছিল আৰু তাৰ ফল স্বৰূপে তিনিশ বছৰ জুৰি সাম্ৰাজ্য ভোগ কৰিলে। আমি যদি এতিয়া এচিয়াখনলৈ মন নিদিওঁ—আমেৰিকা কিন্তু বহি নেথাকিব।"

"আমি আজি ৰাচিয়াৰ শক্তি সম্বন্ধেও সচেতন হব লাগিব"—মাটচুৱে গহীন হৈ ক'লে। "আমেৰিকাতকৈ ৰাচিয়াৰ পৰাহে ভয় বেচি যেন লাগে।" "আপোনালোকৰ সহযোগত আমি সিহঁতক এটা এটাকৈ বলে পাৰিম"—বিষয়াজনে কোঠাটো ৰজনজনাই যোৱাকৈ কৈছিল। সিদিনাৰ আলোচনাৰ সেইদৰেই সামৰণি পৰিছিল।

যুদ্ধত এটি এটিকৈ আটাই কেইটি ল'ৰা হেৰুৱাই শোকাকুল হোৱা পিতৃৰ বেদনা কৰবীয়ে ভালদৰে উপলব্ধি কৰিছিল আৰু সেয়ে সততে দেউতাকক সন্তুষ্ট ৰাখিবলৈ চেষ্টা কৰিছিল। ইয়ে তাক যথেষ্ট সংযমী আৰু নিয়মানুবৰ্ত্তী হবলৈ প্ৰেৰণা যোগাইছিল। দেউতাকৰ ফুলৰ প্ৰতি আকৰ্ষণ বৰ বেচি, সেয়ে কৰবীয়ে আজি আহোঁতে বৰ ধুনীয়া ফুলৰ পুলি এটি কিনি আনিলে। বেয়া বাতৰিটো দিয়াৰ পূৰ্বে এটি ভাল পৰিবেশৰ সৃষ্টি কৰিবলৈ এই ধুনীয়া ফুল পুলিটোৱে নিশ্চয় সহায় কৰিব। পিচত তেনেই সহজভাৱে সি কথাটো কৈ পেলাব যেন তাৰ অন্তৰত সেইবাবে কোনো দুখেই নাই। আনকি তেনেকুৱা অনিচ্ছুক তিৰোতা এজনীক বিয়া কৰাই সি অসুখীহে হ'লহেতেন বুলি দেউতাকক সান্ত্বনা দিব।

সি ভাবি অহাৰ দৰেই দেউতাকক ফুলনিতে লগ পালে। ফুলনিখনৰ সৌন্দর্য্য বৃদ্ধিৰ বাবে তেওঁৰ ইমান নজৰ যে সাধাৰণ খুত দেখিলেও তেওঁ সহ্য কৰিব নোৱাৰে। তাৰ হাতত নতুন ফুল দেখি দেউতাকে উত্তেজিত হৈ কলে, "কবৰী—সেইবোৰ যোৱা বেলিৰ নিচিনা ধুনীয়া হব জানো ?"

"আমাৰ বাগিছাত এই ফুল নাই দেউতা। সেইবাবেই আজি এইটো কিনি আনিলো"—কবৰীয়ে বিনয়েৰে কলে।

"তেনেহলে কোনখিনিত পুতিলে ভাল হব বাৰু ? তোমাৰ মাৰাই এইটো খুব ভাল পাব। এইখিনিত ৰুলে খিড়িকি মেলিয়েই মাৰাই দেখিব"—সেইমতে ৰুবলৈ দেউতাক ব্যগ্র হৈ পৰিল। "দেউতা, এই ফুলটো পাই মই নথৈ আনন্দ পাইছো আৰু এতিয়া এটা বেয়া খবৰ মই দিব পৰা হৈছোঁ। মোৰ বিয়াখন নহব !"

টাকাচি মাট্‌চু অবাক হ'ল—"ই কেনেকুৱা কথা ?"

"মিচ্ চাকায়ে বিয়াখন নপতাকে ঠিক কৰিছে"—কবৰীয়ে শান্তভাৱে কলে।

মিঃ মাট্‌চু অলপ পৰ নীৰব হৈ পৰিল। ছেগ বুজি ল'ৰাই পুনৰ আৰম্ভ কৰিলে, "আপুনি তাৰ বাবে একো দুখ নকৰিব দেউতা। বিয়াখন নহব বুলি মোৰ হলে আগৰ পৰাই এটা সন্দেহ আছিল। মোৰ ধাৰণা ডাঃ চাকায়ে আপোনাৰ প্রতি আকৃষ্ট হৈ জীয়েকৰ মতৰ বিৰুদ্ধে বিয়াখন পাতিব খুজিছিল। আপোনাৰ প্রতি তেখেতৰ অসীম শ্রদ্ধা। তেখেতে বৰ কষ্ট পাব এতিয়া। আমি তেখেতক সান্ত্বনা দিবহে লাগিব যেন পাইছো। যিয়েই হওক, মিচ্ চাকায়ে সময়মতে কথাটো কৈ বৰ ভাল কৰিলে।"

"তাই তেনেহলে নিজেই—" দেউতাক অধৈর্য্য হৈ পৰিল।

"হয়, তাই নিজেই আহিছিল কবলৈ"—কবৰীয়ে অকনো ধৈর্য্য নেহেৰুৱাকৈ কৈ গ'ল। "আপুনিও বোধকৰো জানেই ছোৱালীজনী

আচাৰ-ব্যৱহাৰত তেনেই আমেৰিকান। তাই মোৰ অফিচলৈ আহি অতি সহজভাবেই তাইৰ মন প্ৰকাশ কৰি গৈছে। তাই এজন মাৰ্কিন ডেকাক বিয়া কৰাব খোজে।"

"কোন বাৰু সেইজন ?" দেউতাকৰ প্ৰশ্নত আন্তৰিক খং প্ৰকাশ হৈছিল।

"কোনোবা এজন আছে যেন লাগে"—কবৰীয়ে উত্তৰত ক'লে। "গতিকে বৰ্তমান পৰিস্থিতিত যি কৰা হৈছে সেয়ে উত্তম ব্যৱস্থা।"

"নিশ্চয় ! নিশ্চয় !! এনেকুৱা প্ৰকৃতিৰ গাভৰু এজনী আমাৰ দৰে প্ৰাচীন পৰিয়ালত খাপ নেখালেহেতেন।" দেউতাকে ক'লে। "কিন্তু তুমি কি কৰিবা এতিয়া ?"

কবৰীয়ে মিচিকিয়াই হাঁহিলেঃ "মোলৈ চাওক বাৰু। মই দেখোন এনেয়ে সুখত আছোঁ।"

দেউতাকে দুহাত মেলি ক'বৰীৰ হাত এখনত ধৰিলে। দেউতাকৰ অন্তৰৰ দুখ গুচাবলৈ সি পুনৰ কলে যে বিয়াখন ভাগি উপকাৰহে হ'ল; আৰু পিচত দুয়োজনে লাহে লাহে ঘৰলৈ খোজ ললে। এতিয়া বাকী থাকিল খবৰটো মাকক দিবলৈ। দুয়োজনে আলোচনা কৰি ঠিক কৰিলে দেউতাকে শুবলৈ যাওঁতে অকলে কব কথাটো। কবৰীৰ যুক্তিপূৰ্ণ কথাবোৰ শুনি দুখৰ মাজতো দেউতাকৰ মনলৈ শান্তি আহিল আৰু একমাত্ৰ ল'ৰাৰ ওপৰত থকা বিশ্বাসটো গাঢ় হৈ আহিল।

* * * *

—"সেই কাৰণেই মই কওঁ"—কৰ্ণেলে এলেনক বুজালে; "তুমি ঘৰলৈ যোৱা। অহা বৃহস্পতিবাৰেই। জৰুৰী অৱস্থা সাপেক্ষে তুমি যিমান দিনলৈ ইচ্ছা ছুটী লোৱা।"

এলেনে খঙত দাঁত কামুৰিলে, "চাৰ, মোক ফাকি দিয়া তেনেই সহজ বুলি নেভাবিব।"

কৰ্ণেলে তলমূৰকৈ চহী কৰি থকা অৱস্থাতেই মাত দিলে —"কোনে কাক ফাকি দিব পাৰে ? তুমি ঠগ খোৱা নোখোৱালৈ মোৰ লাভ-লোকচান একো নাই। মই বিচাৰো তুমি ঘৰলৈ গৈ তাৰ পৰিস্থিতিৰ সৈতে অলপ মিলি আহাগৈ। তোমাৰ পৰিয়াল-বৰ্গক দেখা কৰাগৈ আৰু বন্ধু-বান্ধৱৰ সৈতে মনৰ ভাব আদানপ্ৰদান কৰি আহাগৈ।"

"কিন্তু তাৰপৰা একো ফল নহব, চাৰ।"

"ফল হব পাৰে। যদি নহয়, ইয়ালৈ উভটি নাহিবা—"

কৰ্ণেলে খণ্ড কৰে। কেনেডীৰ নিচিনা ডেকা অফিচাৰক তেওঁ যথেষ্ট মৰম আৰু বিশ্বাস কৰিছিল। সেই সকলো কল্পনা জাপানী ছোৱালী এজনীৰ বাবে নষ্ট হব বুলি ভাবি তেওঁৰ খঙ উঠিছিল। 'আমেৰিকাত জানো ভাল ছোৱালী নাইকিয়া হ'ল ?' তেওঁ ভাবিছিল। বিভিন্ন জাতিৰ তেজৰ সংমিশ্ৰণটো তেওঁ সমূলি পচন্দ নকৰিছিল। ইতিমধ্যে মাৰ্কিন-জাপান আৰু মাৰ্কিন-চীনৰ তেজৰ সংমিশ্ৰণত হেজাৰ-বিজাৰ কেচুৱাৰ জন্ম হৈছে। ঠিক সেইদৰে এংলো ইণ্ডিয়ানৰ সংখ্যাও ভাৰতত বাঢ়িবই লাগিছে। ইয়াক এটি যুদ্ধৰ বিভীষিকা বুলিবও পাৰি। তেওঁলোকৰ চিন্তা কেনেকৈ আমেৰিকাখন মাৰ্কিন সকলৰ বাবে নিৰাপদ কৰি ৰাখিব পাৰি। অথচ বহুতে ইয়াৰ মুল উদ্দেশ্য বুজি নেপায়। আন কি কেনেডীৰ নিচিনা উঠি অহা শিক্ষিত ডেকা সকলেও ! যৌন আবেদনৰ কথা তেওঁ বুজে, বিশেষকৈ ডেকা মানুহবোৰ যেতিয়া বহুদিনলৈ বিদেশত থাকিব লগীয়া হয়। কিন্তু বিয়া !

"বহুত ধন্যবাদ, চাৰ"—এলেনে শেষত সসম্ভ্ৰমে ক'লে। "তুমি উভটি আহিবা"—কৰ্ণেলে খঙৰ সুৰতে যোগ দিলে।

এলেন গুচি গ'ল। তিনিটা দিন ! তিনি দিনত সি কি কৰিব ? কৰ্ণেলৰ ছলনাত পৰি তাৰ বৰ খঙ উঠিছিল। অইন উপায়ো নাই

ইয়াৰ ভিতৰতে প্ৰশান্ত মহাসাগৰ পাৰ হৈ টেলিফোনেৰে বাৰ্ত্তা চলিছিল। কিন্তু বুদ্ধিটো কাৰ? নিশ্চয় কৰ্ণেলৰ পৰিবাৰৰ। তিৰোতাৰ বাহিৰে ইমান বেয়া কথা কোনে ভাবিব পাৰে? যোৱা বেলি এনে সময়ত ঘৰলৈ যাবলৈ পালে সি জপিয়াই উঠিলহেতেন। কিন্তু এতিয়া তাৰ একমাত্ৰ কামনা কেনেকৈ জাপানত থাকিব পাৰি, ব-হু-ত দিনলৈ···, আৰু জোচুৰ সৈতে। জোচুৰ সৈতে জীৱনটো কটাই দিবলৈ পালে তাক আৰু একো নেলাগে। সি ঘৰ-দুৱাৰ, পিতৃ-মাতৃ সকলো এৰিবলৈ প্ৰস্তুত—যদি এইবোৰে সিহঁতৰ বহু আকাঙ্ক্ষিত মিলনত বাধা দিয়ে। সৰুৰে পৰা সি কোনো দিন কোনো বিষয়তে প্ৰবঞ্চিত হোৱা নাই। একমাত্ৰ ল'ৰা বুলি আটাইৰে আদৰৰ ধন। গতিকে কৰ্ণেলৰ ষড়যন্ত্ৰতো সি হাৰ নেমানিব।

তিনিটা দিন!

"তুমি সাজু হৈ লোৱা"—কৰ্ণেলে তাক কৈছিল। "তোমাক আৰু কোনো কথা সুসুধিম। মোৰ উপদেশ সেই ছোৱালীজনীক পুনৰ দেখা নকৰাকৈ তুমি আমেৰিকালৈ যাত্ৰা কৰা।"

সেইটো হব নোৱাৰে। প্ৰথম যিখন ৰেল পায় তাতেই সি কিওটোলৈ ৰাওনা হব। অৱশ্যে ঘৰলৈও সি যাব লাগিব—নহলে ওপৰৱালাক অমান্য কৰা হব। যি কোনো প্ৰকাৰেই হওক জোচুক বুজাব লাগিব যে সি উভটি আহিব। কিন্তু ঘৰলৈ গৈ সি অকনো শান্তি নেপায়, জোচুৰ সৈতে বন্দোবস্ত পকা নোহোৱালৈকে। লগতে সি ইয়াকো জানিছিল যে বিয়া নোহোৱালৈকে কোনো বন্দোবস্তই পকা হব নোৱাৰে। গতিকে যিমান সোনকালে সম্ভৱ হয় বিয়াখন পাতিব লাগে। কিন্তু কেনেকৈ? জাপানী সকলে কেনেকৈ বিয়া পাতে বাৰু? নহলে তাইক বুজাব পৰাহেতেন—।

সি জোচুলৈ তাঁৰ কৰিলে যে পিচদিনাখন আবেলিয়েই সি তাইক লগ পাবহি। ৰাতিপুৱাৰ ৰেলখন ধৰিবলৈ তাৰ পলমেই হ'ল।

ইতিমধ্যে মাল-বস্তুখিনি সি ঠিক কৰি লব। সি ভাবিলে জোচুৰ ঘৰ পোৱাৰ পিচত প্ৰতিটো মুহূৰ্ত্ত সি তাইৰ ওচৰতে কটাই দিব। তাৰ একমাত্ৰ মৰম আৰু হেপাহৰ থলী। খু-উ-ব মৰম কৰিব সি। হিয়া উদঙাই তাৰ আন্তৰিক ভাল পোৱা যাচি তাইৰ অন্তৰ জয় কৰিব। তেতিয়া তাই তাক প্ৰত্যাখ্যান কৰিবলৈ টান পাব। বিয়াৰ আগেয়ে সেইদৰে সি তাৰ দৈহিক মিলনৰ সোৱাদ লব। আৰু সেয়ে হলে সি আমেৰিকালৈ গৈ সোনকালে উভটি আহিব পাৰিব।

এইবোৰকে ভাবি এলেনে কোঠাটোত অহাযোৱা কৰি আছে। কিন্তু তাৰ মন চলিছে পৰনতকৈও অধিক বেগত। এবাৰ ভাবিলে বদলি হৈ যোৱাই ভাল নেকি। তাৰ দৰে অভিজ্ঞ শিক্ষিত ডেকা এজনৰ পক্ষে অন্ততঃ এটি কেৰাণীৰ কাম যোগাৰ কৰা কঠিন নহব। তেতিয়া হলে জোচুক সি তালৈ নিব পাৰিব। আমেৰিকাত ওপজা ছোৱালী যেতিয়া জোচু সেই ফালৰ পৰা আমেৰিকাৰ নাগৰিক হৈয়ে আছে। বিশেষ অসুবিধা নহব লাগে।

লবালবিকৈ সি টেলিগ্ৰাফ অফিচলৈ গ'ল আৰু জোচুলৈ বাতৰি পঠিয়ালে, "কাইলৈ আবেলি তোমালোকৰ ঘৰ ওলামগৈ। ঘৰলৈ যাবলৈ নিৰ্দেশ হৈছে"—ইমানলৈকে লিখি সি বৈ গ'ল। তাঁৰখন পাই তাই চক খাই উঠিব নেকি! পিচত তলত যোগ দিলে, তোমাৰ আজীৱন এলেন।"

* * * *

সিদিনা বাতিয়ে তাঁৰ গৈ নিৰ্দিষ্ট ঠাই ওলালগৈ। ডাকপিয়নটোৰ পৰা লৈ ডাঃ চাকায়ে পোনতে পঢ়িলে। পিচত জোচুক দিলেগৈ! তাই পিয়নটো অহা দেখিছিল আৰু তাইলৈ তাঁৰ অহা বুলি অনুমান কৰিছিল। পোনতে দেউতাকে পঢ়া বাবে আপত্তি কৰিব লগা একো নাছিল। কাৰণ পিচত হলেও তাই সেইখন দেউতাকক দেখুৱালেহেতেন।

দেউতাকে তাঁৰখন দিওঁতে একো মন্তব্য নকৰিলে, কিন্তু তেওঁৰ মুখত এটি অফুট আনন্দৰ ঢৌ তাই লক্ষ্য কৰিলে।

তাঁবখন তাই মনোযোগেৰে পঢ়িলে। এবাৰ দুবাৰ নহয়, কেবাবাৰো। এলেনৰ মনৰ ভাবটো বুজিবলৈ চেষ্টা কৰিলে। তাইৰ বাবে তাক ঘৰলৈ যাবলৈ নিৰ্দেশ দিয়া হৈছে। বিষয়া হিচাপে এলেনৰ মূল্য আছে। সি যাবই লাগিব। সি যে তাইক বিয়া কৰাবলৈ প্ৰতিজ্ঞাবদ্ধ তাকেই যেন বুজাব খুজিছে। কিন্তু তাকে সম্পন্ন কৰা যায় কেনেকৈ? তাই তত্তালিকে উত্তৰ বিচাৰি উলিয়ালে।

—"আমাৰ বিয়াখন অতি সোনকালেই হব লাগিব"—জোৰেৰে দেউতাকক ক'লে।

"মই সেইটো হবলৈ নিদিওঁ"—দেউতাকে একপ্ৰকাৰ গৰ্জি উঠিল। "সি যাওক ঘৰলৈ আৰু উভটি আহে নে নাহে চাওঁ"।

জোৰেৰে ভাবিলে এই সময়ত ভয় কৰিলে নচলিব। সমান জোৰেৰে তাই উত্তৰ দিলে, "যদি আমাৰ বিয়া নহয় তথাপি মই তেওঁৰ সৈতে গুচি যাম।"

"কোঠাৰ ভিতৰত বাহিৰৰ পৰা তলা মাৰি তোমাক বন্ধ কৰি থম"—দেউতাকে পুনৰ ধমকিৰ সুৰত ক'লে।

তাই মাথোন হাঁহিলে। কিন্তু সেই কাঠ হাঁহিত মধুৰতা নাই। দেউতাক বিস্মিত হ'ল তাইৰ তেনে ভঙ্গীটো দেখি। সেই হাঁহিয়ে তাইৰ ধুনীয়া মুখখনি কদাকাৰ কৰি পেলাইছে। তাই দেউতাকলৈ এবাৰ চালে, পিচত ক'লে, "মোক তলা মাৰি ৰাখিবলৈ তেওঁ দিবনে? দৰ্কাৰ হলে তেওঁ তলাটো ভাঙি পেলাব! মাৰ্কিনবোৰৰ ব্যৱহাৰ আপুনি নেজানে জানো? আপুনি জানো পাহৰি গ'ল যে সিহঁতৰ হাতত জাপান আজিও পৰাজিত!"

—"মোৰ তেন্তে কোনো সম্পৰ্কই নাই তোমাৰ সৈতে?"

"আছে। তথাপি মই তেওঁৰ লগত যাবই লাগিব।"

খণ্ডতে কৰা উক্তিবোৰ শুনি মাক দৌৰি আহিল। জুমিয়ে সম্মুখৰ দুৱাৰখন বন্ধ কৰি দিলে; "বাটৰ মানুহবোৰে কি ভাবিব বাৰু?"—তাই ফুচফুচাই কৈ গ'ল।

"জোচু, জোচু!" মাকে চিঞৰিলে। "তোমাৰ দেউতা! ছিঃ কি খন লগাইছা বাৰু?" তেওঁ মাজতে থিয় হৈ দুয়োকে হাতেৰে ঠেলি পঠিয়ালে। কোনোজনে কিন্তু তেওঁলৈ একো মনোযোগেই নিদিলে; কেৱল এজনে আন জনলৈ চাই থাকিল। "এই বিদেশী-লোকজনক বুজিবলৈ এটি ঈশ্বৰপ্ৰদত্ত সুবিধা ওলাইছিল, অথচ তোমাৰ এই নিলাজ ছোৱালীজনীয়ে তাক জব্দ কৰিবলৈকে ঘৰলৈ ঘোৰাৰ আগেয়ে বিয়া কৰাবলৈ সঙ্কল্প কৰিছে। মোৰ অনুমান সকলো দোষ এই ছোৱালীজনীৰ গাত। তাই পদূলিত গৈ তাৰ বাবে বৈ থাকিব, অকলশৰে গৈ ক'ৰবাত লগ ধৰিব!"..খণ্ডত ডাক্তৰ একো নাই হৈ পৰিল। পিচত হাতদুখন ওপৰলৈ তুলি ক'লে—"মোৰ ছোৱালীৰ হকে ময়েই ক্ষমা বিচাৰিছো, ভগবান!" মিচেচ চাকায়ে জোচুক কলে, "—ইমান সোনকালে বিয়া কৰাব নোৱাৰা। তাৰ বাবে সময় লাগিব। সি নিশ্চয় অনুমতি লব লাগিব।"

"মই তেওঁৰ লৈতে যামেই মা"—জোচুৱে পুনৰ জোৰ দি ধৰিলে। মাক আৰু দেউতাকৰ পিনে তাই এবাৰ চাই পঠিয়ালে। হঠাতে দুয়ো একমত হোৱা দেখি তাই আচৰিত হ'ল। তাইৰ মনত পৰিল এনেকুৱা গহীন পৰিবেশত দুয়োজনকে তাই এবাৰ মাথোন দেখিছিল—ইটালীৰ যুদ্ধত ককায়েক কেন্‌চনৰ মৃত্যুৰ বাতৰি পোৱা সময়ত।

"মোৰ ইচ্ছামতে মই কাম কৰিমেই"—তাই চিঞৰি ক'লে আৰু নিজৰ কোঠালৈ লৰি গ'ল।

মাক আৰু দেউতাক নীৰৱে থিয় হৈ থাকিল কিছুপৰ। "আমি কি কৰিম এতিয়া?" ডাক্তৰে বৰ বেজাৰেৰে কলে। "তাই

ইমান অবাধ্য হৈছে!" মাকৰ অন্তৰতো বৰ দুখ। "তাই আমেৰিকাতহে ডাঙৰ হৈছে। এতিয়া আৰু তাইক বেলেগ শিক্ষা দি লাভ নাই।"

"মই মন্দিৰলৈ গৈ বৌদ্ধ পুৰোহিত গৰাকীক লগ ধৰিম"—দেউতাকে ক'লে, আৰু এটি হুমুনিয়াহ এৰিলে। "তাইৰ বিয়া হবই লাগিব।"

*　　*　　*　　*

চাকাই ভৱনৰ পদূলিমুখ পাই এলেন কেনেডীয়ে বেলটো বজাই দিলে। সম্মুখত থকা বিপদলৈ ভয় কৰিছিল যদিও তাৰ সঙ্কল্প কঠোৰ। ডাঃ চাকায়ে তাৰ প্ৰবেশ নিষেধ কৰিলেও সি প্ৰতিজ্ঞা এৰিব নোৱাৰে। জোচুজনী আৰু ডাঙৰ হোৱা হলে? কোনো সুৰুচিসম্পন্ন লোকে এজন ভদ্ৰলোকক জানো কব পাৰে যে তেওঁৰ কুৰি বছৰীয়া ছোৱালীয়ে নিজৰ মনটো ভালকৈ বুজি পায়? অৱশ্যে সি নিজেও তাইৰ আকাঙ্ক্ষা, মনোবল আৰু শক্তিৰ পৰিচয় পোৱা উচিত। সি বাৰুকৈয়ে গম পাইছে যে জোচুৰ মিঠা আৰু শান্ত চেহেৰাৰ অন্তৰালত আছে এখনি সুদৃঢ় হৃদয়। সেয়েই তাৰ একমাত্ৰ আশাৰ স্থল। তাৰ নিজৰ জীৱনৰ অভিজ্ঞতায়ো এলেনক শিকাইছে যে আন্তৰিক সঙ্কল্প নেথাকিলে কোনো কামতে সুফল আশা কৰিব নোৱাৰি। কৰ্ণেল বা ডাক্তৰ চাকাইৰ এজনেও বা দুজনে মিলিও তাক সঙ্কল্পচ্যুত কৰিব নোৱাৰে

এইবোৰকে ভাবি সি পদূলিমুখত অপেক্ষা কৰিছিল। এনেতে ভিতৰৰ পৰা জুমি নামৰ চাকৰনীজনী ওলাই আহিল। তাই কোৱা জাপানী ভাষা সি ভালকৈ বুজি নেপালেও তাক ভিতৰলৈ মতাবুলি সি ধৰি ললে। অলপ ইতস্তত কৰি সি ভিতৰলৈ সোমাই আহিল। তেতিয়াও তাই আমনি নকৰা দেখি তাৰ ধাৰণা ঠিক বুলিয়ে ভাব হ'ল। তাই মূৰ দোঁৱাই তাক ঘৰৰ ভিতৰলৈ আহিবলৈ ইংগিত

দিলে। সিও নীৰৱে পিচে পিচে আগুৱাই আহিল। ঘৰটোও তেনেই নিস্তব্ধ। কাৰো মাত বা ভৰিৰ শব্দও সি শুনা নাই। তেনেহলে কিবা চক্ৰান্ত কৰিছেনেকি, এবাৰ সি ভাবিলে।

চক্ৰান্ত একো নাছিল। ডাক্তৰ আৰু তেওঁৰ পৰিবাৰ বহি থকা আহল-বহল কোঠাটোলৈ তাক লৈ যোৱা হ'ল। তাক দেখা মাত্ৰেই দুয়ো থিয় হ'ল; পিন্ধনত দুয়োৰে নিভাজ জাপানী, দামী সাজপাৰ। কিন্তু কেলেই? তাৰ সন্দেহ হ'ল এনেয়ে। ডাক্তৰে সুন্দৰ ইংৰাজীতে তাক বহিবলৈ কলে। তেওঁলোকলৈ প্ৰতি নমস্কাৰ জনাই এলেনে চকী এখনত বহিল। জোচু ক'ত সি ভাবিব ধৰিলে। যদি তাইক ক'ববালৈ পঠাই দিছে সিও পিচে পিচে যাব। এই আতিথ্য তেনেহলে তাক গ্ৰহণযোগ্য নহয় বুলি বুজাবলৈকে নহয়তো? ডাক্তৰ চাকাইৰ সহজভাবে কোৱা কথাত সি অধিক বিস্মিত হ'ল,—"মিঃ কেনেডী, মই বহুত বছৰ আমেৰিকাত আছিলো। মাৰ্কিন সকলে স্পষ্টবাদিতা ভাল পায় বুলি মোৰ বিশ্বাস। গতিকে আমিও স্পষ্টভাৱে কথা পতা উচিত।"

"নিশ্চয়, নিশ্চয়"—এলেনে উত্তৰ দিলে।

"মোৰ ছোৱালীৰ সৈতে অলপ কথা হোৱাৰ পিচত বুজিলো যে এই দুখ লগা পৰিস্থিতিৰ বাবে তায়ো কিছু পৰিমাণে দায়ী। আমাৰ পৰিয়ালৰ বাবে ই বৰ লাজ আৰু অপমানৰ কথা। কাৰণ তাই মোৰ অতি মৰমিয়াল বন্ধু পৰিয়াল এটিলৈ প্ৰচলিত নিয়মানুসাৰে বাগদত্তা হৈ আছে বা আছিল। বন্ধুৰ সৈতে অসাধু আচৰণ কৰিবলৈ মই বৰ টান পাওঁ। তোমাৰ তাঁৰখন পাই মই কেৱল ইয়াকে ভাবিছোঁ। এতিয়া কোৱাচোন বাৰু—তোমাৰ মত কি?"

এলেনে অতি সহজ ভাৱে উত্তৰ দিলে, "মই ঘৰলৈ যোৱাৰ আগেয়ে তেওঁৰ সৈতে বিয়াখন পাতিব খোজো—অৰ্থাৎ আজি বা কাইলৈ।"

"ই কেনেকৈ সম্ভৱ ?" ডাঃ চাকায়ে লগে লগে প্ৰশ্ন কৰিলে। "তোমাৰ আৱশ্যকীয় অনুমতি আদি নোলোৱাকৈ।"

"মই সেইটো জানো চাৰ। বিবাহ বৈধ কৰিবলৈ বিভিন্ন দেশত বিভিন্ন উপায় আছে। মোৰ মনত আছে মোৰ এজন ফৰাচী বন্ধুৱে ফৰমোচাত এজনী জাপানী ছোৱালী বিয়া কৰাইছিল। বিয়া জাপানী পদ্ধতি মতে হৈছিল আৰু তাকে ফ্ৰান্সত বিধি সম্মত কৰিছিল প্ৰায় এবছৰ পিচত। ময়ো ঠিক তেনেকুৱা ধৰণে ভাবিছো—চাৰ।"

তাৰ সৰলতা, নম্ৰতা, একাগ্ৰতা আৰু বিশুদ্ধ ইংৰাজীত কথাকোৱাৰ ভঙ্গীত ডাক্তৰ চাকাই মুগ্ধ হ'ল। জাপানত ঠিক এই লেখীয়া মাৰ্কিন ডেকা তেওঁ লগ পোৱা নাই। আলিবাটত লগ পোৱা সৈন্যবিলাকতকৈ এওঁ বহুত বেলেগ।

"তথাপি তাকো ঠিক বৈধ বুলিব নোৱাৰি"—ডাক্তৰে সন্দিগ্ধ মনেৰে ক'লে।

"আজিকালি প্ৰত্যেক কথাই অবৈধ"—এক্লেনে ক'লে। "বিভিন্ন দেশত থকা ৰীতিনীতিবোৰৰ মাজত বহুত প্ৰভেদ আছে।" ডাক্তৰক সন্মত কৰাবলৈ সি অলপ আগলৈ হালি পুনৰ আৰম্ভ কৰিলে, "চাৰ, মই আপোনাৰ ছোৱালীক ভাল পাওঁ আৰু তেওঁক বিয়া কৰাব খোজো। তেওঁক মই আমাৰ ঘৰলৈ নি মা-দেউতাক উপহাৰ দিব খোজো। মোৰ ইচ্ছা তেওঁলোকে এবাৰ তেওঁক চাই লওক। অৱশ্যে এতিয়াই লগত নিবলৈ মোৰ নিষেধ আছে। গতিকে তেওঁক সম্প্ৰতি ইয়াতে ৰাখি তেওঁ যোৱাটো মই বন্দোবস্ত কৰি আহিম। কাৰো আগত কোৱা নাই যদিও মই আজি আপোনাক জনাই থব খোজো জাপানত বসতি নকৰাটোকে মই ঠিক কৰি পেলাইছো। মোৰ বৰ্ত্তমানৰ চাকৰি এৰি ৱাচিংটনত কিবা এটা কামৰ বাবে যত্ন কৰিম। আপোনাৰ ছোৱালীৰে সৈতে মোৰ মুকলিমূৰীয়া জীৱনযাপন কৰিবৰ ইচ্ছা।

আৰু মোৰ আশা মই ইয়াতকৈ তাত সোনকালে উন্নতি কৰিব পাৰিম। মোৰ অনুৰোধ আপোনালোকে আমাৰ তালৈ যাব আৰু আমিও আপোনালোকৰ ইয়ালৈ আহিম। কিন্তু তেওঁক এৰি যোৱাৰ আগেয়ে জোচু মোৰ সহধৰ্মিনী হব লাগিব ; তেতিয়া হলে বাকীখিনি কাম সমাধা কৰিবলৈ সহজ হব।”

ডাক্তৰে কি ক'লেহেতেন জনা ন'গল কাৰণ ঠিক এলেনৰ কথাৰ পিচতে সিটো কোঠাৰ পৰা পৰ্দা আঁতৰাই জোচু সোমাই আহিল আৰু মাক-দেউতাক উভয়কে সম্বোধন কৰি ক'লে, “এলেনে কোৱামতে মই কাম কৰিম।”

বগা কিমোনোৰে জোচুক সাইলাখ পখী এটিৰ নিচিনা দেখা গৈছিল , আগতকৈ যেন বহুত বেচি ধুনীয়া। এলেনে ইমান ধুনীয়া পোছাকত তাইক কেতিয়াও দেখা নাছিল। তাই সোমোৱাৰ লগে লগে সি থিয় হ'ল আৰু তাইৰ ফালে আনন্দেৰে চাই থাকিল।

পিচত তাই তাৰ ফালে চকু ঘূৰালে আৰু হাত এখন আগবঢ়াই দিলে। এলেনে আগবাঢ়ি আহি সেই হাতখন তাৰ হাতৰ মাজত সোমাই ল'লে। মুহূৰ্ত্ততে তাই প্ৰেমিকৰ পৰশ বান্ধোনত সোমাই পৰিল। মাক-দেউতাক অচলভাবে ৰহিয়ে থাকিল। এনেতে জোচুৱে মাত লগালে, “মা আৰু দেউতা, আমি কিন্তু প্ৰস্তুত।”

দুয়ো বহাৰ পৰা উঠিল ; ডাক্তৰে ক'লে “মিঃ কেনেডী, এয়ে হব বুলি আগেয়ে জানো। আমি বৌদ্ধ আৰু সেয়ে বৌদ্ধ মন্দিৰত আৱশ্যকীয় ব্যৱস্থা কৰা হৈছে। তুমি জানাই যে ই ঠিক বিধিসম্মত নহয় আৰু আগেয়ে ইয়াত এনেভাৱে হোৱাও নাই। তথাপি পুৰোহিত সন্মত হৈছে যুগধৰ্মৰ প্ৰতি লক্ষ্য ৰাখি। তোমাৰ দেশত নিয়মমতে অনুষ্ঠান সম্পন্ন কৰিবা বুলি তোমাৰ ওপৰত আশা ৰাখিলো।” সেইদৰে কৈ মাক-দেউতাক কোঠাটোৰ পৰা ওলাই গ'ল।

জোচুৱে তেওঁলোক যোৱাৰ পিনে চাই থাকিল। তাইৰ চকু দুটি

চলচলীয়া হোৱা—এলেনে লক্ষ্য কৰিলে। তাই ক'লে,—"তুমি তেওঁলোকক অকনো দোষ নিদিবা। তেওঁলোকৰ বাবে ই কি কঠিন সমস্যা চোৱাচোন? ময়েই আছিলো তেওঁলোকৰ একমাত্র সন্তান। মোৰ স্বামীয়ে তেওঁলোকৰ পুত্র হব বুলি কিমান আশা কৰিছিল!"

"কিয়, সেই পুত্র জানো মই হব নোৱাৰো?" সি সুধিলে। তাই মূৰ জোকাৰিলে আৰু কলে, "তোমাক সেই ভাৱে তেওঁলোকে এতিয়ালৈকে লব পৰা নাই।" কোৱাৰ লগে লগে তাই তাৰ বুকুত হালি পৰিল। তাৰ কলিজাৰ কঁপনি তাই কপালেৰে অনুভৱ কৰিলে। এই অন্তৰখনক বিশ্বাস কৰিব পাৰি—তাই মনতে ভাবিলে।

"সম্ভৱ তেওঁলোকে পিচত বুজিব"—বুলি কৈ সি তাইৰ মূৰটো নিজৰ বুকুত চেপি ধৰিলে।

* * * *

শতাব্দীৰ পিচত শতাব্দী জুৰি অগণন বৌদ্ধ জনসাধাৰণৰ সেৱা আৰু ভক্তিৰ প্ৰতীক বিৰাট বৌদ্ধ মন্দিৰটোৰ সম্মুখত জোচুৰ বিয়াৰ সৰু অনাড়ম্বৰ দল এটি উপস্থিত হ'ল। লগত আছিল কইনাৰ মাক-দেউতাকৰ উপৰি জুমি আৰু মালীটো, ঘাই পুৰোহিতজনৰ সৈতে আন দুজন পালি পুৰোহিত। দলটোক মন্দিৰৰ মাজলৈ লৈ গৈ ঘাই পুৰোহিত গৰাকীয়ে এবাৰ মাৰ্কিন ডেকাজনলৈ চাই পঠিয়ালে। পিচত তাৰ পৰা দৃষ্টি আঁতৰাই গুৰু গম্ভীৰ স্বৰেৰে তেখেতে জাপানী ভাষাতে অনুষ্ঠানৰ কাৰ্য্যসূচী আৰম্ভ কৰিলে—

"আমি আজি ইয়াত মহাত্মা বুদ্ধৰ চৰণত উপনীত হৈছোঁ এই ডেকা গাভৰু হালৰ বৈৱাহিক জীৱনৰ চৰম পূৰ্ণতা কামনা কৰিবলৈ। এই বিৱাহেই হৈছে মানুহৰ আটাইতকৈ পৱিত্র অনুষ্ঠান। ভবিষ্যত বংশধৰ সকলে তেওঁলোকৰ অস্তিত্বৰ উহ ইয়াতে বিচাৰি পাব। নৈতিকতাৰ বিধিবিলাকৰ মূলতো দেখো এই বিবাহেই। বিনা কাৰণে কোনো ঘটনাই সম্ভৱ নহয়। এই ডেকা-গাভৰুহালৰ মিলনো এটা

আকস্মিক ঘটনা নহয়। ই তেওঁলোকৰ অতীত জীৱনত কৰা কামৰ ফলতহে সম্ভৱ হৈছে। এই মিলন চিৰস্থায়ী হওক।”

তাৰ পিচত হঠাতে তেওঁ তলমূৰ কৰিলে আৰু প্ৰাৰ্থনাৰ সুৰত গুণগুণাই কলে, “আজি বিবাহবান্ধোনত আবদ্ধ হোৱা নব-দম্পতিয়ে এই পৱিত্ৰ উদ্দেশ্য স্মৰণ কৰি তেওঁলোকৰ ভবিষ্যত জীৱন সুখময় কৰি তোলক, প্ৰত্যেকে নিজৰ প্ৰতিজ্ঞা আৰু প্ৰেমৰ প্ৰতি অবিচল আস্থা ৰাখক আৰু সুখ-দুখ সকলো অৱস্থাতে উভয়ে উভয়ৰ সমভাগী হৈ জগতৰ সকলো সজগুণ লাভ কৰক। বুদ্ধদেৱৰ বাণীমতে চলিবলৈ এয়েই উৎকৃষ্ট পথ।”

পিচত মূৰ তুলি পুৰোহিত গৰাকীয়ে এলেনলৈ এবাৰ চালে আৰু নিৰ্দেশৰ সুৰত কলে, “গতিকে এই সঙ্কল্প গ্ৰহণ কৰাৰ আগেয়ে তুমি মনত ৰাখিবা যে স্বামীৰ কৰ্তব্য হৈছে স্ত্ৰীক সহায় কৰা আৰু আনন্দত ৰখা, চিন্তা আৰু কৰ্ম উভয়তে স্ত্ৰীৰ প্ৰতি বিশ্বাসী হোৱা, অসুখ বা দুখৰ সময়ত স্ত্ৰীক সান্ত্বনা দিয়া আৰু সন্তানক শিক্ষা দিয়াত মাকক সহায় কৰা।”

তাৰ পিচত জোচুলৈ লক্ষ্য কৰি পুৰোহিতে কলে, “স্ত্ৰীৰ কৰ্তব্য হৈছে সকলো সময়তে স্বামীৰ প্ৰতি প্ৰেম অটুট ৰখা, তেওঁক সহায় কৰা, আচাৰ-ব্যৱহাৰত বিনয়ী হোৱা, বিপদত অধৈৰ্য্য নোহোৱা আৰু সকলো বিষয়তে স্বামীৰ প্ৰতি অনুৰক্ত হোৱা!”

সিহঁত দুয়োজনলৈ উদ্দেশ্য কৰি পুৰোহিতে আকৌ ক'লে, “তোমালোকৰ প্ৰতিজনে শপত খাই কোৱাচোন যে এই বিয়াখন বিধিসম্মত হিচাপে সম্পন্ন কৰিবলৈ তোমালোকৰ অন্তৰত অকনো দ্বিধাবোধ নাই।”

জোচুৱে এলেনলৈ চালে আৰু কাণৰ কাষত কথাখিনিৰ অৰ্থ বুজাই দিলে। এলেনে ইংৰাজীতে কলে, “মোৰ তেনে দ্বিধাভাৱ

নাই।" পিচত জোচুৱে গহীনভাবে জাপানীতে কলে, "মই শপত খাই কওঁ যে মোৰ অন্তৰত অকনো আসোঁৱাহ নাই।"

পুৰোহিতজনে তেতিয়া এলেনলৈ চাই কলে, "এলেন কেনেডী, এই ছোৱালীজনীক তুমি বিধিমতে বিবাহিতা পত্নী বুলি গ্ৰহণ কৰিবানে ?"

জোচুৱে কথাখিনি বুজাই দিলত সি কলে, "নিশ্চয় কৰিম।" কথাখিনি কওঁতে তাৰ মাতটো কঁপা যেন লাগিল।

"আৰু তুমি কোৱাচোন জোচু চাকাই, এয়া এলেন কেনেডীক তুমি নীতিমতে বিবাহিত স্বামী বুলি স্বীকাৰ কৰিবানে ?"

"মই কৰিম।"—তাই জাপানীতে উত্তৰ দিলে।

এনেতে এলেনে আগৰে পৰা আলচি থকা মতে তাৰ হাতৰ আঙুলিৰ গৰা আঙঠি এটি উলিয়াই পুৰোহিতৰ হাতত দিলে আৰু পুৰোহিতে গৈ জোচুৰ আঙুলিত পিন্ধাই দিলে। সিহঁতৰ হাতদুখন পুৰোহিতজনে লগ লগাই দিলে আৰু সেই সংযুক্ত হাত প্ৰাচীন ধৰ্মপুথি এখনৰ ওপৰত ৰাখি কলে, "তোমালোকে যেতিয়া বৌদ্ধ-ৰীতিমতে বিয়া কৰাবলৈ সম্মত হৈছা, মই এতিয়াৰ পৰা তোমালোকক স্বামী-স্ত্ৰী বুলি সম্বোধন কৰিম। ভগবানে তোমালোকৰ জীৱন অসীম প্ৰেম আৰু দয়াৰে পৰিপূৰ্ণ কৰি তোলক।"

অলপ পৰ তাতে ৰৈ পুৰোহিতে দৰা-কইনাক ভিতৰত থকা পূজাৰ বেদীলৈ লৈ গ'ল। এলেনে তাতে সুগন্ধি ধূপ কেইটিমান জ্বলাই দিলে আৰু জোচুৱে সেই ছাই স্পৰ্শ কৰি সেৱা জনালে।

পুৰোহিত গৰাকীয়ে মহাত্মা বুদ্ধৰ মূৰ্ত্তিৰ তলত থিয় হৈ এলেনৰ উদ্দেশ্যে কলে, "ভগৱান বুদ্ধই কৈছিল—মা-দেউতাৰাক আশ্ৰয়হীন নকৰিবা, পত্নীক আৰু সন্তানক আনন্দত ৰাখিবা আৰু শান্তিৰে জীৱনযাপন কৰিবলৈ শিকিবা। এয়ে জীৱনৰ চৰম আশীৰ্বাদ।" ইয়াকে কৈ অনুষ্ঠান সম্পন্ন কৰি তেওঁ দলটোক লাহে লাহে বাহিৰলৈ

লৈ আহিল। আহোঁতে তেওঁ এটি ব্যক্তিগত প্ৰাৰ্থনা বুদ্ধদেৱৰ চৰণত অকলে নিবেদন কৰিলে ক্ষমা আৰু আশীৰ্বাদ বিচাৰি, যাতে বিয়াখন স্থায়ী নহলেও ছোৱালীজনীয়ে স্বদেশলৈ আৰু স্বজাতিলৈ নিৰাপদে ফিৰি আহিব পাৰে।

* * * *

জোচুৰ কোঠাটোত এতিয়া এলেন তাইৰ স্বামীৰূপে বিচনাত শুই পৰিল। ওচৰৰ পৰা মাক আৰু দেউতাক গুচি আহিল। এটি চুটি ভাষণত ডাঃ চাকায়ে এলেনক জনাইছিল যে তাৰ প্ৰবেশ আৰু সেই ঘৰত নিষেধ নহয়। সি ইচ্ছামতে অহা যোৱা কৰিব পাৰিব। কৈযেই এলেনে ধন্যবাদ দিয়াৰ পূৰ্বে তেওঁ আঁতৰি গৈছিল। জুমিয়ে কোঠাটোৰ ভিতৰতে সিহঁতক খোৱা-লোৱা যোগাৰ কৰি দিছিল। খোৱা শেষ হলত বাচনবোৰ আঁতৰাই নি তাই নতশিৰে দুয়োকো প্ৰণাম জনাইছিল আৰু পিচ মুহূৰ্ত্ততে দুৱাৰৰ পৰ্দাখন বহলকৈ টানি দি তাই গুচি গৈছিল। এইদৰে অৱশেষত সিহঁতৰ দাম্পত্যজীবন আৰম্ভ হ'ল। সিহঁতে একেলগে থাকিবলৈ স্বীকৃতি পালে। বাধা দিবলৈ আৰু কোনো নাই।

সেই নিশা সিহঁতে সন্তানৰ কথা ভৱা নাছিল। কোনো প্ৰেমিকে নেভাবে। সিহঁতে কেবল সিহঁতৰ ভালপোৱাৰ কথাকে ভাবে। সেই ভালপোৱা যেন বিশ্বব্ৰহ্মাণ্ড বিয়পি আছে। সেই প্ৰেমৰ বাহিৰে অইন একো অনুভূতি সিহঁতৰ নেথাকে। পিচত সেই বিশ্বজোৰা নিৰাকাৰ ভালপোৱাই আকাৰ লয়, কিন্তু সেই আকাৰ সিহঁতৰে, স্বামী-স্ত্ৰী উভয়ৰে। সিহঁতৰ দৈহিক মিলনৰ যোগেদি সেই আকাৰ ঘনীভূত হৈ আছে। বায়ুমণ্ডলত বিচৰণ কৰি প্ৰবেশৰ বাবে বাট বিচাৰি থকা মানৱ আত্মাই অবশেষত জন্ম লয় অতৰ্কিতে; মাক দেউতাকৰ জ্ঞানৰ অতীতত।

কোনো কুমাৰীয়ে ইমান সোনকালে মাক হোৱাৰ সপোন

নেদেখে। জোচুৰেও দেখা নাছিল। এলেনৰতো সেইবোৰ একো চিন্তাই নাছিল। সিহঁতৰ জগতখনত তেতিয়া সিহঁত দুজনেই মাথোন। আন একোৰে অস্তিত্ব সিহঁতে গম নেপায়। সিহঁতৰ অনুভূতি বিৰাজমান কেৱল সিহঁতৰ কঁপা কঁপা আঙুলিবোৰত, উত্তেজনাত পুলকিত হৈ উঠা অৰ্দ্ধ নগ্ন দেহ দুটিত। উত্তেজনাৰ চৰম সীমাত উপনীত হৈ যেতিয়া দুয়োটি প্ৰাণী ভাগৰি পৰে তেতিয়া সেইকণ অনুভূতিও সিহঁতৰ নেথাকে।

বিৰাট ডাঙৰ ঘৰটোত সিহঁত দুয়ো অকলশৰীয়া যেন অনুভৱ কৰিছিল। যেনিয়ে ফুৰিছিল নীৰৱে কাম কৰি যোৱা জুমিজনীৰ বাহিৰে এলেনে অইন কাকো নেদেখিছিল। তাৰ বৰ ভাল নেলাগিছিল চাকাই পৰিয়ালৰ এই পৰিবেশটো। পিচদিনাখন এবাৰ সি জোচুক কৈছিল, "আমি এখন হোটেললৈ যোৱা হলেই ভাল আছিল যেন পাওঁ।" উত্তৰত জোচুৰে কৈছিল, "হোটেল? ওহোঁ। যেতিয়ালৈকে আমাৰ নিজৰ ঘৰ নহয় তেতিয়ালৈকে ইয়াত থকাটোকে মা হঁতে কামনা কৰে।"

কোনোজনে সন্তানৰ কথা উলিওৱা নাছিল। উলিয়াবলৈ অৱশ্যে সময়ো নাছিল। কেইঘণ্টামানৰ ভিতৰতে সি তাইক এৰি যাব। তাই অকলে থাকিব লাগিব।

"বেচিদিনলৈ নহয়দেই সোণটি মোৰ!"—সি তাইক নিচুকাইছিল। "সম্ভৱ কেই সপ্তাহ মানৰ বাবেহে।"

কিন্তু বিদায়ৰ আগমুহূৰ্ত্তত এক সপ্তাহকেই এবছৰ যেন লাগে। তাই সেই নিশা কান্দিছিল, চকুৰ পানীৰে গাৰু তিয়াই পেলাইছিল। সিহঁতৰ দাম্পত্য জীৱনৰ দ্বিতীয় নিশা। কোনে জানে যদি ইয়েই শেষ নিশা হয়গৈ! ভবিষ্যত জীৱনৰ কিছুমান দুশ্চিন্তাৰ সপোন সিদিনা ৰাতি তাই দেখিছিল আৰু ভয়ত চিঞৰি উঠিছিল। তাইৰ ভাব হৈছিল এয়ে সিহঁতৰ শেষ নিশা, সি সাগৰত যেন হেৰাই যাব।

সি যোৱা আকাশী জাহাজখন যেন পাহাৰত খুন্দা খাই চূৰমাৰ হৈ যাব। নহলে কোনোবাই যেন আমেৰিকাত সিহঁতৰ মিলনত বাধা প্ৰদান কৰিব।

এলেনে তাইক বুকুৰ ওচৰলৈ টানি আনি সান্ত্বনা দিছিল। কিন্তু কোনো সান্ত্বনাই তাইৰ ভয় আঁতৰাবলৈ সমৰ্থ নহ'ল। উপায়হীন হৈ সি কলে, "তুমি বাৰু হেজাৰ বিজাৰ যাত্ৰীৰ ভিতৰত অকল মই সাগৰত বুৰ যাম বুলি বা আকাশীজাহাজ পাহাৰত খুন্দা খাই মাটিত পৰিম বুলি কিয় ভাবি লৈছা? আকৌ মোৰ পৰিয়ালৰ কাৰো সৈতে চিনাকি নোহোৱাকৈ কিয় বাৰু আমাৰ বিচ্ছেদৰ কথা ভাবিছা?"

এই নিচিনা অলেখ প্ৰশ্ন আৰু সংশয়বোৰৰ পৰিসমাপ্তি ঘটিছিল যৌবনৰ অপূৰণ ক্ষুধা নিবাৰণ কৰিবলৈ যেতিয়া সিহঁতে ঘন ঘন দৈহিক মিলনত নিজকে হেৰুৱাই পেলাইছিল, তৃপ্তি আৰু ক্লান্তিয়ে দেহমন ওপোচাই নিদ্ৰাদেৱীৰ কোলাত যেতিয়া আশ্ৰয় লৈছিল।

পিচদিনাখন সেই নিকৰুণ বিদায় মুহূৰ্ত্ত আহি পালেহি। সি তাইক বেলষ্টেচনলৈ আগবঢ়াই থবলৈ আহিবলৈ মানা কৰিছে। তাইৰো যেন সাহসৰ অভাৱ। মাক আৰু দেউতাকে অলপ সময়ৰ বাবে আহি মাত দিলে। সিহঁতে নমস্কাৰ জনালে। বিদায়ৰ সময়ত তাৰ অন্তৰ ফাটি যোৱা যেন সি অনুভৱ কৰিলে। তাইৰ হাতৰ মাজৰ পৰা নিজৰ হাতখন আঁতৰাই আনি এলেনে এটি কেচা আঘাতৰ নিচিনা কষ্ট অনুভৱ কৰিলে। সি ক'লে, "মই তোমালৈ নিতৌ চিঠি দিম।"

"ময়ো লিখিম"—জোচুৱে ভঙা ভঙা মাতেৰে কলে; তাইৰ চকু কেতিয়াবাই চলচলীয়া হৈছে।

"খুউব দীঘলীয়া চিঠি লিখিম দেই। তুমিও সকলো কথা লিখিবা। মোৰ কথা সুঁৱৰিবা দেই। কেতিয়া তোমাক আমেৰিকালৈ

নিব পাৰিম—এয়ে মোৰ একমাত্ৰ চিন্তা···। এতিয়া যাও,··· নহয় ? চাওঁ—এবাৰ মোলৈ চাই মিচিকিয়াই হাঁহি এটি মাৰাচোন। একমিনিটৰ বাবে মুখখনি পোহৰ কৰাচোন, মইতো আৰু উভটি চাব নোৱাৰিম, তোমাৰ হাঁহিমুখৰ মধুৰ স্মৃতিটোৱে যে সুদূৰ আমেৰিকালৈ মোৰ একমাত্ৰ সঙ্গী হব।" অতি হেপাহেৰে সি আকৌ এবাৰ তাইক আকোৱালি ললে আৰু মৰমৰ চুমা এটি দীঘলকৈ ওঠত আকি দি সন্মুখলৈ খোজ পেলালে। পিচ পিনে সি উভটি নেচায়, আগেয়ে কৈছে।

* * * *

## ২য় অধ্যায়

মিচেচ কেনেডীয়ে ল'ৰা ঘৰলৈ অহা বাতৰি পাই ঘৰ-দুৱাৰ চাফ চিকুনকৈ সজাই পেলাইছে। কৰ্ণেলৰ পৰিবাৰে তেওঁলৈ চিঠি লেখিছিল। সেই চিঠিৰ পৰাই তেওঁ গম পাইছিল কৰ্ণেলে তেওঁৰ ল'ৰাক কিমান বিশ্বাস কৰে আৰু কিদৰে তাৰ উজ্জ্বল ভবিষ্যত আশা কৰে। সেইবাবেই বৰ্তমানৰ জৰুৰী পৰিস্থিতিৰ মাজতো এলেনক ঘৰলৈ আহিবলৈ ছুটী দিছে। এলেনৰ জাপানী ছোৱালী এজনীৰ সৈতে হোৱা ঘনিষ্ঠতাৰ কথাও মাকে সেই চিঠিৰ যোগেদি গম পাইছিল।

চিঠিখন কেনেডীৰ মাকে দেউতাকক দেখুৱাইছিল আৰু মনে মনে চিন্‌থিয়াকো চাবলৈ দিছিল। কাৰণ দেউতাকে সেই চিঠিৰ কথা আনক জনাবলৈ হাক দিছিল, "ঘৰৰ ভিতৰৰ কথা বাহিৰত প্ৰচাৰ কৰি লাভ কি চুগাৰ ?" তেওঁ স্ত্ৰীক 'চুগাৰ' বুলি মাতিছিল।

চিঠিখন অতি মনোযোগেৰে পঢ়ি চিন্‌থিয়াই মাকক ঘূৰাই দিছিল। তাই একো মন্তব্য নকৰিলে। মাকে মাথোন জনাই থলে যে এই সময়ত চিন্‌থিয়াই তেওঁক সহায় কৰিব লাগিব। উত্তৰত চিন্‌থিয়াই কৈছিল, "নিশ্চয় মিচেচ কেনেডী ; এলেনৰ বাবে মই সকলো কৰিব পাৰিম।" কৃতজ্ঞতাত অভিভূত হৈ মিচেচ কেনেডীয়ে চিন্‌থিয়াক সাৱটি ধৰি এটি চুমা খাইছিল।

এলেনে পদূলি মুখেৰে সোমাই আহি পোনতে মাককে দেখিলে। অপত্যস্নেহত বিগলিত হৈ মাকে তাক সাৱটি ধৰিলে। পিচত গোটেই গাটো এবাৰ নিৰীক্ষণ কৰি ললে আৰু হাঁহি হাঁহি ক'লে,

"তুমি বহুত ডাঙৰ হলাগৈ! ইস্ তোমাৰ গাল দুখন! জাপান এৰিবৰে পৰা তুমি ছাগৈ ডাঢ়ি খুড়োৱাই নাই।"

কথাটো মিছা নহয়। "পাঁচ মিনিট সময় দিয়া" বুলি কৈয়ে সি ওপৰ মহলালৈ ঢাপলি মেলিলে। বাটতে দেউতাকৰ সৈতে সাক্ষাৎ হ'ল, আৰু দুয়োজনে পৰস্পৰক আকোৱালি ধৰিলে। এলেনে ক'লে "মায়ে মোক চফা হবলৈ কৈছে।"

"অ' যোৱা তেনেহলে" দেউতাকে লাহেকৈ ক'লে।

বহুদিনৰ মূৰত ঘৰলৈ আহিও এলেনে বিশেষ একো পৰিবৰ্তন নেদেখিলে। আহল বহল কোঠাবোৰ ঠিক আগৰ দৰেই সজ্জিত হৈ আছে। জোচুক লগত লৈ এই বিৰাট ঘৰটোত তাৰ দিনবোৰ অতি সুখেৰে পাৰ হৈ যাব, ভাবিয়ে সি ভাল পালে। সিদিনা ৰাতিয়ে সি জোচুলৈ চিঠি লিখিলে :

"প্ৰিয়তমা—মই মোৰ নিজৰ কোঠাত বহি এই চিঠিখনি তোমালৈ লিখিছো। এই কোঠাটিতে তুমি আৰু মই থাকিম। এতিয়া ঘৰটোৰ বিৱৰণকে অলপ দিওঁ বাৰু। তেহে তোমাৰ সকলোবোৰ চিনাকি যেন লাগিব।" চিঠিখনিত ঘৰটোৰ হুবহু ছবি এটি সি দাঙি ধৰিলে। তাৰ শোৱা কোঠাৰ পৰা সুদূৰ পাহাৰ আৰু ভৈয়ামৰ দৃশ্য যে কি মনোৰম তাকো জনালে। মাক-দেউতাকৰ কথাও লিখিছিল আৰু লগতে চিন্থিয়া লিভাৰিং নামৰ ছোৱালীজনীৰ কথাও লিখিছিল। তাৰ বাল্যবন্ধু হিচাপে চিন্থিয়াৰ চমু পৰিচয় এটি দি তাই যে এজনী মৰমিয়াল ছোৱালী আৰু সেয়ে জোচুৰো এজনী বান্ধৱী হৈ পৰিব তাকো উল্লেখ কৰিছিল।

তাৰ দৰে চিন্থিয়াও পিতৃমাতৃৰ একমাত্ৰ সন্তান। যুদ্ধত ককায়েক দুজন হানি হ'ল; এজন জাৰ্মানীত, আনজন প্ৰশান্ত মহাসাগৰত। ৰূপ আৰু সৌন্দৰ্য্যই চিন্থিয়াক আগতকৈ অধিক মৰম লগা কৰি তুলিছে। তাইৰ সঙ্কুচিত চলন-ফুৰণ এতিয়া আৰু

নাই। কথাবতৰাত বেচ গহীন আৰু স্পষ্টবাদী। এলেনৰ মন গৈছিল ততালিকে তাইৰ সৈতে জোচুৰ কথা পাতিবলৈ। কিন্তু মাক দেউতাকৰ আগত মুলিৱাকৈ তাইৰ আগত কেনেকৈ কয়? ইপিনে চিন্‌থিয়ায়ো তাক অকলে লগা পাবলৈ কোনো চেষ্টা কৰা সি দেখা নাই।

* * * *

"তাক কেনেকুৱা দেখিছা বাৰু?" মিচেচ কেনেডীয়ে শুবলৈ যোৱাৰ আগেয়ে গিৰীয়েকক সুধিলে।

"সম্পূর্ণ সুস্থ। বেচ সুখী যেন লাগিছে",—তেওঁ উত্তৰ দিলে।

দুয়োজনে নিজৰ নিজৰ কোঠাত শুবলৈ যাবলৈ সাজপাৰ সলনি কৰিছে। মিচেচ কেনেডীয়ে আকৌ কলে, "মই হলে সেই বিষয়ে কোনো কথা নেপাতিম। সি ভাবক যেন আমি একো জনাই নাই।"

"বুদ্ধিটো ভালেই হৈছে"—গিৰীয়েকে শলাগিলে। তেওঁ কোঠা-দুটিৰ মাজত থকা দুৱাৰ খনৰ ওচৰ চাপি ঘৈণীযেকক লাহেকৈ এটি চুমা খালে আৰু কলে, "এতিয়া শোৱাগৈ যোৱা। ওবে দিনটো আজি তোমাৰ দেহত তত নাই।"

মিচেচ কেনেডীযে ক'লে, "সি বৰ ধুনীয়া হৈ পৰিছে। সকতে কিন্তু তাক এনে হব বুলি ভবা নাছিলো। মোৰ ভাল লাগিছে যে সি দেউতাকৰ আকৃতি লৈছে।"

আকৌ এবাৰ চুমা খাই দুয়োজনে নীৰৱে নিজৰ নিজৰ বিচনা ললেগৈ। মাজৰ দুৱাৰখন প্ৰায়ে মুকলি হৈ থাকে। মাজে সময়ে মিচেচ কেনেডীয়ে যেতিয়া নিশা উঠি গৈ সিটো কোঠাত শোৱেগৈ তেতিয়া দুৱাৰখন বন্ধ থাকে। তাৰ অৰ্থ মিঃ কেনেডীয়ে কাহানিও ঘৈণীয়েকক সোধা নাই। কথা পতা অভ্যাস তেওঁৰ একেবাৰে কম।

* * * *

"তেওঁলোকে জানে"—চিথিয়াই ক'লে।

তাই পিচদিনাখন ৰাতিপুৱা বজাৰলৈ যাওঁতে হঠাৎ এলেনক লগ পালে। ওচৰতে বজাৰখন। সেয়ে তাই খোজকাঢ়ি গৈয়ে ভাল পায়। তেতিয়া এলেনে তাইক অকলে লগ পাই জোচুৰ কথা উলিয়াইছিল। কাৰোবাক কবই লাগিব সি। নহলে নিতৌ কেৱল চিঠিকে লিখি কেনেই থাকিব ? মাক-দেউতাককো কব লাগিব কিন্তু ঠিক অনুকূল অৱস্থা এটি পালেহে সি কব। কাৰণ সি জানে মাকক সম্মত কৰা সহজ কাম নহব। অৱশ্যে জোচুতকৈ ভাল বোৱাৰী পাবলৈ মাকে আশা কৰিবও নোৱাৰে—তাৰ দৃঢ় বিশ্বাস।

চিন্‌থিয়াজনী ! যৌৱনৰ পূৰ্ণপয়োভৰেৰে তাই চালে চকুৰোৱা-জনী হৈ উঠিছে। জোচুতকৈ ওখ দেহটি, কথাবতৰাত ইমান মৰমলগা ! জোচুক নেদেখাহলে হয়তো সি ঘৰলৈ আহি চিনথিয়াৰে ঘৃণা ললেহেতেন। কিন্তু চিনথিয়াৰ মধুৰ ব্যৱহাৰ জানো অকল তালৈহে ? সকলোৰে প্ৰতি হব পাৰে।

চিনথিয়াৰ কথাত সি বৈ গ'ল। অবিশ্বাসৰ চাৱনিৰে পুনৰ সুধিলে, "তেওঁলোকে জানে ?"

"কৰ্ণেলৰ ঘৈণীয়েকে তোমাৰ মালৈ দিয়া চিঠিত সকলো লিখিছে"—তাই মিঠা মাতেৰে উত্তৰ দিলে।

"কৰ্ণেল নিজেই নেজানে দেখোন ?" সি আচৰিত হৈ সুধিলে। "ইয়াত থিয় নহবা এলেন ; মানুহবোৰে কিদৰে চাব লাগিছে ?"

সি লৰালৰিকৈ আগবাঢ়িলে আৰু তাই তাৰ লগ ধৰিবলৈ বেগাই খোজ পেলাব ধৰিলে। তাইৰ হাঁহি উঠিল, ক'লে, "সেইদৰে দৌৰিবও নেলাগে। কৰ্ণেলে কি নেজানে বাৰু ?"

সি খোজ পাতলাই দিলে আৰু কৈ গ'ল, "মই জোচুক বিয়া কৰাইছো। তোমাৰ বাহিৰে কোনেও নেজানে। তুমি জানিব লাগিব কাৰণ এই বিয়াত তুমি সহায়ো কৰিব লাগিব। কিওটোলৈ

পোনেই গৈ মই বিয়াখনকে পাতি পেলালো বুজিছা, যাতে আমাৰ বিচ্ছেদ হব নোৱাৰে। মোক ছুটী দিয়াৰ অৰ্থ মই বুজিছিলো, জোচুক পাহৰি যাবলৈ ই এটি বুধি আছিল আৰু সেই বাবেই সেই তিৰোতাজনীয়ে মালৈ চিঠি দিছিল।”

তাৰ খণ্ড উঠিছিল। আৰু তালৈ চাই চিনথিয়াৰ লাজ আৰু অপমানত মূৰ দোঁ খাইছিল। সি বাৰু কিয় বিদেশলৈ গৈছিল আৰু বিদেশী তিৰোতা বিচাৰিছিল ? আমেৰিকাত থকা তাইৰ দৰে শ শ গাভৰুৰ কি অৱস্থা হব তেনেহলে ? বিদেশী ছোৱালীবোৰে সিহঁতৰ নিজৰ দেশৰ ডেকাবোৰক বিয়া নকৰে কেলেই ?

এলেন যে তাইৰে আছিল! তাক জোৰ কৰি বিদেশলৈ নপঠোৱা হলে ইমান পৰে সিহঁতৰ বিয়াই হৈ গ'লহেতেন! আৰু তাই এতিয়া কেনেডী ভৱনত বাস কৰিলেহেতেন! ইমান ধুনীয়া তাৰ গাৰ গঠন, ইমান ওখ! তাই নিজতকৈ চুটি পুৰুষক কেনেকৈ বিয়া কৰাব ? তাই মূৰটো গৰম হোৱা যেন পালে। নহয়, তাই এলেনৰ মাকৰ ফলীয়া হব। তেতিয়া হলে জাপানী ছোৱালীজনীৰ আমেৰিকালৈ অহা বাট বন্ধ হব।

এলেনে লাহে লাহে কৈ গ'ল, “মই তাইক ইয়ালৈ আহিবলৈ মাতি পঠাম। ভাগ্য ভাল তাই আমেৰিকাৰে নাগৰিক। তাই ইয়াতে জন্মিছিল চিনথিয়া ? পোন্ধৰ বছৰ বয়সলৈকে তাই জাপান দেখাই নাছিল, ইয়াৰে স্কুলত পঢ়িছিল। ইংৰাজীও শুদ্ধকৈ কব পাৰে।”

“মই ভাবিছিলো জাপানী ছোৱালী বিয়া কৰোৱা সহজ নহয়”—চিনথিয়াই ক'লে। মূৰত ওলমি থকা টুপীটোৰ তলত তাই মিচিকিয়াই হাঁহিছিল আৰু চাৰিওফালে চকু পেলাই গৈ আছিল। চিনাকি চেহেৰাৰ মানুহ পালে দূৰৈৰ পৰাই হাতজোকাৰি সম্ভাষণ জনাইছিল। সিহঁতৰ প্ৰায়েই গতিৰোধ হৈছিল বাটত লগপোৱা চিনাকি মানুহক মাতবোল দিওঁতে। এজুন ছোৱালী এনেতে

সিহঁতক দেখি আনন্দত জপিয়াই উঠিল, "এলেন কেনেডী, নহয় জানো ?" ক্লাবলৈ ওলোৱা আন এটি বাংগালী গাভৰুৰ দলে চিনথিয়াক বেৰি ধৰিলে, "আমি ভাবিছিলো তোমাক আজি ক্লাবত দেখিবলৈ নেপাম চিনথিয়া ?"

"তোমালোকৰ গাত দোষ নাই,"—অন্তৰৰ দুখ প্ৰকাশ নকৰাকৈ তাই উত্তৰ দিলে। "এলেনে মোক এটি অদ্ভুত বাতৰি দিছে ; তেওঁ হেনো ঘৰলৈ অহাৰ আগেয়ে ধুনীয়া জাপানী ছোৱালী এজনী বিয়া কৰাই আহিছে।"

সিহঁতৰ ক'লা পৰি যোৱা অন্তৰ ঢাকি বাহিৰত প্ৰশংসাৰ বাণী জাউৰিয়ে জাউৰিয়ে উচ্চাৰণ হব ধৰিলে, "ওহ্ এলেন! কি আচৰিত!"

"কোৱাচোন বাৰু ছোৱালীজনীৰ কথা আমাকো ?"

"তোমাৰ হাতত ফ'টো আছেনে ?"

চিনথিয়াৰ প্ৰতি তাৰ খঙ উঠিল, "তোমাক এইদৰে বাজ আলিত ঘোষণা কৰিবলৈতো মই কোৱা নাছিলো ?"

তাৰ জেপত জোচুৰ স্কুলীয়া সাজপাৰেৰে সৈতে পুৰনি ফ'টো এখন আছিল। ফ'টোখন বৰ ভাল হোৱা নাছিল, তাইক গহীন গহীন যেন লাগিছিল। কিন্তু তাকে সিহঁতে কেতিয়া উলিয়াই নিলে সি কবই নোৱাৰিলে। পিচত দেখিলে যে ফ'টোখন এজনীৰ হাতৰ পৰা আনজনীৰ হাতলৈ বাগৰি যাব ধৰিছে। সেই গহীন আৰু ধুনীয়া মূখৰ ফ'টোখন দেখি আটায়ে তাক পুতৌ জনালে, "এলেন, ছোৱালীজনী সঁচাকৈ ধুনীয়া।" শেষত মিচিকিয়া হাঁহিৰে ফ'টোখন চিনথিয়াৰ হাতত গুজি দি সিঁহতে গন্তব্যস্থানলৈ খোজ পেলালে।

চিনথিয়াই ফ'টোখন ভালদৰে নিৰীক্ষণ কৰিব ধৰিলে। এলেনে মাত দিলে, "ফ'টোখন ভাল হোৱা নাই, বুজিছা। তেওঁ ইয়াতকৈ

বহুত বেচি ধুনীয়া। বিশেষকৈ জাপানী পোচাকত জোচুক বৰ ভাল দেখি।"

"কিন্তু তেওঁ জানো ইয়াত জাপানী পোচাক পিন্ধিব পাৰিব? আৰু পিন্ধিলেও জানো দেখিবলৈ আপচু নেলাগিব?"

"মিছা নহয় অৱশ্যে"—এলেনে কলে আৰু চিনথিয়াৰ হাতৰ পৰা ফ'টোখন আনি নিজৰ জেপত ভৰাই ললে।

কিছুপৰ গৈ থকাৰ পিচত চিনথিয়াই সুধিলে, "তোমালোকৰ বিয়া কেনেকৈ হ'ল নকলা দেখোন?"

"আমাৰ বিয়া বৌদ্ধ মন্দিৰত সম্পন্ন হ'ল। তেওঁলোক বৌদ্ধধৰ্মী।"

"হয়নে? কোৱাচোন বাৰু আমাৰ সৈতে মিলেনে?"—চিনথিয়াই কৌতুহলী দৃষ্টিৰে প্ৰশ্ন কৰিলে।

"ঠিক নিমিলে। হলেও সকলো ধৰ্মৰ মূল কথাবোৰ একেই। লগত আছিল এজন ধৰ্মযাজক, কেইজনমান পুৰোহিত আৰু দেৱতাৰ প্ৰতিমূৰ্তি।"

"দেৱতা?"

"কেথলিক সকলৰ নিচিনা প্ৰতিমূৰ্ত্তি। সেইবুলি তেওঁলোকে মূৰ্ত্তিপূজা নকৰে। কিন্তু ভগবান বা আন কোনো মহাপুৰুষৰ প্ৰতি মনটো নিবিষ্ট কৰিবলৈহে মূৰ্ত্তিবোৰ ব্যৱহাৰ কৰে।"

"তোমাৰ সঙ্কল্পবোৰ ঠিক আমাৰ দৰেই কৰিছানে?"

"এটাইবোৰ সঙ্কল্পই মই শপত খাই গ্ৰহণ কৰিছো।"—তাৰ উত্তৰত দৃঢ় মনোবলৰ পৰিচয় ফুটি ওলাইছিল।

কিন্তু সি আচৰিত হৈছিল তাই ইমানবোৰ কথা কিয় সুধিব ধৰিছে?" সঁচাকৈ তাই জানো তাৰ বন্ধুৰ কাম কৰিব? সি সুধি পেলালে, "সেই ছোৱালীজাকৰ আগত কৰলৈ তোমাক বাৰু কিহে পাইছিল? সিহঁতে এতিয়া গোটেই চহৰখনতে প্ৰচাৰ কৰি ফুৰিব।"

"সেই কাৰণেই মই উলিয়াইছিলো।"—তাইৰ কথাত অকণো চঞ্চলতা নাই। "যিমান সোনকালে ই প্ৰচাৰ হয় সিমানেই ভাল। বাৰু, বিদায় এলেন। মই সৌ দোকানতে সোমাম। তুমি যাবা জানো?"

তেনেহলে তাই আৰু তাৰ বন্ধু নহয়!

* * * *

জোচুৱে এলেনৰ পৰা প্ৰথম চিঠিখন পালে। তাই পুনৰ কলেজলৈ গৈছে। বিয়াৰ কথাটো দেউতাকে বাহিৰত সমুলি প্ৰচাৰ হবলৈ দিয়া নাই। চিঠিখন পিয়নে মাকৰ হাতত দি গৈছিল। মাকে বুজিছিল ক'ৰ পৰা অহা চিঠি। সেয়ে দেউতাকক দেখুৱাইছিল, জোচু তেতিয়া ঘৰত নাছিল! দুদিন চিঠিখন দেউতাকে তাইক দিয়া নাই। মাটচু পৰিয়ালৰ এই কেইদিন তেওঁ সঘনে যাবলগীয়া হৈছে। মিঃ মাটচুৰ 'গল ব্লাডাৰ' অসুখটো আকৌ বেচি হৈছে। কবৰীয়ে অনবৰত দেউতাকক শুশ্ৰূষা কৰি আছে। এতিয়া অৱশ্যে তেওঁ বহুত সুস্থ। সেয়ে সিদিনা কৃতজ্ঞ অন্তৰেৰে ডাক্তৰক কৈছিল, "আপোনাৰ বাবে মই জীৱন ফিৰাই পাইছো।"

ডাক্তৰে উত্তৰ দিছিল, "সেইবোৰ কি কথা কৈছে? মই মাথোন মোৰ কৰ্তব্য কৰিছো।"

"ওহোঁ, তাতকৈ বেচি কৰিছে—বহুত বেচি"—মিঃ মাটচুৱে দোহাৰি ক'লে।

ডাক্তৰ চাকাইৰ মনটো অলপ ভাল লাগিল। অলপ পৰ কিবা ভাবি মিঃ মাটচুক সুধিলে, "আপোনাৰ এটি উপদেশ লাগে। ছোৱালীজনীলৈ চিঠি এখন আহিছে আমেৰিকাৰ পৰা। আজি দুদিন মোৰ হাততে আছে। চিঠিখন বাৰু তাইক নিদিলে কিবা দোষ হব নেকি? কাৰণ তাইৰ মঙ্গলৰ বাবেই সেই মাৰ্কিন লোক-জনৰ পৰা মই তাইক আঁতৰাই ৰাখিব খোজো। আপুনি বুজিছেই নিশ্চয়। মোৰ দৰে তায়ো আমেৰিকাত গৈ সুখী হব নোৱাৰে।"

মিঃ মাটচুরে অলপ চিন্তা কৰিলে এজন বন্ধুৰ প্ৰতি থকা আন্তৰিক সহানুভূতিৰে সৈতে। তেওঁৰ এতিয়া আৰু সেই ছোৱালীজনী ঘৰলৈ আনিবলৈ অকণো আগ্ৰহ নাই। কাৰণ বিয়া সিহঁতৰ হৈ গৈছে, দাম্পত্য জীৱনৰ সোৱাদ তাই এজন ডেকাৰ সৈতে উপভোগ কৰিছে। তেনে স্থলত সেই ছোৱালী তেওঁৰ ল'বাৰ বাবে উপযুক্ত নহব। তেওঁ ক'লে, "মোৰ মতে চিঠিখন ছোৱালীজনীক দিয়াই ভাল। যিয়েই হওক আপোনাৰ জোৱালী তাই আৰু তাইৰ সৈতে সময়োচিত সম্বন্ধ এটা ৰখাই ভাল।"

ডাঃ চাকায়ে লাহেকৈ মূৰ দোঁৱালে।

মিঃ মাটচুৰে এনেতে আলোচ্য বিষয় সলনি কৰি তেওঁৰ ঘৰটো নতুনকৈ সজা আঁচনিৰ বিষয়ে ডাক্তৰৰ মতামত সুধিলে।

সিদিনা নিশা শুবলৈ যোৱাৰ আগেয়ে জোচুৰে যেতিয়া তাইক দেউতাকক মাত লগাবলৈ আহিল, দেউতাকে টেবুলৰ ড্ৰ'ৱাৰটি খুলি চিঠিখন তাইক দিলে, "এয়া তোমাৰ চিঠি, তুমি নথকাত পিয়নে দি গৈছে।"

তেওঁ নকলে চিঠিখন কেতিয়া আহিছিল, আৰু জোচুৰো সুধিবলৈ ধৈৰ্য্য নাছিল। তেওঁলোক দুয়োলৈ নতশিৰে প্ৰণাম জনাই তাই নিজৰ কোঠালৈ বেগাবেগিকৈ গ'ল। উস্! সেই চিঠিখন! পোনতে তাই খুলিবলৈ মনেই কৰা নাছিল। চিঠিখন তাই দুগালত মোহাৰিলে, বুকুত লৈ সাৱটি ধৰিলে আৰু পিচত ওঠ লগাই চুমা খাবলৈ ধৰিলে। শেষত চকুৰ ওচৰলৈ আনি আখৰবোৰ চাব ধৰিলে। তাইৰ নামটো ইমান স্পষ্টকৈ লিখা আছে 'মিচেচ এলেন কেনেডী', তলতে লিখা আছে জোচু চাকাই আৰু ঠিকনাটো। চিঠিখন আলফুলকৈ বিচনাতে থৈ তাই বাথৰুমৰ পৰা আহিলগৈ।

পিচত শুকান গামোচাৰে হাতমুখ ভালদৰে মচি ললে, নহলে পানী পৰি চিঠিখন যদি নষ্ট হৈ যায়? তাৰ পিচতহে জোচুৱে কেচী

এখনেৰে খামটো অতি সাবধানেৰে কাটি চিঠিখন উলিয়াই ললে। চিঠিখন অতি মৰমেৰে খুলি তাই অতি মনোযোগেৰে পঢ়িব ধৰিলে; প্রতিটি শব্দই ইমান মূল্যবান আৰু ইমান আৱশ্যকীয়! পঢ়াৰ লগে লগে এলেনৰ ভাব মতে অর্থ কৰি যাবলৈ যত্ন কৰিলে। এলেনৰ দীঘলীয়া বিৱৰণীৰ পৰা সেই ঠাই ডোখৰ, আহল বহল ঘৰটো আৰু তাত থকা কোঠাবোৰ, পাহাৰৰ দৃশ্য সমূহ তাইৰ চকুত জলজলকৈ ভাহি উঠিব ধৰিলে। চিঠিখন তাই এবাৰ পঢ়িয়ে ক্ষান্ত নাথাকিল। তাত লিখিছে যে এলেনৰ মাক-দেউতাক ভালেই আছে তেওঁলোকক তেতিয়ালৈকে সি তাইৰ কথাটো কোৱা নাই। অৱশ্যে তাই চিন্তা কৰিবলগীয়া একো নাই। তেওঁলোক তাইৰ প্ৰতি মৰমিয়াল হবৰ বাধ্য, তাই মনতে ভাবিলে; পোনতে তেওঁলোকৰ একমাত্ৰ ল'ৰা এলেনৰ বাবে আৰু পিচত তাইৰ নিজৰ আচাৰ ব্যৱহাৰৰ কাৰণে।

অবশেষত তাই লেম্পটো নুমালে আৰু লেপৰ তলত সোমাই পৰিল। চিঠিখন বুকুৰ মাজত সুমুৱাই তাই বহুত পৰ নীৰৱে চকুপানী টুকিলে। তাই তাৰ পৰা ইমান দূৰৈত। ই-মা-ন অকলশৰীয়া তাই। অথচ ইমান সুখী!

* * * *

এলেনে আৰু পলম নকৰাকৈ কথাটো জনাই দিয়াটোকে ঠিক কৰিলে। কিন্তু কাক কব প্রথমতে? অভিভাবক বুলিলে মাকৰ কথাই তাৰ মনলৈ আহে। দেউতাক সৰল মানুহ, তেওঁক বুজাবলৈ বিশেষ কষ্ট নহব। তাৰ মনত আছে সৰুতে কিবা প্ৰয়োজন হলে দেউতাকৰ সহায় লৈ সি মাকৰ কাষ চাপিছিল। অলপ ডাঙৰ হলত যেতিয়া দেখিলে যে মাকক কলেহে তাৰ উদ্দেশ্য সিদ্ধি হব পাৰে তেতিয়া দেউতাকক আৰু লগেই নধৰা হ'ল। পঢ়ি থকা কালত এবাৰ মটৰ গাড়ী এখন লওঁতে মাকে তাৰ ফলীয়া হৈ ডাঙৰ উপকাৰ কৰিছিল। এতিয়াও সি তেনে এটি বিপদতে পৰিছে। সি পোনেই

মাকৰ ওচৰলৈ লৰি যাব। অলপ পলম হলেই চাৰিওপিনৰ পৰা টেলিফোন বাজিবলৈ ধৰিব আৰু মাক-পুতেকৰ সম্বন্ধটো ক্ৰমে আঁতৰলৈ ঠেলি পঠিয়াব, কাৰণ সি মাকক তেতিয়াও কথাটো কোৱা নাই।

এটি হুমুনিয়াহ কাঢ়ি সি মাকৰ ওচৰলৈ লৰ দিলে। ওচৰ পাই দেখিলে মাকে ফুলনিত এজোপা ফুলি থকা ফুলৰ চাৰিওকাষটো চিকুনাই দিব লাগিছে। দেখিয়েই সি মন্তব্য কৰিলে, "ঠিক জাপানত থকাবোৰৰ নিচিনাই ফুলবোৰ ডাঙৰ হৈছে মা!"

মাকে জাপানৰ কথাত একো আগ্ৰহ নেদেখুৱালে, মাত্ৰ ক'লে "আমি এটি নাচ পাৰ্টিৰ আয়োজন কৰা উচিত; মই ভাবি আছিলো। সকলোৱে তোমাক লগ পাব খোজে, টেলিফ'ন অনবৰত বাজিবই লাগিছে।"

এলেনে বুকুত সাহ গোটাই আৰম্ভ কৰিলে, "তাৰ আগেয়ে মই তোমাক এটি কথা কৈ থোৱা ভাল। চিনথিয়াই তুমি জনা বুলিয়ে কৈছিল। কিন্তু মোৰ বিশ্বাস তুমি এটাইখিনি নেজানা। কৰ্ণেলৰ ঘৈণীয়েকে তোমালৈ লিখিছিল হেনো।"

মাকে বনবোৰ উঘালি ফুলগছবোৰ চফা কৰাত মন দি থাকিল, আৰু সেইদৰেই উত্তৰ দিলে, "সেই জাপানী ছোৱালীজনীৰ কথা কব খুজিছা?"

"হয় মা।"

"মই সেইটো সঁচা বুলি ভবা নাই। মই বুজিছো কথাটো কেনেকৈ ওলাবলৈ পালে। তুমি তাত মাজে সময়ে অবাটে ফুৰিছিলা। কিন্তু মই ডাঠি কব পাৰোঁ তাত ভাল মাকিন ছোৱালী এজনীও নাছিল। যিয়েই হওক, তুমি ঘৰলৈ আহিছা যেতিয়া......"

"নহয় শুনাচোন মা?"

মাকে মূৰ তুলি চালে। তাৰ মুখখন শেঁতা আৰু শুকান হৈছে।

"কিয় ? কি হৈছে এলেন ?"

"তোমালোকে জোচুৰ সম্বন্ধে ভুল ধাৰণা কৰিছা। 'জোচু' সেই ছোৱালীজনীৰে নাম। তাইক মই বিয়া কৰাইছো।"

"এলেন কেনেডী !" এইদৰেই মাকে তাক চিঞৰিছিল—তাৰ মনত পৰিল; সি যেতিয়া কেচুৱা আছিল, যেতিয়া দুষ্টালি কৰি মাকক বুকুতে কামুৰি দিছিল, খেলৰ পুতলাবোৰ খণ্ডত যেতিয়া সি দলিয়াই পেলাইছিল, মাকৰ বাধা সত্বেও স্কুলত মালযুজ কৰিছিল, মাকৰ পৰা পইচা চুৰি কৰিছিল, প্ৰথম চিগাৰেট খোৱা অভ্যাস কৰিছিল আৰু সময়ে সময়ে নাচগানত যোগ দি মদৰ নিচাৰে ঘৰলৈ উভটিছিল।

"আমি সঁচাই বিয়া কৰাইছো মা !" সি ক'লে। "মই তোমাৰ বোৱাৰীক এতিয়া ঘৰলৈ আনিব খোজোঁ।"

মাকে হাতৰ পৰা খন্তিখন থলে আৰু হাত মোজাযোৰ খুলি পেলালে। পিচত তাক ক'লে, "ঘৰৰ ভিতৰলৈ ব'লা, কথাটো ভালদৰে আলোচনা কৰোঁগৈ।"

"আলোচনা কৰিবলৈ আৰু কি আছে মা ? কাম দেখোন সমাধা হৈয়ে গ'ল।" তথাপি সি মাকৰ পিচে পিচে খোজ ললে আৰু চিমনিৰ কাষতে মাকৰ ওচৰত বহিলগৈ। চিমনিত হলে জুই নাই।

"এতিয়া আচল কথাটো কোৱা" মাকে দাবী কৰিলে। এলেনৰ খঙ উঠিল। নিজৰ ওপৰতো আৰু মাকৰ ওপৰতো। এই ধৰণেই সৰুৰে পৰা মাকে তাক কিমান তিৰস্কাৰ কৰিছিল ঠিক এই কোঠালৈকে মাতি আনি। প্ৰত্যেক বাৰেই সি ক্ষমা খুজিছিল আৰু আগলৈ তেনে কাম নকৰোঁ বুলি শপত খাইছিল। মাকৰ খং, বেজাৰ আৰু ক্ষমা আৰু পিচত মাকক সন্তুষ্ট কৰিবলৈ কৰা তাৰ ভাল ল'ৰা হোৱাৰ প্ৰতিজ্ঞা এটাইবোৰ এক লানি নিছিগা ঘটনাৰ সোঁতৰ দৰে তাৰ মানস পটত জিলিকি উঠিল।

সি মনতে ঠিক কৰিলে যে সেই পথেৰে সি আৰু বাট নুবুলিব। সি স্পষ্ট ভাষাত তাৰ মনৰ কথা কৈ দিব। যদি মাকে তাক ঘৰত থাকিবলৈ নিদিয়ে, কোনো খেদ নাই। বহল পৃথিৱীখন তাৰ সন্মুখত পৰি আছে।

কিন্তু মাকৰ প্ৰকৃতি এইবেলি বেলেগ দেখিলে। সি সকলো কথা বিবৰি কলে। কেৱল কব নোৱাৰিলে তাৰ অতি গোপনীয় আৰু অতি পৱিত্ৰ—জোচুৰ সৈতে কটোৱা—সেই দুনিশাৰ পাহৰিব নোৱাৰা মুহূৰ্ত্তকেইটিৰ কথা। মাকে শুনি গৈছিল। খঙ প্ৰকাশ কৰা নাছিল যদিও সি মাকৰ বিচলিত হোৱা চেহেৰা লক্ষ্য কৰিছিল। সেয়ে সি অতীষ্ঠ হৈ পৰিছিল। মাকৰ খঙ উঠা হলেই সি সুখী হ'লহেঁতেন। কিয়নো সিও খঙত আৰু কেইটিমান কথা শুনাবলৈ সাহস পালেহেঁতেন।

"জোচুক ভাল পাবলৈ তোমাকো সৰহপৰ নেলাগিব"—অৱশেষত এলেনে অনুনয়ৰ সুৰত কলে। "প্ৰকৃততে তাই জাপানী ছোৱালীৰ নিচিনা নহয় মা। তাই শুদ্ধকৈ ইংৰাজী কব পাৰে আৰু আমাৰ ৰীতি নীতিও জানে।"

"কিন্তু তাইৰ তেজ সম্পূৰ্ণ ভাবে জাপানী বুলি তুমি নোকোৱানে?"

"কওঁ, কিন্তু ইয়াকো কওঁ যে তাইৰ জন্ম হৈছিল কালিফ'ৰ্ণিয়াত।"

"হলেও দেখিবলৈ তাই ঠিক জাপানী ছোৱালীৰ দৰেই।"

"সেই বুলি তাইৰ ৰং ক'লা নহয়, মা?"

"মই ডাঠি কব পাৰো সিহঁত বগা নহয়" মাকে প্ৰায় গৰ্জি উঠিল।

এলেনে ইয়াৰ উত্তৰ দিব পৰা নাছিল। ক্ষন্তেকৰ বাবে দুয়ো নীৰৱ। পিচত মাকে আৰম্ভ কৰিলে, "ইমান আচৰিত কথা। সৌ সিদিনালৈকে আমি জাপানীৰ বিপক্ষে যুদ্ধ কৰিছো। সিহঁত আমাৰ শত্ৰু। আৰু এতিয়া তুমি কব লাগিছা সেই জাপানী ছোৱালী এজনী মোৰ ঘৰত ঠাই দিব লাগে?"

"মা, তোমাৰ মন মই বুজিছো। ময়ো সেইদৰে ভাবিছিলো, তোমাৰ আগত মিছা নকওঁ। কিন্তু জোচুক লগ পোৱাৰ পিচত সেই ভাব আৰু নেথাকিল। হয়তো অইন সাধাৰণ জাপানী ছোৱালী হোৱা হলে মোৰ মতৰ পৰিবৰ্তন নহ'লহেতেন। কিন্তু জোচু এজনী অসামান্যা ছোৱালী। মোৰ মনৰ সৈতে এনে মিল থকা ছোৱালী মই ক'তো পোৱা নাই, মা। অৱশ্যে দেউতাকে মই শ্বেতবৰ্ণৰ হোৱা বাবে জোঁৱাই হিচাপে লবলৈ টান পাইছিল—ঠিক তোমাৰ নিচিনাই। কিন্তু মাকজনী বৰ ভাল, বৰ মৰমিয়াল।

জোচুৰ মাক-দেউতাকৰ কথাত মিচেচ কেনেডীয়ে অকণো আগ্ৰহ নেদেখুৱালে। এলেনে কিলাকুটি দুটা আঠুৰ ওপৰত থৈ অলপ মাকৰ ওচৰলৈ হালি বহিল আৰু মাকৰ হাঁহি মুখ দেখিবলৈ উদগ্ৰীৱ হৈ পৰিল।

মাকৰ চকু তাৰ ওপৰত পৰিল, ক'লে, "যদি তুমি কোৱাৰ দৰে কামটো শেষ হোৱা বুলি......"

"কামটো হৈ গৈছে" এলেনে জোৰ দি ক'লে।

"তেন্তে কথা হ'ল ‥; তেন্তে একেটা মাত্ৰ উপায় হ'ল......"

"কি উপায় মা?

তেওঁ আৰু কব নোৱাৰিলে, "নাই। একো নহয়। ই মোৰ মূৰ্খামি হব।

"কিন্তু, মা—"

মাকে এইবেলি কান্দোন ৰোধ কৰিব নোৱাৰিলে, "নহয় এলেন, মোক অলপ অকলে ভাবিবলৈ দিয়া। মই দেউতাৰাক কব লাগিব। তেখেতে বৰ দুখ পাব। আমি ভাবিছিলো—তোমাৰ বিয়া ইয়াতে পাতিম, হয়তো চিন্থিয়াৰে সৈতে। আমাৰ নাতি-নাতিনীবোৰে এই বিৰাট ঘৰটোত উমলি দৌৰি ফুৰিব। ইমান ডাঙৰ ঘৰ! মই মোৰ প্ৰয়োজন অনুসৰি ল'ৰা-ছোৱালীৰ মাক হবলৈ নেপালো, তুমি জানাই।"

"ল'ৰা-ছোৱালী এতিয়াও হব মা।" সি সান্ত্বনা দিবলৈ আৰম্ভ কৰি পিচত ভুলটো বুজিলে। কাৰণ মাকৰ তেতিয়া আৰু কথা শুনিবলৈ ধৈৰ্য্য নাই।

"ওহোঁ, নহয় এলেন!" মাকে আৰু কথা কব নোৱাৰিলে উচুপি উচুপি তেওঁ এলেনৰ গাতে হালি পৰিল। সি "মা!" বুলি চিঞৰি উঠিল, কিন্তু তাৰ কোনো কথাই মাকক সান্ত্বনা দিব নোৱাৰিলে। মাকক এইদৰে অধৈৰ্য্য হৈ কন্দা কাহানিও সি দেখা নাই। তাৰ গাত টোপ টোপ কৈ পৰা মাকৰ সেই চকুপানী যে আত্মৰক্ষাৰ বাবে নহয় তাকো সি জানিছিল। সি মাকৰ হাতত ধৰি লাহে লাহে ক'লে, "মা তেনেখন নকৰিবা। সময়ত তুমি সকলো বুজিবা।"

এনেতে তাৰ গাৰপৰা এৰা দি মাক নিজৰ কোঠালৈ লৰি গ'ল।

মিঃ কেনেডীয়ে প্ৰাতঃভ্ৰমণৰ সামৰণি মাৰি যেতিয়া আহি পদূলি-মূখ পালে ভিতৰত এক অশান্ত পৰিস্থিতিৰ বাতাবৰণ তেওঁ অনুভৱ কৰিলে। প্ৰাতঃভ্ৰমণৰ অভ্যাসটো তেওঁ দেউতাক ঢুকোৱাৰ পিচৰ পৰাই কৰিছে। প্ৰচুৰ সম্পত্তিৰ মালিক আছিল তেওঁৰ দেউতাক। ৰাতিপুৱা ফুৰি আহোঁতে তেওঁ জনচেৰেক বন্ধুৰ ঘৰত সোমাবই। অৱশ্যে কথা কোৱাতকৈ শুনে তেওঁ সৰহ। গতিকে সেই অঞ্চলৰ খবৰ পাতি ৰখা বেচ অভিজ্ঞ লোক বুলি সকলোৱে তেওঁক মান কৰে। কংগ্ৰেছ আনকি চিনেটৰ সভ্য হবলৈও তেওঁৰ যোগ্যতা আছিল। কিন্তু নিজৰ মত বা যুক্তি লোকৰ ওপৰত জাপি দিয়াটো তেওঁ পচন্দ নকৰিছিল। অইন পৰিয়ালত জন্ম হোৱা হলে হয়তো দৰ্শন শাস্ত্ৰৰ অধ্যাপক বা কৰি হিচাপেও খ্যাতি লাভ কৰিলেহেতেন। কিন্তু শান্তপ্ৰকৃতিৰ মানুহজনে এইদৰে নীৰৱে থাকি বেচ আৰামত জীৱন যাপন কৰিছিল।

মিঃ কেনেডীয়ে ঘৰ সোমাই তেওঁৰ টুপী, লাখুটি আৰু কোটটো

হেঙাৰত থব পাৰিছেহে মাথোন, এনেতে ওপৰ মহলাৰ পৰা কোনোবা লৰি অহা শব্দ শুনিলে। তেওঁ ঠিকেই অনুমান কৰিছিল এলেনৰ ভৰিৰ শব্দ বুলি।

কোঠাটোৰ দুৱাৰ মুখ নৌ পাওঁতেই সি ব্যস্তভাবে ক'লে, "দেউতা আপুনি আহি পোৱা দেখি ৰক্ষা পালো। আপোনাক ক'লৈ বিচাৰি যাম তাকে ভাবিছিলো। মোৰ ভয় হৈছে মাক বৰ ডাঙৰ আঘাত দিয়া হ'ল। তেওঁ শোৱা কোঠাত সোমাই ভিতৰৰ পৰা দুৱাৰ বন্ধ কৰি পেলাইছে।"

সেইদৰে বন্ধ কৰা দুৱাৰে কিহৰ সঙ্কেত দিযে মিঃ কেনেডীয়ে জানে। পিতা পুত্ৰই দুযো দুয়োলৈ এবাৰ চালে।

"মই আপোনাক কেনেকৈ কওঁ ভাবি পোৱা নাই"—এলেনে ক'লে।

"সম্ভৱ কথাটো মই ঠিকেই ধৰিব পাৰিছো"—মিঃ কেনেডীয়ে যোগ দিলে। পিচত বহি লৈ ক'লে, "খবৰটো এদিন নহয় এদিন পাম বুলি ঠিকেই ভাবিছিলো। জাপানত তোমাৰ এটি গোপন সম্বন্ধৰ কথা আমি কিছুদিনৰ পৰা শুনিছো! কৰ্ণেলে—"

এলেনে আৰু ধৈৰ্য্য ধৰিব নোৱাৰিলে; সি কৈ পেলালে—"দেউতা, মাক বিচলিত কৰিছে মই জোচু চাকাইক বিয়া কৰোৱা বাতৰিটোৱে।"

মিষ্টাৰ কেনেডীয়ে আৱামী চকিত বহি ওপৰলৈ মূৰ কৰি দীঘল ডাড়ি কোচা মোহাৰি আছিল। চকুহাল তেতিয়া প্ৰায় মুদ খাই যায়। সাধাৰণ তৰপৰ কথাবতৰা তেওঁ সেইদৰে পাতিয়ে ভাল পায়। মনটো অস্থিৰ হলে বা কিবা গধুৰ আঘাত পালে চকুৰ পতা মেল খায়। ল'ৰাৰ উত্তৰ শুনি তেওঁৰ চকু থিয় হ'ল।

"বোপা! তুমিতো আমাক জনাব পাৰিলাহেতেন?" অভিযোগৰ সুৰত দেউতাকে সুধিলে।

"ইমান সোনকালে বিয়াখন হব বুলি ময়ো ভবা নাছিলো"—এলেনে উত্তৰত ক'লে। "হঠাৎ মনত খেলালে যে পলম কৰা উচিত নহব। মোৰ বিশ্বাস মই ভুল কৰা নাই। পৰিয়ালটো সম্ভ্ৰান্ত বংশৰ। ততুপৰি অইন পথ আছিল যদিও মোৰ বাবে সি গ্ৰহণযোগ্য নহয়। হব পাৰে—মই যিটো উচিত বুলি ভাবিলো—তাক ইমান দ-কৈ ভাবিলো যে মোৰ মগজুৱে আৰু অইন কথা ভাবিবই নোৱাৰিলে।"

মিঃ কেনেডীয়ে একো উত্তৰ নিদিলে। পিতা-পুত্ৰৰ সম্বন্ধটো অতি ঘনিষ্ঠ আছিল, তাত উত্তেজনাৰ অৱকাশ সমূলি নাছিল।

"ছোৱালীজনী কেনেকুৱা?"—তেওঁ মাত্ৰ ইমানকে সুধি হাত-দুখন চকিৰ ওপৰত অসহায় ভাবে মেলি দিলে।

"মায়ে এবাৰ দেখিলে নিশ্চয় পচন্দ কৰিব"—এলেনে যুক্তিৰ অৱতাৰণা কৰি ক'লে। "মই সঁচাই কৈছো দেউতা জোচুক পোৱা বাবে মই নিজকে ভাগ্যবান বুলি ভাবিছো। আমি প্ৰথম দৃষ্টিৰ পিচতে ইজনে আনজনলৈ আকৃষ্ট হৈ পৰিলো। জোচু বেচ ধুনীয়া ছোৱালী তাত অলপো সন্দেহ নাই।"

"কিমানদিন আগৰ পৰা ছোৱালীজনী তোমাৰ পৰিচিত?" দেউতাকে প্ৰশ্ন কৰিলে।

"বেচিদিনৰ পৰা নহয়। হলেও এই কম সময়ৰ ভিতৰতে মই ভালকৈ তেওঁক চিনি উলিয়ালো।"

পিচত সি থিয় হ'ল আৰু কোঠাৰ ভিতৰতে দুই এখোজকৈ অহা-যোৱা কৰি কৈ গ'ল কেনেকৈ, ক'ত জোচুক প্ৰথম লগ পাইছিল, কেনেকৈ তাই তাৰ সকলো কল্পনা আৰু আকাঙ্ক্ষাৰ সৌধ ৰচিলে আৰু উভয়ে উভয়ৰ প্ৰতি নিবিড়ভাৱে আকৃষ্ট হৈ বৌদ্ধ মন্দিৰত গৈ বিবাহ সম্পন্ন কৰিলে। জাপানত সুদীৰ্ঘ তিনি বছৰ চাকৰি কৰিও যে জোচুৰ দৰে ছোৱালী সি লগ পোৱা নাছিল, কথা-প্ৰসঙ্গত তাকো উলিয়ালে।

মিঃ কেনেডীয়ে কেৱল শুনি গৈছিল। পুত্ৰৰ প্ৰত্যেকটি কথাকে তেওঁ উপলব্ধি কৰিছিল। পিচত ক'লে, "তোমাৰ মাৰাই এইটো পচন্দ নকৰিব। বিয়া নকৰোৱা হলে বেলেগ কথা আছিল। কিন্তু শ্বেতবৰ্ণৰ বাহিৰে অইন ছোৱালীক বোৱাৰী হিচাপে গ্ৰহণ কৰিবলৈ তেওঁ ৰাজী নহব। বাৰু, মই এতিয়া ওপৰলৈ যোৱাই ভাল।" এই বুলি তেওঁ গহীন গহীনকৈ খোজ পেলাই ওপৰ মহলালৈ যাব ধৰিলে আৰু স্ত্ৰীৰ শোৱা কোঠাৰ দুৱাৰত টক্ টক্ কৈ শব্দ কৰিলে, "দুৱাৰখন মেলা চুগাৰ!"

অলপ পিচত দুৱাৰখন মেল খালে। মিঃ কেনেডী ভিতৰলৈ সোমাই গ'ল। স্ত্ৰীক শোৱা পাটীৰ পৰা তুলি ললে, লগে লগে মূৰটো তেওঁৰ বুকুত হালি পৰিল। চুলিবোৰৰ ওপৰত তেওঁ মৰমেৰে হাতফুৰাই দিব ধৰিলে।

"সি ক'লেনে তোমাক?" মিচেচ কেনেডীয়ে সুধিলে।

"এৰা, চুগাৰ।"

"আমি কি কৰিম এতিয়া?"

"মই দেখোন আগৰে পৰাই কৈছো আমি একো নকৰাই ভাল। ঘটনাবোৰে নো কি গঢ় লয় তাকে চোৱা যাওক।"

"কিন্তু সি যে তাইক ইয়ালৈকে লৈ আহিব?"

"আমি আহিবলৈ দিবই লাগিব।"

"ওহোঁ, মই নিদিওঁ।"

"বাৰু, তুমি নিদিলা। সি তেতিয়া আমাক এৰি অইন ঠাইত গৈ বসতি কৰিব।"

মিচেচ কেনেডীয়ে স্বামীৰ গাৰ পৰা আঁতৰি আহিল। কোঠাৰ ভিতৰতে দুই-এখোজকৈ বুলি তেওঁ ৰুমাল উলিয়াই কপালখন মচিব ধৰিলে আৰু মূৰটো বিষোৱা বুলি আপত্তি জনালে। মিঃ কেনেডী কোঠাত থকা একমাত্ৰ চকিখনত বহি পৰিল আৰু সহানু-

ভূতিৰে পৰিবাৰলৈ চালে। পিচত সান্ত্বনা দিবলৈ ক'লে, "তোমাৰ নিচিনা তিৰোতা এগৰাকী এইটো কথাত ইমান অধৈৰ্য্য হোৱা উচিত নহয়, চুগাৰ। তোমাৰ মন মই ভালদৰে বুজিছো। মোৰো যে তেনে ভাব নহয়, সেইটো নেভাবিবা। চিন্‌থিয়াৰ দৰে ছোৱালী এজনী আমাৰ নাতিহঁতৰ মা হোৱা হলে সুখৰ কথাই আছিল। কিন্তু আমাৰ ল'ৰাই বিচাৰে অইন এটি আৰু সেইমতে সি ভালেখিনি আগো বাঢ়িলে। আমি তাক স্বীকাৰ কৰিবই লাগিব আৰু তাতে কিদৰে কৃতকাৰ্য্য হব পাৰি তাৰ ব্যৱস্থা উলিয়াব লাগিব।"

মিচেচ কেনেডীয়ে মন দি শুনিছিল। হাতেৰে অৰণ্যে তেওঁ ৰুমালখনত গাঁথি দি আৰু সোলোকাই এনেযে কিবাকিবি কৰি আছিল। কেৰোঁৱা চুলিটাৰি গাল আৰু মুখলৈ ওলমি আহি তেওঁক বেচি ধুনীয়া কৰি তুলিছিল।

"ই কেনেকৈ সম্ভৱ হব?" তেওঁ দাবী কৰিলে। "বিয়া কেৱল দুজন মানুহৰ মিলনেই নহয়। তাৰ জৰীয়তে এখন সংসাৰ তৈয়াৰ হব। তেনেহলে কোৱা সিহঁতৰ সতি সন্তান হব নোৱাৰে, কেতিয়াও হব নোৱাৰে।"

মিষ্টাৰ কেনেডীয়ে কোনো উত্তৰ দিয়া নাছিল। তেওঁ জানিছিল পৰিবাৰৰ যুক্তিৰ তাৎপৰ্য্য। আধা মাকিন আধা জাপানী ল'ৰা-ছোৱালীবোৰ তেওঁলোকৰ ঘৰত দৌৰি ফুৰা দৃশ্যটো কল্পনা কৰিলেই গা শিহঁৰি উঠে। "হয়তো সিহঁতৰ ল'ৰা-ছোৱালী নহবও পাৰে।"— তেওঁ শেষত লাহেকৈ ক'লে।

"সিহঁতৰ হবই।" মিচেচ কেনেডীয়ে তপৰাই মাত দিলে। "সেইবোৰ দেশৰ জন্মসংখ্যা বৃদ্ধিৰ হাৰৰ কথা কিতাপত পঢ়া নাই জানো? প্ৰাচ্যৰ তিৰোতাবোৰে এন্দুৰ নিগনিৰ দৰে সন্তান জন্ম দিয়ে। নাই, ইয়াক বাধা দিবই লাগিব।"

মিঃ কেনেডীয়ে এই আলোচনাত যোগ দিব নোৱাৰি ক্লান্তি আৰু

অবসাদেৰে বহি থাকিল। মিচেচ কেনেডীয়ে পুনৰ আৰম্ভ কৰিলে, "এলেনক এইবোৰ বুজাই তাক প্ৰকৃত বাট দেখুৱাই দিব লাগিব। তাক বুজাব লাগিব যে সিহঁতব এই সম্বন্ধটো একোপধ্যে মানি লব নোৱাৰি।"

"কিন্তু যদি তাব বিযা হৈ গৈছে?" দেউতাকে সোঁৱৰাই দিলে।

"সেই বিবাহ বিচ্ছেদ কবাব লাগিব।"

হঠাৎ তেওঁ স্ত্ৰীব মুখ উজ্জ্বল হোবা দেখিলে, মুখত যেন আশাৰ বেঙনি বিবিঙি উঠিছে। ৰুমালখন পেলাই দি তেওঁ ক'লে, "সিহঁতৰ প্ৰকৃত বিযা নহবও পাৰে!"

"চুগাব, তাব মতে সি হোবা বুলি কয।"

"কিন্তু নহবও পাবে। বৌদ্ধধৰ্ম কি বাৰু? ই প্ৰকৃততে কোনো ধৰ্মই নহয। বৌদ্ধ মন্দিব এটা গীৰ্জাব সমকক্ষ হব নোবাবে। তাত মূৰ্ত্তিবোৰহে থাকে। সেই জাপানীবোবে ইযাৰ অজ্ঞতাব পূবা সুবিধা আদায কবিব খুজিছে।"

মিং কেনেডীয়ে সহানুভূতি জনাই ক'লে, "এলেনে সেইবোৰ বুজিবলৈ চেষ্টা নকবিব। তাব যে বিযা হৈ গৈছে তাকেই আমাক বিশ্বাস কবাবলৈ সি লাগি পৰিছে।"

"এতিযাই নহয। সময লাগিব। যেতিযা সি দেখিব তাৰ চেষ্টা সফল নহয তেতিযা বুজিবলৈ বাধ্য হব। সেই বিজাতীয় তিৰোতা গবাকী এই ঘবটোত বা সৰু চহৰখনিত ঘূৰিফুৰা দৃশ্যটো ভাবি চোৰাচোন? কোনে সেইজনীক বাৰু সম্ভাষণ জনাব, কোনেবা নিমন্ত্ৰণ কৰিব এসাজ একেলগে খাবলৈ? তাই আহি ঘব সোমোৱাৰ লগে লগে আমাৰ মান-মৰ্য্যাদা সকলো যাব।"

মিচেচ কেনেডীৰ ক্ষমতা কম নহয। ভালেই হওক বা বেয়াই হওক কৰিম বুলিলে তেওঁ অনেক কৰিব পাৰে। সেয়ে মিষ্টাৰ

কেনেডীয়ে ক'লে, "চুগাৰ, তথাপি মই ভাবোঁ তোমাৰ দৰে তিৰোতা এই চহৰত আছা যেতিয়া তুমি এইটো কৰিব পাৰিবা। ইয়াকে ভাল কৰি লব পাৰিলে মানুহে তোমাকহে শলাগিব।"

মিচেচ কেনেডীয়ে মূৰ জোকাৰিলে। তেওঁ ওঠযুৰি কামুৰি ধৰিলে আৰু দুহাতেৰে মুখখন ঢাকি কবলৈ ধৰিলে, "মই নোৱাৰিম, মই কেতিয়াও নোৱাৰিম। এনেনক ফিৰাবই লাগিব।"

মিষ্টাৰ কেনেডী বহাৰ পৰা উঠিল।

"চুগাৰ, মই মোৰ উপদেশ দিলো। পিচলৈ লাগিলে আৰু দিম। কিন্তু চাবা! তোমাৰ ল'ৰা তুমিয়ে ভালকৈ চিনি পোৱা।" ইয়াকে কৈ তেওঁ বাহিৰৰ কোঠাত আৰামী চকি এখনত দীঘল দি পৰিল; আৰু চিন্তা আৰু অৱসাদৰ পৰা মুক্তি বিচাৰি সুৰাৰ বটলটো ওচৰ চপাই ললে। সেই সকুকৈ জাপানী ছোৱালীজনী তেওঁৰ ঘৰলৈ আহিলেও তেওঁৰ নিজৰ বাবে ভাবিব লগীয়া একো নাই। তাৰ বাবে যদি তেওঁৰ পৰিবাৰ আৰু ল'ৰা সুখী হব নোৱাৰেও তেওঁ অসুখী হোৱাৰ একো কাৰণ নাই। ভাল স্বাস্থ্য, ভাল খাদ্য আৰু ভাল বিচনাখন—এইখিনি থাকিলে তেওঁৰ মনটোৱে সুখ বিচাৰি আৰু ক'লৈকো নেযায়।

তেওঁৰ ইয়াকো ভাবি ভাল লাগিল যে বাতৰিটো প্ৰকাশ হ'ল আৰু স্ত্ৰীয়ে অন্ততঃ তাৰ প্ৰথম প্ৰতিক্ৰিয়া সহ্য কৰিব পাৰিছে। পিচলৈ কি হয় অৱশ্যে তেওঁ নিজেও কব নোৱাৰে। এই বিষয়ে পুনৰ কথা নেপাতি পৰিবাৰে যে নিজৰ আচনি মতে কামত আগবাঢ়ি যাব তাক তেওঁ সহজে অনুমান কৰিব পাৰিছিল। অৱশ্যে ঘৰখনত এটি অনুকূল অৱস্থাৰ সৃষ্টি কৰিবলৈও তেওঁ যত্নৰ ত্ৰুটি নকৰিব। এইগুণ এনেনেও লৈছে মাকৰ পৰা। গতিকে সময় পাৰ হৈ যোৱাৰ লগে লগে ঘৰৰ পৰিস্থিতিও ভাললৈ আহিব বুলি তেওঁৰ বিশ্বাস। হয়তো সেই বিদেশী ছোৱালীজনীও আপোন হৈ যাব পাৰে।

এলেনে তাৰ কোঠাৰ পৰা ওলাই দেখিলে যে দেউতাক আধা টোপনিত ; কাষত খালি বটল আৰু গিলাচটো। তাৰ খোজৰ শব্দত দেউতাকৰ তন্দ্ৰা ভাগিল। চকু অলপমান মেলি দেখিলে যে হাতত চুটকেচ, কোট আৰু টুপী লৈ এলেন ক'ৰবালৈ ওলাই আহিছে।

"মই কেইদিনমানলৈ বাহিৰলৈ যাওঁ"—এলেনে মাত লগালে।

তন্দ্ৰামগন চকুহাল অলপ জোৰকৈ মেলি দেউতাকে মাত্ৰ সুধিলে, "ক'লৈ ?"

"ৱাচিংটনলৈ।"

"কেলেই ?"

"চাকৰি এটি বিচাৰিব লাগিব আৰু ইফালে জোচুক অনাৰ ব্যৱস্থা এটিও পকা কৰিব লাগে।"

"মাৰাক মাত লগাইছানে ?"

"নাই, আপুনিয়ে কব মোৰ হকে। মাত্ৰ কেইদিনমান আঁতৰত থাকিম। কাম এটা ঠিক হলেই ঘৰলৈ আহিম।"

"বাৰু, বোপা !"

তেওঁৰ চকুহাল আকৌ সৰু হৈ আহিব ধৰিলে। এলেনে পুনৰ মাত লগালে, "মা এতিয়া কেনে আছে ?"

"ভাল হৈ যাব"—দেউতাকে টোপনিৰ আমেজতে উত্তৰ দিলে। হুইস্কিয়ে সদায় তেওঁৰ টোপনি আনে।

* * * *

মিচেচ কেনেডী অদৃষ্টবাদী নাছিল। যুক্তিৰে বিশ্বাস নকৰালৈকে কোনো কথাকে তেওঁ সমৰ্থন নকৰিছিল। সেই বাবেই বান্ধৱীবোৰৰ ভিতৰতো অন্তৰঙ্গ সঙ্গী কমেই পাইছিল তেওঁ। কিন্তু মনকৰিবলগীয়া কথা যে সকলোৱে তেওঁক সমানে ভাল পাইছিল আৰু বিশ্বাস কৰিছিল। গিৰীয়েককো তেওঁ মাথোন প্ৰয়োজনীয় খিনিহে কৈছিল, তাতকৈ অধিক জানিব নিদিছিল। মিষ্টাৰ কেনেডীও তাতেই সন্তুষ্ট

হৈছিল। এই স্বেচ্ছাচাৰী তিৰোতা গৰাকীৰ মন আৰু অন্তৰ জানিলে তেওঁ হয়তো শান্তি হেৰুৱাব। মিচেচ কেনেডীয়ে সন্দেহ কৰিছিল অলপতে সন্তুষ্ট হোৱা গিৰীয়েকৰ সবল অন্তৰখনে কিজানি সেই নিৰপৰাধী জাপানী ছোৱালীজনীৰ প্ৰতি সহানুভূতি দেখুৱায়। বাহিৰত এই সহানুভূতি প্ৰকাশ নকৰাকৈও তেওঁ মনে মনে এলেনৰ ফলীয়া হব পাৰে। কাৰণ পুৰুষসকল অধিক ক্ষেত্ৰত প্ৰেমতকৈ তেওঁলোকৰ ইচ্ছাশক্তিৰ দ্বাৰাই প্ৰভাবান্বিত হয়। এই ইচ্ছাশক্তিকে অধিক বলবান বুলি মিচেচ কেনেডীৰ বিশ্বাস। তেওঁৰো অৱশ্যে এই শক্তিৰ অভাৱ নাই।

কেনেডী ভৱনত দিনবোৰ গতানুগতিক ভাৱেই অতিবাহিত হব ধৰিছে। ইতিমধ্যে পৰিস্থিতি স্বাভাৱিক অৱস্থালৈ ফিৰাই অনাত মিচেচ কেনেডী ভালেখিনি কৃতকাৰ্য্য হৈছে। সময়ে সময়ে গিৰীয়েকলৈ তেওঁ মিঠামুখেৰে কোন ধৰে, "আমি সেইটো দকৈ লোৱা নাই নহয়? আমি মাকবোৰে ল'ৰাৰ পৰা কেনেকুৱা কাম আশা কৰো জানা জানো? এইবোৰ হৈছে যুদ্ধৰে কুফল, তাক বাধা দিবা কেনেকৈ? 'আৰু বৌদ্ধ মন্দিৰতে বা কেনেকুৱা বিয়া পাতিছে তাতো ঘোৰ সন্দেহ আছে। যিয়েই হওক সেইবোৰ আলোচনা এতিয়া আমি বাদ দিয়াই ভাল।"

এলেনৰ পৰা মাজে মাজে চিঠি-পত্ৰ আহি আছে। দুপৰীয়া খোৱা টেবুলত বহি মাকে সেই চিঠিবোৰ দেউতাকক পঢ়ি শুনায়। প্ৰত্যেকখনতে সি সোনকালে আহিব, তাৰ ব্যৱস্থা কৰি নিব.... ইত্যাদি লিখে; কিন্তু তাৰিখবোৰ পাৰ হৈ গৈ আছে, তাৰহে অহাটো হোৱা নাই। মিচেচ কেনেডীয়ে কৰ্ণেলৰ ঘৈণীয়েকলৈ চিঠি দিছিল, সাৱধান কৰি দিয়া বাবে কৃতজ্ঞতা জনাইছিল আৰু অধিক সহায় বিচাৰিছিল কেনেকৈ ল'ৰাক জাপানী ছোৱালীজনীৰ হাতৰ পৰা উদ্ধাৰ কৰিব পাৰি। এবাৰ অনুৰোধ কৰি লিখিছিল এলেনক

ইউৰোপলৈ বদলি কৰাব পাৰিনেকি। কাৰণ তেওঁ ভাবিছিল পুনৰ জাপানলৈ নপঠাই পোনেই যদি এলেনক ইউৰোপলৈ বদলি কৰা হয়, আটাইৰে বাবে মঙ্গল হব।

ইপিনে ৰাচিংটনত চাকৰি বিচাৰি এলেন হায়ৰান হৈছে। নিতৌ এটা অফিচৰ পৰা আনটো অফিচলৈ অহা যোৱা কৰি সি ভাগৰি পৰিছে। জাপানলৈ ফিৰি যাব নলগাটো সি জাপান এৰাৰ লগে লগেই বন্দোবস্ত হৈছিল। তাৰ পিচত অপ্ৰত্যাশিত ভাবে নিৰ্দেশ আহিছিল ইউৰোপলৈ বদলি। জাৰ্মানীয়ে তাত বহুত জটিল সমস্যাৰ সৃষ্টি কৰা বাবে সুদক্ষ কৰ্মচাৰীৰ তাত প্ৰয়োজন বুলি তাৰ কামৰ প্ৰশংসাও কৰা হৈছিল সেই বদলি কৰা চিঠিতে। এলেনে কিন্তু জোচু আহি নোপোৱা পৰ্যান্ত নোযোৱাকে ঠিক কৰিছিল। জোচু আহি পালে যদি যাবলৈ ৰাজী হয় তেতিয়া সি ভাবি চাব। ইউৰোপ কেনেকুৱা ঠাই সি নজনা নহয়। ইউৰোপলৈ নগলে ৰাচিংটনত সম্প্ৰতি কোনো কাম নাই তাৰ বাবে? তাৰ সন্দেহ হ'ল। এটাইবোৰৰ আঁৰত তেন্তে কাৰোবাৰ চক্ৰান্ত আছে নেকি? তাৰ পুৰণি কৰ্ণেল! তেওঁ দেখোন তাৰ অতি শীঘ্ৰে জাপানলৈ উভটি যাবলৈহে উপদেশ দি পঠাইছিল। যিয়ে হওক সি জোচুক মাতি পঠিয়াব। ৰাচিংটনত থাকি সি অন্ততঃ এইটোকে ঠিক কৰিব পাৰিলে। ঘৰলৈ উভটি অহা বাটত গাড়ীত এইবোৰকে ভাবি ভাবি এলেনে কেতিয়া নিজৰ চহৰখনত সোমাল গমকে নেপালে।

ঘৰ পাই দেখে যে মাক আৰু দেউতাক ডবা খেলত ব্যস্ত। দেউতাকতকৈ মাক চতুৰা এই খেলত। ৰাতি তেতিয়াও বেচি হোৱা নাই। পুত্ৰক উভটি অহা দেখি তেওঁলোকে নথৈ সুখ পালে। মাকে লৰি গৈ ল'ৰাক চেনেহৰে সাবটি ধৰিলে আৰু চুমা খালে। পিচত একে উশাহতে ক'লে, "তুমি উভটি অহাত বৰ সুখ পাইছো। ইমান

সোনকালে নিশ্চয় তুমি চাকৰি পোৱা নাই। তোমাৰ অবিহনে ঘৰখন তেনেই শুদা শুদা লাগিছে।"

"হয় মা, নেপালো। পিচে সিহঁতে দিয়া কামো মোক নেলাগে। চোৱাচোন ইউৰোপলৈ পঠিয়াই সিহঁতে মোৰ এচিয়াত লাভ কৰা অভিজ্ঞতাবোৰৰ অপচয় কৰিব বিচাৰিছে? বাৰু, কোন জিকিছে খেলত? মই কৈছো তুমি!"

"বহাচোন বোপা"—দেউতাকে মাত দিলে।" অলপ মোকে সহায় কৰি দিয়া খেলখনত?"

মাকে জপিয়াই উঠিল,—"ইচ্ এলেনৰ ভোক লাগিছে। আহা, খোৱা টেবুলত বহাহি।"

* * * *

জোচুৱে চিঠিবোৰ পোনতে বেগাই পঢ়ে। এবাৰ পঢ়ি উঠি পিচত অতি মনোযোগেৰে প্ৰতিটি শব্দ আকৌ পঢ়ি যায় প্ৰকৃত অৰ্থ হৃদয়ঙ্গম নকৰালৈকে। তাৰ পিচত দিনটোত কেবাবাৰো পঢ়ে। চিঠিৰ মাজেদিয়েই তাই এলেনৰ সঙ্গ সুখ লাভ কৰে। উভয়ৰে মন আৰু অন্তৰৰ ঘনিষ্ঠ পৰিচয় হয় এই চিঠিৰ যোগেদি। তাই ভাবি আচৰিত হৈ যায় এলেনৰ সৈতে একেলগে থাকোঁতে তাই মানুহজনক ইমান ভালকৈ চিনি পোৱা নাছিল। দেহৰ লগ হলে তেন্তে মন আঁতৰি যায়? এতিয়া মাজত বিশাল সমুদ্ৰৰ ব্যৱধান থকা সত্বেও সিহঁত ইমান ওচৰত? ইমান আন্তৰিকতাৰে সিহঁতে মনৰ ভাব আদান-প্ৰদান কৰিব পাৰিছে?

বিৰহৰ এই কেইটি দিনত তাই এলেনৰ ভিতৰৰ মানুহটোক জানিবলৈ চেষ্টা কৰিছে। তাইৰ প্ৰথম ধাৰণাতকৈ এলেনক এতিয়া দুৰ্বল যেন লাগিছে। এলেনও সম্পূৰ্ণ স্বাধীন নহয়? তাই অবাক হৈছিল। তাইৰ ধাৰণা আছিল আমেৰিকাত ল'ৰা-ছোৱালীবোৰ অভিভাৱকৰ্ পৰা বহুত স্বাধীন আৰু মুকলিমূৰীয়া। এতিয়া তাইৰ

বিশ্বাস হ'ল সেইটো ভুল। তাৰোপৰি এলেনৰ দেউতাকতকৈ মাকৰ ব্যক্তিত্ব যে অধিক প্ৰভাৱশালী তাকো তাই চিঠিবোৰৰ পৰাই গম পালে। জোচুৱে গৈ মাককহে সন্তুষ্ট কৰিব লাগিব। জাপানতো অৱশ্যে শাহুৱেকৰ ক্ষমতা কম নহয়। বোৱাৰীসকলৰ সুখ দুখৰ বহুখিনি নিৰ্ভৰ কৰে শাহুৱেকৰ দয়াৰ ওপৰত। চিঠিৰ মাজত এলেনে মাক-দেউতাকৰ আৰু ঘৰৰ ফ'টো একোখন দি পঠাইছিল। তাই মাজে সময়ে তেওঁলোকৰ ফ'টো উলিয়াই মুখবোৰ ভালদৰে নিৰীক্ষণ কৰিছিল। বায়োল'জি ক্লাচৰ পৰা মেগ্‌নিফাইং গ্লাচ আনি তেওঁ-লোকৰ আকৃতিবোৰ তাই নীৰৱে পৰীক্ষা কৰিছিল। চিন্‌থিয়া নামৰ ছোৱালীজনীৰ কথা শুনি তাই ভাল পোৱা নাছিল। সিহঁতৰ বিয়াৰ বাতৰি তায়ে পোনতে পাইছিল। কিন্তু এলেনৰ বিশ্বাস তাই হেনো জোচুৰ ভাল সঙ্গীহে হব। তাইৰ হলে ফ'টো পঠোৱা নাছিল। পিচলৈ তাইৰ কথা চিঠিত নাইকিয়া হৈ আহিল।

আজিৰ চিঠিখনত এলেনে জোচু আমেৰিকালৈ যোৱা কথাকে লিখিছে আৰু সেই উদ্দেশ্যে এৰোপ্লেনৰ টিকেট কিনি তাইলৈ পঠিয়াই দিছে। টিকেটখন তাই লিৰিকি-বিদাৰি চালে। ইমান মূল্যবান এই টিকেটখনি! তাইৰ বাবে স্বৰ্গলৈ যোৱাৰ চাবি! তাই এতিয়া চৰকাৰী অনুমতি-পত্ৰখন পালেই হ'ল। তাই টোকিঅ'ত প্লেনত উঠিব আৰু তাক গৈ লগ পাব চানফ্ৰান্সিচকো বিমান বন্দৰত। সি তাৰ গাড়ী লৈ তাইৰ আগমনলৈ বাট চাই থাকিব।

চিঠিখন লৈ তাই মাকক বিচাৰি গ'ল। পিচত দুয়ো নিশা দেউতাকক কবগৈ। মাকে পুখুৰীটোত অকলে অকলে মাছক আহাৰ খুৱাই আছিল। আনন্দতে মাছবোৰে ইফালে সিফালে নাচি ফুৰিছিল; ফটফটীয়া পানীত আঁতৰৰ পৰা সিহঁতৰ খেল সঁচাকৈ চাবলগীয়া হৈ পৰিছিল। মাকে মাছক খুওৱাত ব্যস্ত আছিল, পিচত জোচু কিবা উদ্দেশ্যেৰে অহা বুলি গম পাই সুধিলে, "কিবা খবৰ

আনিছা নেকি ?” “হয় মা”—বুলি কৈ তাই চিঠিখন উলিয়ালে। “তেওঁ মোক মাতি পঠাইছে; এয়া প্লেনৰ টিকেটও লগতে দি পঠাইছে।” টিকেটখন হাতত লৈ মাকে চালে আৰু পঢ়িব নোৱাৰি জোচুক ওভোটাই দিলে। জোচুৱে সুধিলে, “দেউতাই কি কৰ এতিয়া ? এনেনে মোক মাতি পঠাব বুলি তেখেতে কোনো দিনে বিশ্বাস নকৰিছিল।”

“এতিয়া কৰিব”—মাক থিয় হ’ল। তথাপি অলপ পৰ আকৌ মাছবোৰলৈ চাই থাকিল। পিচত মাকে পুনৰ ক’লে, “তোমাক বহুদিনলৈ আৰু দেখিবলৈ নেপাম। হয়তো কাহানিও নেদেখিম। দেউতাৰাই কেতিয়াও আমেৰিকালৈ নেযায় বুলি কৈছে।”

“মই আহিম মা তোমালোকক চাবলৈ”—জোচুৱে অলপ দৃঢ়তাৰে ক’লে আৰু মাকৰ হাতৰ মাজত নিজৰ হাতখন সুমুৱাই দিলে ঠিক শিশু অৱস্থাত যিদৰে দিছিল।

“যদি সন্তান ওপজে—”মাকে আৰম্ভ কৰি হঠাৎ ৰৈ গ’ল।

সন্তান! সি কেনেকুৱা হব ? ত’ৰ জন্ম যে অৱশ্যম্ভাবী! কিন্তু সিহঁতে জানো তাক বিচাৰিছিল ? প্ৰত্যেক তিৰোতাই নিজকে এই প্ৰশ্নটো সোধে। ভালপোৱা য’ত থাকে সন্তান জানো লগতে নেথাকে ? মিচেচ চাকায়ে নিজৰ জীৱনত এই ভাল পোৱা কি বস্তু অনুভৱ কৰা নাছিল, কিন্তু ইয়াৰ প্ৰতিক্ৰিয়া জোচুৰ জীৱনত বাৰুকৈয়ে দেখিবলৈ পাইছে। মাক-দেউতাকক এৰি আমেৰিকালৈ যাবলৈ জোচুৱে অকণো সঙ্কোচ কৰা নাই। তেৰোঁ মাক-দেউতাকক এৰি আমেৰিকালৈ গৈছিল। কিন্তু তেওঁ গৈছিল অভিভাৱকৰ আদেশ পালনৰ বাবে, যাৰ ওচৰলৈ পঠাইছিল তেওঁৰ সৈতে কোনো পৰিচয় নোহোৱাকৈ। সেই পিনৰ পৰা জোচু ভাগ্যৱতী। জোচু যাব তাইৰ পৰিচিতজনৰ ওচৰলৈ। হলেও জাপানী তিৰোতাজনীয়ে মাৰ্কিন পুৰুষ এজনক সঁচাকৈ বুজিব পাৰেনে ? তাৰ প্ৰমাণ পাবলৈ

এতিয়াও বাকী। নিজৰ ক্ষেত্ৰত তেওঁ জানিছিল যে জাপানী পুৰুষৰ সৈতে তেওঁৰ বিয়া যেতিয়া সন্তানবোৰ জাপানীয়ে হব—ক'লা চুলি, ক'লা চকু, সোণালী ছাল। কিন্তু জোচুৱে নেজানে তাইৰ সন্তান কেনেকুৱা হব? তাৰ চকু দেউতাকৰ দৰেও হব পাৰে। তেতিয়া কি হব? ভাবোঁতে তেওঁৰ মুখৰ চেহেৰা সলনি হ'ল। জোচুৱে এই সলনি গম পালে।

"কি হ'ল মা?"

"কিবা এটা ভাবিছিলো"—মাকে অলপ বিমোৰত পৰি ক'লে।

"কি মা?"

"আমেৰিকাৰ তিৰোতাবোৰে সিহঁতৰ সন্তানৰ চুলি আৰু চকুৰ ৰঙৰ কথা আগেয়ে নেজানে। এইটো চিন্তাৰ বিষয় নহয় জানো?"

"মা—তাত মোৰ ভাবিব লগীয়া কি আছে?"

"আছে বুলিয়ে মোৰ ভয় হয়"—মাকে গহীনাই ক'লে। "তোমাৰ চকু যদি ক'লা নহ'লহেতেন তেতিয়া আমাৰ কেনে লাগিলহেতেন? সেইদৰে মোৰ নাতিৰ চকু যদি ক'লা নহয় কি হব তেতিয়া?"

"ওহ্ মা"—তাই হাঁহিব খুজিছিল যদিও ক্ষন্তেকৰ বাবে তাইৰ মনটো সেমেকি গ'ল। সন্তানটোৰ নীলা চকু দেখিলে তাইৰ আপোন যেন লাগিবনে? আকৌ কেচুৱাটোৰ চকু যদি তাইৰ নিচিনাই হয় এলেনে পৰ বুলি নেভাবিবনে? সমস্যাটো তেন্তে মাকে কোৱাৰ নিচিনা চিন্তা কৰিবলগীয়াই?

"মোৰ সন্তান নহবও পাৰে।"—তাই ক'লে। মাকে মূৰ জোকাৰিলে: "তুমি সেইদৰে ক'ব নোৱাৰা। যদি সি ওপজিব লগীয়া আছে, তাৰ জন্ম কোনেও ৰোধ কৰিব নোৱাৰে। আত্মাই তাৰ নিৰ্দ্দিষ্ট সময়লৈ মাথোন বাট চায়। ঠিক জন্মৰ নিচিনা, মৃত্যুৰ সময় আহিলেও কোনেও বাধা কৰি ৰাখিব নোৱাৰে। জন্ম—মৃত্যুৰ এই

গতিয়ে কাৰো হকা-বাধা নুশুনে। সি তাৰ আপোন গতিত চলি থাকে।”

জোচুৱে একো উত্তৰ দিব নোৱাৰিলে। মাথোন মাকৰ গাম্ভীৰ্য্য-পূৰ্ণ কথাত মূৰ দোৱাই আঁতৰি গ'ল। পোন প্ৰথমবাৰৰ বাবে মাকৰ কথাৰ তাৎপৰ্য্য অনুসৰি সন্তান জন্মৰ অৱশ্যম্ভাবিতাৰ বিষয়ে তাই পতিয়ন গ'ল।

* * *

তাইৰ আমেৰিকালৈ যোৱা কথাত দেউতাকে কোনো প্ৰতিবাদ নকৰা দেখি জোচুৱে বিস্ময় মানিলে। মিঃ চাকায়ে তাৰ বিপৰীতে জীয়েকক টোকিঅ'লৈ নি 'ভিচাৰ' সকলো বন্দোবস্ত কৰি দিলে। তেওঁ আকৌ কৈছিল যে চানফ্ৰান্সিচকোত চেভিংচ বেঙ্ক এটিত কেন্‌চনৰ নামত অলপ টকা আছিল, তাৰ মৃত্যুৰ পিচত দেউতাকে সেই টকাৰ একো ব্যৱস্থা কৰা নাছিল। এতিয়া সেই টকাৰ হিচাপটো জোচুৰ নামত সলনি কৰাই দিব।

এটাইবোৰ কাম এনেভাবে নিযাৰিকৈ চলিব ধৰিলে যেন কিবা অদৃশ্য শক্তিয়ে জোচুক সহায় কৰিব লাগিছে। তাইৰ জন্ম চাৰ্টিফিকেট যিখনেৰে তাই লচএঞ্জেল্‌চত জন্মা কথাটো প্ৰমানিত কৰিব পাৰিব, পাচপোৰ্ট, নতুনকৈ তোলা ফ'টো ইত্যাদি যিবিলাক আইনমতে লাগে আটাইবোৰ হৈ গ'ল। তাই সাজু হবলৈহে বাকী। তাই ইচ্ছা কৰিছিল পাচপোৰ্টখনত তাইৰ নতুন নামটো ব্যৱহাৰ কৰিবলৈ— 'মিচেচ এলেন কেনেডী।'

দেউতাকে নিদিলে, “উঁহু, মই সেইটো হবলৈ নিদিওঁ। মোৰ আৰু তোমাৰ নাম 'জোচু চাকাই' হে লিখিব লাগিব। কিজানি এই নামটোৰ প্ৰয়োজন তোমাৰ আকৌ হব পাৰে।”

তাইৰ খং উঠিল—“দেউতা আপুনি সেইটো কেনেকৈ কব? আপুনি মোক অলপমানো বিশ্বাস নকৰিব?”

"মই জীৱনৰ ওপৰত আস্থা হেৰুৱাই পেলাইছো।"—দেউতাকে ক'লে।

তাই আদেশ শুনিলে। জীৱনটোৱেই আচল কথা, নামত কি আছে? সময়ত দেউতাকে আচল কথা গম পাব। সকলো বন্দোবস্ত সম্পূৰ্ণ হোৱাৰ পিচত সিহঁত ঘৰলৈ উভটিল। বাটত তাই দেউতাকৰ অমায়িক হোৱাৰ চেষ্টা দেখি অবাক মানিলে। বহুত উপদেশ দেউতাকৰ বেদনাগধুৰ অন্তৰৰ পৰা বৈ বৈ ওলাই আহিব ধৰিছে।

তথাপি একোৱে তাইক অসুখী কৰিব নোৱাৰে। যোৱাৰ দিন আৰু সময় ঠিক হৈ গ'ল যেতিয়া তাই আনন্দত আত্মহাৰা হ'ল। কিদৰে সময়বোৰ পাৰ হৈ যায় তাই গমকে নেপালে। তাইৰ আৰু দেউতাকৰ অতি মৰমৰ ফুলনিখন আৰু তাত ফুলিথকা ফুলবোৰ চাবলৈ তাইৰ আৰু সময় নোলাল। তাই ইমান নিষ্ঠুৰ হৈ পৰিল! তাৰ বাবে অৱশ্যে মাক-দেউতাকে তাইক একো কোৱা নাছিল। তেওঁলোকৰ ছোৱালীক ইতিমধ্যে তেওঁলোকে হেৰুৱাইছে বুলি ধৰি লৈছিল।

জোচুৱে মাক-দেউতাকৰ এই দুখৰ কথা জানে, কিন্তু তথাপি তাই দুখৰ ভাগ লব নোৱাৰিলে। তাইৰ অন্তৰখন কেতিয়াবাই সাগৰ পাৰ হৈছে আৰু সিপাৰত কাৰোবাৰ দৰ্শন বিচাৰি ব্যাকুল হৈ পৰিছে। সেই বাবেই বিদায়ৰ আগমুহূৰ্ত্তত যেতিয়া তাই ঘৰটো, ফুলনিখন, জুমি আৰু মাকৰ পৰা বিদায় ল'লে আৰু অৱশেষত দেউতাকৰ সৈতে বিমানকোঠলৈ যাত্ৰা কৰে তাইৰ একমাত্ৰ চিন্তা আছিল—মাত্ৰ কেইঘণ্টামানৰ মূৰত তাই এলেনক লগ পাবগৈ। তাইৰ উলাহৰ সীমা নাছিল। তাই কি এৰি গৈছে কবই নোৱাৰে, কাক লগ পাবগৈ সেই চিন্তাতে তাই বিভোৰ!

যোৱাৰ কেইদিনমান আগেয়ে তাই কবৰীৰ পৰা এখন চিঠি

পাইছিল। চুটিকৈ লিখা চিঠিখনত কববীয়ে তাইৰ সুখ কামনা কৰিছিল আৰু জনাইছিল যে সি আমেৰিকাৰ ঠিকনাত তাইলৈ এটি বিয়াব উপহাব পঠিযাব। সি ইয়াকো ইচ্ছা প্ৰকাশ কৰিছিল যে অহাবছবলৈ তাব ব্যৱসায বাঢ়িলে সি আমেৰিকালৈ যাব আৰু জোচুৰে বেয়া নেপালে তাইব ঘবলৈকো যাব ; লগতে তাত সকলোৰে সৈতে চা-চিনাকিও হব। তাইব বন্ধুতা সি সদায় বিচাবে আৰু তাই নবিচাবিলেও তাইলৈ তাব সহৃদযতা সদায় থাকিব বুলি চিঠিত প্ৰকাশ কবিছিল। চিঠিখন পঢ়ি তাই কববীৰ মহানুভৱতাব শলাগ লৈছিল যদিও তাব উপলব্ধি কবিবলৈ তাইব আহৰি নাছিল। পিচত চিঠিখন তাই জুইত পুবি পেলাইছিল। সেইখন তাইৰ ৰাখিবলৈ মন নাই আৰু এবি যাবলৈও ইচ্ছা নাই।

প্লেনখন উঠিবলৈ আবম্ভ কৰোঁতে মুহূৰ্ত্তব বাবে তাইব অনুভূতি শক্তি সজাগ হৈ উঠিল। তাই কি কবিবলৈ ওলাইছে যেন তেতিয়াহে গম পালে। সৰু খিড়িকিখনেবে তললৈ চাই দেখিলে ব'দত দেউতাক লাখুটিডালব ওপবত ভব দি থিয় হৈ আছে জোচুব পিনে মুখ কবি। তেওঁব কোটচোলাটো বতাহে কোবাই ঢৌ তুলিছে, ভবি দুটা হলে সুদৃঢ় আৰু স্থিবভাৱে আছে। মুখত গভীৰ বিষাদৰ ছাঁ। সেই বিষাদ কি মহত্বপূৰ্ণ! বিচ্ছেদৰ মাযাত তাই অভিভূত হ'ল।

কিন্তু ই সবহপৰ নেথাকিল। বিৰাট পাখি দুটিয়ে তাইক ওপৰলৈ তুলি নিলে, ব-হু-ত ওপবলৈ। ক্ষন্তেক পিচতে বিজুলী বেগত তাইব প্লেন মহাসমুদ্ৰব ওপবেদি গতি কবিব ধৰিলে। কিন্তু তাইব চিন্তা, তাইব কল্পনা তাতকৈও বেগাই উৰিব ধবিলে।

  

## তৃতীয় অধ্যায়

চানফান্সিচ্‌কো বিমান কোঠত এলেনে জোচুক প্লেনৰ পৰা নামি অহা দেখা পাইছিল। তাইৰ চকু জনতাৰ মাজত তাক বিচাৰি ব্যাকুল সি মানুহৰ জুমটো ঠেলি অলপ আগবাঢ়িলে। তাৰ নিজৰ ওপৰতে লাজ লাগিল কিয় সি আজি পলমকৈ শুই উঠিছে। "জোচু"—সি মাত দিলে।

তাই তাক দেখিলে আৰু মিচিককৈ হাঁহি এটি মাৰিলে। প্ৰথম মুহূৰ্ত্তত তাইৰ মুখত গহীনভাব দেখি তাৰ ভাব হৈছিল ইমান ভালকৈ তাৰ মনত আছে তাৰ প্ৰিয়তমাৰ চেহেৰা। কিন্তু পিচ মুহূৰ্ত্তত তাৰ ধাৰণা হল তাই খীনাইছে। সি হতাশ হ'ল, তাইক যিমান ধুনীয়া বুলি মনত আছিল এতিয়া যেন সেই ৰূপ নাই। কিন্তু তাইৰ সেই মধুৰ হাঁহিটোৰেই তাইৰ চিনাকি। তাক সি পাহৰিব নোৱাৰে। সি এখন হাত আগবঢ়াই দিলে আৰু চকুৰ পলকতে তাই তাৰ দুবাহুৰ মাজত সোমাই পৰিল। লগে লগে তাৰ চকুত পৰিল এজন ওখ ডেকা মাকিন যুবকৰ আলিঙ্গনত জাপানী ছোৱালী এজনী দেখি সকলোৱে সিহঁতলৈ কৌতুহলী দৃষ্টি নিক্ষেপ কৰিছে। কাৰো মুখত অৰণ্যে মাত নাই, প্ৰত্যেকে নিজৰ নিজৰ কামত ব্যস্ত। জোচুৰো সেই চাৰনিবোৰ ভাল নেলাগিল আৰু হাতত ধৰাধৰিকৈ দুয়োজনে সমুখলৈ আগবাঢ়ি গ'ল।

"আমি এতিয়া পোনেই হোটেল এখনলৈ যাম"—এলেনে ক'লে। "তাত মই এটা কোঠা লৈছো। কিছুমানদিন আমি তাতেই কটাম দেই। কিহৰনো লৰালৰি কৰিব লাগিছে? তোমাৰে সৈতে অকলে থাকিবলৈহে দেখোন মোৰ ভাল লাগে। বহুত

দিন আমি দুয়ো একেলগে বাস কৰিম সেইবাবে ঘৰলৈ এতিয়া নেযাওঁ।”

ইতিমধ্যে সিহঁতৰ ভবিষ্যৎ কাৰ্য্যপন্থা সিহঁতে ঠিক কৰিব। ঘৰত কি ঘটিছে সকলোখিনি সি ক'ব। মাকৰ মনটোৰ কথাও ক'ব। কিন্তু মাকে প্ৰকৃততে জানো জোচুক ফিৰাই পঠিয়াব পাৰিব? জোচুৰ নিচিনা ছোৱালী এজনী যেতিয়া পদূলিমুখত থিয় হবগৈ মাকে জানো আদৰি নিনিব?

এই চিন্তাবোৰ জোৰ কৰিয়ে সি আঁতৰ কৰিলে। কেইসপ্তাহ-মান সিহঁত অকলে থাকিব পাৰিব। চিনথিয়াজনী নিউইয়ৰ্কলৈ অহা হলে অৱশ্যে সহায়ে হ'লহেতেন—নাই। তাক আৰু কি সহায় কৰিব লাগিছে।

“তুমি দেখোন মনে মনে আছা সোন?”

“মই চাই অন্ত কৰিব পৰা নাই, ইমানবোৰ—চাবলগীয়া আছে।”

সিহঁত গৈ মটৰ গাড়ীত উঠিলগৈ।

“এইখন তোমাৰ নে এলেন?”

“আমাৰেই সোন। মোৰ সকলো জানো তোমাৰেই নহয়?”

তাই হাঁহিলে আৰু তাইৰ হাতখন আনি সি চুমা এটি খালে।

“তুমি সাৱধানে গাড়ী চলোৱা ভাল”—তাই অলপ ব্যগ্ৰ হৈ ক'লে।

সি হাঁহিলে—“এইখন আমেৰিকা জোচু! তুমি পাহৰি গ'লানে?

তথাপি সি লাহে লাহে গাড়ী চলালে আৰু এহাতেৰে জোচুৰ হাতখন লিৰিকি বিদাৰি গ'ল। সেইখন হাততে সি বিয়াৰ সময়ত পিন্ধাই দিয়া আঙঠিটো উজ্বলি আছে। তাৰ ভাল লাগি গ'ল।

হোটেল পাই সিহঁত ‘এলিভেটৰ'ৰ সহায়েৰে সোতৰ মহলাত

থকা কোঠা পালেগৈ। কোঠাত সোমায়েই সি দুৱাৰ খিড়িকি মেলি সাগৰৰ চেঁচা বতাহ সোমাবলৈ দিলে। বযবস্তুখিনি ভিতৰলৈ দি কুলীটো ওলাই গলত এলেনে দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰিলে। সি তাইৰ টুপীটো খুলিলে, কোটটো খুলি দিলে আৰু পিচত দুহাতেৰে সাবটি ধৰিলে। তাইৰ গাৰ সৌৰভ, ডিঙিৰ সুগন্ধ আৰু তাৰ গাতে লাগি থকা বুকুৰ কোমলতাখিনিত সি অধৈৰ্য্য হৈ পৰিল। তাইৰ ক'লা চকুযুৰিৰ উজ্জ্বলতাখিনিত আৰু গাভৰু ওঠৰ কোমলতা-খিনিত তাৰ মন উতলা হ'ল। তাই বুজিছিল তাক কি লাগে। তাই আছিল প্ৰাচ্যৰ নাৰীৰ সকলো গুণেৰে বিভূষিতা এগৰাকী ৰমণী। তাই হিয়াৰ ভাষা বুজি পায়।

"তুমি এতিযাও ভাল পোৱানে মোক?"—তাইৰ উত্তৰটো শুনিবৰ আশাত সি সুধিলে।

"মই তোমাক ভাল পাওঁ এলেন"—তাই ক'লে, এইবাৰ সৰুকৈ ■য় যথেষ্ট স্পষ্ট আৰু মৰমলগাকৈ। "তোমাৰ প্ৰতি থকা প্ৰেমৰ বাবেই ইমান দূৰলৈ অকলে আহিব পাৰিছোঁ।"

*　　*　　*　　*

"আমি তোমাৰ মা-দেউতাক ঘৰলৈ ঘোৰাৰ সময়টো জনাব লাগিব"—জোচুৱে এদিন ক'লে। এই বিষয়ে সিহঁতে কেবাদিনৰ পৰা ভাবিছিল। প্ৰত্যেকে নিজৰ মনতে ভাবিছিল; আনজনক নোকোৱাকৈ। জীৱনৰ এই উপভোগ্য দিন কেইটিৰ, জীয়াই থকাৰ শ্ৰেষ্ঠতম সময় ছোৱাৰ সামৰণি পেলাবলৈ এজনেও ইচ্ছা নকৰিছিল। নিদ্ৰাহীন আলসুৱা ৰজনীবোৰৰ কেঁচা স্মৃতিবোৰ যে এদিন বাস্তৱত হেৰাই যাব তাক স্বীকাৰ কৰিবলৈ দুয়োজনে টান পাইছিল। কিন্তু সিহঁতে জানিছিল এইদৰে আৰু সৰহদিন থাকিব নোৱাৰিব। কাৰণ এয়েই প্ৰকৃত জীৱন নহয়। প্ৰকৃত জীৱনৰ চিন সম্পূৰ্ণতাত। তাত প্ৰেমৰ উপৰিও আৰু বহুত বস্তুৰ প্ৰয়োজন।

দুয়োৰে ভিতৰত জোচু অধিক বাস্তৱবাদী আছিল, সেয়ে তাই এদিন তাৰিখটো ঠিক কৰি পেলালে। এলেনৰ গতিবিধি লক্ষ্য কৰি তাই বুজিছিল যে এলেনে ভয় কৰে যাবলৈ। কিবা এটি অজান ভয়ত তাইৰ অন্তৰো কঁপি উঠিছিল। কিন্তু তাই সৰ্বতো-প্ৰকাৰে সাজু হৈছিল তাৰ বাবে। তাইৰ বিশ্বাস আছিল যে তাইৰ কৰ্ত্তব্যপৰায়ণতা, পৰোপকাৰিতা আৰু সংযত ব্যৱহাৰৰ দ্বাৰা পূজনীয় সকলক সন্তুষ্ট কৰিব পাৰিব। তাই ইয়াকো বুজি পাইছিল যে তাইৰ ওপৰতে সকলোখিনি নিৰ্ভৰ কৰিছে। নিশা যেতিয়া এলেন টোপনিত লাল কাল দিয়ে, তাই তাৰ কথাকে ভাবে। তাৰ ভিতৰৰ মানুহজনক অনুক্ৰমে তাই বেচিকৈ বুজিব ধৰিছে। যদিও তাই সৰ্বস্ব দি তাক ভাল পাইছিল আৰু এতিয়াও পায়, তাই ভাবিব ধৰিলে যে পুৰুষৰ প্ৰয়োজনখিনিহে নাৰীয়ে দিয়া উচিত। পুৰুষ মানুহে যিমান দিয়ে স্ত্ৰীৰ পৰাও সিমানখিনি পোৱা উচিত। সি জানো তাইক সম্পূৰ্ণ কৈ পাবলৈ বিচাৰে ?

"আমি গৈ পোৱা সময়টো তেওঁলোকক জনাবই লাগিব"—জোচুৰে হঠাৎ কৰ্তব্যৰ প্ৰতি সজাগ হৈ ক'লে। এলেনৰ চিন্তা চাকৰি এটি বিচাৰি লোৱাত, মিলিটেৰীৰ পৰা সি অব্যাহতি লব।

"পৰহি, গধূলি প্ৰায় ৬ বজাত"—এবাৰ নোৱাৰি সি ক'লে।

"গতিকে কাইলৈ তুমি যেনে তেনে ঘৰলৈ টেলিফোন কৰিবা"—তাই কাকুতি কৰি ক'লে।

তাৰ ভাল লাগে তাইৰ বাল্যসুলভ নিৰ্দেশবোৰ। তাই নিজে তাৰ একান্ত বাধ্য, ইপিনে তাক চলাবলৈ কৰা মধুৰ প্ৰচেষ্টাবোৰ সি বাৰু উলাই কৰে কেনেকৈ ? তাইৰ চকুৱে সদায় তাক ইঙ্গিত দিছিল লোকৰ প্ৰতি ভদ্ৰ আচৰণ কৰিবলৈ। তাৰ দুষ্টালিবোৰ দেখি তাই মাথো হাঁহিছিল। ৰাতিপুৱা বেলিকৈ শুই উঠিলে, পায়জামাবোৰ মজিয়াত পেলাই এৰিলে, তাইৰ নতুন কাপোৰৰ

ভাজবোৰ মোহাৰি দিলে তাই কেবল 'তুষ্ট' বুলি মিচিককৈ হাঁহি দিয়ে। সিহঁতৰ সৰু গৃহস্থীখনৰ এটাইখিনি কাম তাই নিয়াৰিকৈ কৰি অটাইছিল। সি গা ধুবলৈ গলে গাধোৱা কোঠাত পিন্ধা কাপোৰবোৰ তাই ঠিককৈ ৰাখিছিল। ডাঢ়ি খুৰাই উঠিলে আচবাববোৰ তাই ধুই থৈছিল।

প্ৰথমতে সি এই কামবোৰ পচন্দ কৰা নাছিলঃ "তুমিতো মোৰ চাকৰণী নোহোৱা জোচু। তুমি এইবোৰ কেলেই কৰিব লাগিছা ?"

তাই তথাপি নেৰিছিল আৰু সেইদৰেই তাক জয় কৰিছিল। এই সেৱাৰ মাজেদি তাই আন্তৰিক ভালপোৱা প্ৰকাশ কৰিছিল। প্ৰকৃত জাপানী ছোৱালীৰ ধৰ্ম তাই পৰিত্যাগ কৰা নাছিল। মাৰ্কিন ছোৱালী এজনী বিয়া কৰালে সি এনেকুৱা সেৱা-শুশ্ৰূষা নেপালে-হেঁতেন। প্ৰাচ্যৰ নাৰীক জনাৰ পিচত আমেৰিকাৰ তিৰোতাক ভালপোৱা কিয় টান সি বুজিবলৈ চেষ্টা কৰিছিল।

"গতিকে আজি পুৱা তুমি ঘৰলৈ টেলিফোন কৰিবা দেই"— পিচদিনাখন ৰাতিপুৱা তাই মৰমলগাকৈ এলেনক ক'লে।

"বাৰু, কৰা হব"—এলেনে আনমনা হৈ উত্তৰ দিলে। পিচত কাষতে বহি থকা জোচুৰ ব্যগ্ৰতা বুজি পাই পুনৰ ক'লে, "ধৈৰ্য্য ধৰা জোচু। মই কৰিম বুলিছো যেতিয়া কৰিম।"

"এৰা, কিন্তু সোনকালে কৰিব পাৰিলে কিমান ভাল হব, নহয় জানো ?"

সি হঠাৎ হাঁহি পেলালে। ক'লে, "ঠিক আছে গৈয়ে পোন প্ৰথম যিটো চৰকাৰী টেলিফোন বুথ পাম তাতে সোমাম।"

দহ মিনিটৰ ভিতৰতে জোচুৰ পোনতে চকুত পৰিল টেলিফোন বুথ এটি। তাই আঙুলি এটাৰে এলেনক দেখুৱাই দিলে, সৌৱা, সৌৱা !"

এলেনে গাড়ী ৰখালে আৰু জোচুক গাড়ীতে ৰখাই সি ফোন কৰিবলৈ গ'ল। ফোন কৰা মুহূৰ্ত্তটো তেনেই কাষলৈ অহাত তাৰ অলপ বিৰক্তি আৰু খং উঠিছিল। সি অৰণ্যে ভয় খোৱা নাই। জোচুৰে সৈতে সি এই বহল পৃথিৱীখনৰ য'তে ত'তে বাস কৰিব পাৰে। কিন্তু তাৰ পুৰণি আবাসভূমি এৰিবলৈ মন যোৱা নাছিল। বিদেশত ঘূৰি ফুৰি তাৰ নিজৰ দেশ, নিজৰ চহৰ আৰু নিজৰ ঘৰটোলৈ মৰম দকৈ শিপাইছিল। সেই বিৰাট অট্টালিকাটো তাৰ ককাদেউতাকে সজাইছিল ভৱিষ্যত বংশধৰৰ বাবে। সি তাতেই বাস কৰি দেউতাকৰ দৰে সুখ আৰু আৰামেৰে দিন নিয়াবলৈ কল্পনা কৰিছিল।

এইবোৰ ভাবি থাকোঁতে "আপোনাৰ পাল পৰিছে" বুলি মানুহ এজনে সংবাদ দি গ'ল। সি ভিতৰ সোমাই গ'ল আৰু ক'লে, "এয়া দেউতা, মই এলেন।" দেউতাকৰ সৈতে মুখামুখিকৈ কথা কৈছে কিন্তু মাকৰ ওপৰত তাৰ প্ৰতিক্ৰিয়াৰ কথা সুঁৰৰি ভয় লাগিছে।

"হেৰা বোপা, তুমি ক'ৰ পৰা মাতিছা?" দেউতাকৰ ইমান স্পষ্ট কণ্ঠস্বৰ সি আশা কৰা নাছিল। "মই এতিয়া এলেঘ্‌নিচত। মই আপোনাক জনাব খুজিছো যে অহা কালি গধূলি বা পৰহি আমি ঘৰ পামগৈ বুলি ভাবিছো।"

"বাৰু, ভা···ল"—দেউতাকৰ ইতস্ততঃ মাত; পিচত ক'লে, "এলেন তুমি প্ৰথম দুদিনমান হোটেল এখনতে থাকা, আহিব নেলাগে। তুমি আৰু মই আগেয়ে কথা হোৱা ভাল।"

"কাৰণ কি?" সি দাবীৰ সুৰত ক'লে।

"মই ঠিক এতিয়াই কব নোৱাৰিম। আমি আলোচনা কৰোঁচোন বাৰু। তুমি ৰিচমণ্ডত থাকিবা, আবেলি মই তাতে ক্লাবটোত তোমালৈ অপেক্ষা কৰিম। তাতেই মোক লগ ধৰিবা।"

"বাৰু। তাতেই লগ হ'ম।" দেউতাকে কি কব খুজিছে সি শুনিব আৰু অৱস্থাৰ সম্মুখীন হব।

"আহোঁ তেন্তে। কাইলৈ লগ পাম।"

"ভাল বোপা।"

অলপ সময় ইফালে সিফালে ঘূৰি ফুৰি সি কেইটামান চকলেট কিনিলে। গাড়ীৰ ওচৰ পাই জোচুলৈ চাই হাঁহি এটি মাৰিলে আৰু চকলেটবোৰ উলিয়াই দিলে।

তাই উলাহেৰে হাত পাতি ললে আৰু সুধিলে, "লগ পালানে বাৰু ?"

"এৰা, দেউতাৰ সৈতে কথা পাতিলো। আমি আজি ৰিচমণ্ডৰ ভাল হোটেল এখনত থাকিমগৈ। কাইলৈ আবেলি দেউতাই আমাক তাতে লগ ধৰিব।"

"ওহ! কিমান ভাল খবৰ! কিমান মৰমিয়াল মানুহজন!" আনন্দত জোচুৰ চকুপানী ওলাই আহিল। ক'লে, "দেউতা বোধহয় একেবাৰে বুঢ়া হোৱা নাই। ইচ্ ইমান কষ্ট কৰি আহিব। আৰু তোমাৰ মা ?"

সি ক্ষন্তেক ভাবি পিচত ক'লে, "তেওঁ ছাগৈ ঘৰতে থাকি ঘৰ-দুৱাৰ চফা কৰাত লাগি গৈছে।"

জোচুৰ মনটো বৰ ভাল লাগিল। তাই চকলেটবোৰ ভাঙি ভাঙি এলেনক খুৱাই দিছিল। এলেনে গাড়ী চলাই গৈ আছিল। নিজে কমকৈ খাই তাই বাকী চকলেটবোৰ পিচলৈ বুলি থলে। তাইৰ মিতব্যয়িতাত সি বিমুগ্ধ। কেনেকৈ সিহঁতৰ বিৰাট ঘৰটোত চাৰিটা চাকৰৰে সৈতে অপব্যৱহাৰৰ ধুম তাই সহ্য কৰিব তাকেই ভাবি সি আচৰিত হয়। কিয়নো এলেনে জানে যে তাৰ প্ৰতি গভীৰ প্ৰেম থকা সত্বেও জোচুৱে সহজে নিজৰ মত এৰিব নোৱাৰে। যিবোৰ কথা বা নীতি-নিয়ম তাই উপযুক্ত বুলি ভাৱে সেইবোৰ পালন কৰিবলৈ

তাইৰ গাভৰু মনটোত থকা অকৃত্রিম আগ্রহৰ কথা সি আগেয়ে গম পাইছে। সেইবুলি তেনে আগ্রহ এলেনৰ গাত পাবলৈ তাই ইচ্ছা নকৰিছিল। এসময়ত তাই তাৰ ধন-সম্পত্তি, খোৱা-লোৱা আটাইৰে ওপৰত কৰ্ত্তৃত্ব কৰি বহিব। সেইদৰেই বয়সৰ লগে লগে তাইৰ ভালপোৱাও হৈ উঠিব অধিক শক্তিশালী—তাৰ ভাবিযে ভাল লাগি গ'ল।

* * * *

বিচমণ্ডৰ অপেক্ষাকৃত নীৰৱ আলিবাটটোৰ ওচৰৰ পুৰণি হোটেলৰ কোঠা এটি এলেনে ভাড়া কৰিলে। কাৰণ মানুহবোৰৰ কৌতুহলী দৃষ্টিবোৰৰ পৰা সি আঁতৰত থাকিবলৈ ভাল পায়। জাপানত থকা হলেও কিজানি এই একে ধৰণৰ দৃষ্টিৰ পৰাই সিহঁত আঁতৰি থাকিব লাগিলহেতেন। জোচুক সেইবোৰ কথা এতিয়াই সুধি কষ্ট দিবলৈ সি ইচ্ছা নকৰিলে।

হোটেলৰ পৰা এলেনে দেউতাকৰ নিৰ্দিষ্ট ক্লাবলৈ ফোন কৰিলে। মিঃ কেনেডীয়ে তাৰেই অপেক্ষাতে আছে। তেওঁ আগদিনাখনেই সেইখিনি আহি পাইছে। পুৰণি বন্ধুসকলৰ অফিচে অফিচে লগ ধৰি তেওঁ সময়খিনি কটালে। প্ৰতিজনেই টম্ কেনেডীক লগ পাই সুখী হৈছিল, কাৰণ বাতৰি কাকত এখনতকৈও সৰহ খবৰ তেওঁ দিব পাৰে।

"মই এতিয়াই সেইখিনি পাম"—বুলিকৈ তেওঁ ফোনটো থলে আৰু সাজপাৰ পিন্ধিবলৈ ল'লে। তাৰ পিচত টেক্সি এখন লৈ পোনেই এলেনহঁত থকা হোটেলৰ পদূলিমুখ ওলালগৈ। পৰিবাৰৰ সৈতে হোৱা দীঘল আলোচনাৰ কথা এলেনক লুকুৱাবলৈ তেওঁৰ অকনো ইচ্ছা নাই। এনে কি যিমান সোনকালে জনাব পাৰে সিমানেই এলেনৰ বাবে ভাল বুলি তেওঁৰ বিশ্বাস।

হোটেলৰ পৰা আগবাঢ়ি অহা চাকৰটোক তেওঁ ক'লে, মই ইয়াত থাকিবলৈ অহা নাই ; মানুহ এজনক লগ ধৰিবলৈহে আহিছো।"

তেওঁ নিজে আচৰিত হ'ল। তেওঁ কিয় নকলে, "মোৰ ল'ৰাটোক লগ পাবলৈ আহিছো।" তেওঁৰ অন্তৰতো তেন্তে অলপ ক'লা ডাৱৰ আছে? নাই, আৰু থাকিলেও তাক তেওঁ বিদূৰ কৰিব। তেওঁ মনতে বিশ্বাস কৰে যে এদিন পৃথিৱীৰ সকলো মানুহ একে বৰ্ণৰ হব আৰু সেই দিনটো সোনকালে আহিলেই মানৱ জাতিৰ মঙ্গল।

ভিতৰলৈ সোমাই হোটেলৰ কেৰানীজনক তেওঁ ক'লে, "এলেন কেনেডীক বাতৰি দিয়কগৈ যে দেউতাকে ওপৰলৈ আহিব লাগিছে।"

"ভাল, চাব"—কেৰানী জনে তেওঁলৈ চাই ক'লে।

'তেন্তে মানুহবোৰে সঁচাই তেওঁলৈ চাইছে নেকি?' তেওঁৰ ভাব হ'ল। চাওক, সেইবোৰলৈ তেওঁ ভ্ৰূক্ষেপ নকৰে।

"এলিভেটৰটো সেইপিনে চাৰ"—কেৰানী জনে আঙুলিয়াই দিলে।

"নেলাগে। মই খোজ কাঢ়িয়ে যাম"—মি: কেনেডীয়ে উত্তৰ দিলে। ওপৰমহলাতে এলেনহঁত থাকে। লাহে লাহে খোজ দি তেওঁ এলেনৰ কোঠাৰ দুৱাৰত টুকুৰিয়াই দিলে। ভিতৰত কাৰোবাৰ মাত শুনিলে। তিৰোতাৰ মাত যেন লাগিল। লগতে এলেনৰ উত্তৰ শুনিলে, "দেউতা আহিছে!"

দুৱাৰ মেল খালে। কোঠাটোত এলেন অকলে, দেউতাকক দেখি হাঁহি এটি মাৰি ক'লে, "আহক দেউতা। জোচুৱে তেওঁৰ চুলিবোৰ বান্ধিবলৈ শোৱা কোঠালৈ গৈছে।"

"দেখিছো, প্ৰত্যেক তিৰোতাই চুলিৰ যত্নৰ প্ৰতি বেচ সজাগ"—দেউতাকে হাঁহি ক'লে আৰু ভিতৰলৈ সোমাই গ'ল। এলেনে তেওঁৰ কোট, টুপী আৰু লাখুটিডাল নি থলে। তেওঁ চকী এখনত বেচ আৰামকৈ বহি পৰিল আৰু বহা কোঠাটোত এবাৰ চকু ফুৰাই ল'লে। পিচত লাহেকৈ চিগাৰ এটা উলিয়াই ল'লে। বেচি পলম কৰা উচিত নহয় বুলি তেওঁ আৰম্ভ কৰিলে:

"তোমাৰ স্ত্ৰী অহাৰ আগেয়ে এটা কথা তোমাক কৈ থওঁ। মাৰাৰ মনৰ অৱস্থা এতিয়াও ভাললৈ অহা নাই। তোমাৰ স্ত্ৰীৰ সম্মুখত কৰলৈ বেয়া লাগে। তোমাৰে সৈতে অকলে আলোচনা কৰা উচিত হ'ব।

এলেন নিৰ্জীৱ পদাৰ্থৰ দৰে থিয় হৈ থাকিল। দেউতাকৰ বিষাদ-ভৰা গহীন মুখখন দেখি সি নীৰৱ হৈ পৰিল কিছু পৰ। পিচত সুধিলে, "তাৰ মানে আমি ঘৰলৈ যোৱাটো মায়ে বাঞ্ছা নকৰে ?"

মিঃ কেনেডীও গহীন হৈ পৰিল। তেওঁ অইন পিনে চকু পেলাই চিগাৰটো হুপিব ধৰিলে আৰু এলেনৰ পিনে নোচোৱাকৈয়ে কৈ গ'ল, "সম্ভৱ তেনেকুৱাই। বিশেষকৈ তোমাৰ পৰিবাৰক লৈ ঘৰলৈ যোৱাটো তেওঁ সমূলি ইচ্ছা নকৰে। সেইবুলি তোমাক লগ পাবলৈ তেওঁ সদায় ব্যগ্ৰ। প্ৰকৃততে সেইটো কথাকে কবলৈ তেওঁ মোক দঢ়াই কৈ পঠাইছে। তোমাৰ কোঠাটো তোমাৰ বাবে সদায় মুকলি থাকিব ; তুমি যেতিয়াই ইচ্ছা যাবা তাকো তেওঁ কৈ পঠাইছে।"

"এক মিনিট ৰব—"

এলেন লৰালৰিকৈ শোৱা কোঠা সোমাল আৰু মাজৰ দুৱাৰখন ভিতৰৰ পৰা জপাই দিলে। বহুত পৰ নীৰৱ। মিঃ কেনেডীয়ে চিগাৰটো হুপি দীঘলকৈ ধোঁৱা এৰি দিবলৈ ধৰিলে। তেওঁ ভাবিছিল এলেনে ছোৱালীজনীক কথাটো নকব। তিৰোতাৰ কানত নপৰিলে সমস্যাবোৰ সমাধান কৰিবলৈ বহুত সহজ। কিন্তু অইন দৰাবোৰৰ দৰে এলেনেও চাগৈ ঘৈণীয়েকক সকলোখিনি কৈহে সুখ পাব। তেওঁৰ মনটো নিজৰ স্ত্ৰীৰ ওচৰলৈ উৰি গ'ল। আগদিনা গধূলি বেচ তৰ্কই হৈছিল এই বিষয়লৈ। তেওঁ সঁচা কথাকে কৈছিল যে পিচদিনাখন তেওঁ এলেন আৰু তাৰ পত্নীক দেখা কৰিবলৈ বিচমণ্ডললৈ যাব। কথাটো শুনি স্ত্ৰীয়ে তেওঁক গালি দিছিল। প্ৰত্যুত্তৰত তেওঁ কৈছিল "বাস্তৱৰ সম্মুখীন হৈ যিটো ভাল তাকে

আমি কৰিব লাগিব। নকৰিলে ক্ষতি কাৰ হব জানা? অকল তোমাৰ আৰু মোৰ। ডেকা মানুহ সিহঁত, যলৈ ইচ্ছা যাব পাৰে আৰু নিজৰ এটা ব্যৱস্থা কৰিব পাৰে। কিন্তু এই বিৰাট ঘৰটোত তুমি আৰু মই অকলে থাকিব লাগিব। আমি জানো একমাত্ৰ ল'ৰাক ত্যজ্যপুত্ৰ কৰিব পাৰিম, চুগাৰ?"

"মই সেইটো সোধা নাই"—এলেনৰ মাকে কৈছিল। "মোৰ মাত্ৰ আপত্তি আৰু তাকে সদায় কৈ আছো সি সেইজনী ছোৱালী এই ঘৰটোলৈ আনিব নোৱাৰে।"

"সিহঁতৰ বিয়া হৈছে চুগাৰ"—তেওঁ সোঁৱৰাই দিছিল।

তেওঁৰ কথাত তেওঁৰ পত্নীয়ে বৰ অৱজ্ঞাৰে তেওঁলৈ চাই পঠিয়াইছিল। সেই চাৱনি অতি অসহনীয়। চুমাৰে ওপোচাই দিয়া ধুনীয়া মুখখনি তেতিয়া অতি কদৰ্য্য হৈ পৰিছিল। তেওঁলোকৰ দাম্পত্য জীৱনৰ আৰম্ভণীতে তেওঁ পোন প্ৰথম সেই কদাকাৰ চাৱনি এবাৰ স্ত্ৰীৰ মুখত দেখিছিল। ঘটনাটো তেওঁৰ এতিয়া মনত নাই, কিন্তু তাৰ আঘাতটো তেওঁ বহুদিনলৈ পাহৰিব পৰা নাছিল। তেতিয়া তেওঁ জনা নাছিল যে ভালপোৱাই প্ৰেমিকাৰ অন্তৰত পৰিবৰ্তন আনি দিব নোৱাৰে। পিচলৈ সেয়ে স্ত্ৰীৰ প্ৰতি তেওঁৰ ভালপোৱা কমি আহিছিল। বহুত সময়ত আনকি স্ত্ৰীৰ কথা পাহৰি যাবলৈ তেওঁ চেষ্টাও কৰিছিল।

"সিহঁতৰ বিয়া হোৱা নাই"—মিচেচ কেনেডীৰ পৰা চোকা উত্তৰ আহিছিল।

"চুগাৰ, তুমি সেইদৰে পুনৰ কিয় কৈছা? মই কৈছো নহয় যে মন্দিৰ বা নামঘৰ গীৰ্জাতকৈ বেলেগ নহয়।"

"মন্দিৰৰ কথাত মই অলপো গুৰুত্ব নিদিওঁ।"

স্ত্ৰীৰ মুখত বিজয়ৰ গৌৰৱ তেওঁ ভাল নেপাইছিল। আগেয়ে দুবাৰ কি তিনিবাৰ তেওঁ সেই গৌৰৱৰ হাঁহি স্ত্ৰীৰ মুখত দেখিছিল।

এবাৰ এলেনক যেতিয়া তাৰ আৰু দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে সৈনিক স্কুলত ভৰ্ত্তি কৰাই দিছিল। তেতিয়া দেউতাকে উপায় নেদেখি মতদিবলগীয়া হৈছিল, কাৰণ নিদিয়া হলে কথাটোৱে গোটেই অঞ্চলটোতে চাঞ্চল্যৰ সৃষ্টি কৰিলেহেতেন।

"তুমি গুৰুত্ব নিদিলে কি হব ?"—তেওঁ পুনৰ কৈছিল।

এলেনৰ মাকে চিঞৰি উঠি কৈছিল, "ঠিক কৈছা তুমি। মোৰ বা তোমাৰ মতেই সকলো নহয়। কিন্তু আমাৰ আইনখন ? আমাৰ দেশৰ আইনে শ্বেতবৰ্ণৰ মানুহৰ আনৰ সৈতে বিয়া সমৰ্থন নকৰে।"

মিচেচ কেনেডীয়ে উত্তৰৰ অপেক্ষাত গিৰীয়েকলৈ চাই থাকিল।

"জোচেফিন !" তেওঁ দৃঢ়ভাৱে কৈছিল।" তুমি জানা যে নিগ্ৰোবিলাকৰ বাবেহে এই আইনখন ৰচনা কৰা হৈছিল।"

"হলেও আইনখনত আছে যেতিয়া আমি মানিবই লাগিব।"

তেওঁ পুনৰ তৰ্ক নকৰি তাৰ পৰা উঠি গৈছিল। কিন্তু শুবলৈ যোৱাৰ আগেয়ে উকীল এজনেৰে সৈতে বিষয়টো তেওঁ আলোচনা কৰিছিল। কথাটো সঁচা বুলি উকীলে পৰামৰ্শ দিছিল। আইনখনৰ মতে এলেনৰ বিয়া বৈধ হব নোৱাৰে। কাৰণ ছোৱালীজনীৰ গাত এচিয়াৰ তেজ আছে।

ল'ৰাৰ আগত এই কথাটো কবলৈকে তেওঁ সুযোগ বিচাৰি আছে।

এনেতে ভিতৰৰ দুৱাৰখন মেল খালে। জোচুক লগতলৈ এলেন সোমাই আহিল। মিষ্টাৰ কেনেডীয়ে ভয় কৰি থকা ক্ষণটো সম্মুখত উপস্থিত। তেওঁ লাহেকৈ থিয় হ'ল আৰু এলেনে হাতত ধৰি থকা অৱস্থাতে ছোৱালীজনীলৈ এবাৰ চালে। এজনী মৰমলগাকৈ লাজকুৰীয়া ছোৱালী, মাখনৰ নিচিনা বগা ৰঙটো অলপ ৰঙচুৱা যেন লাগিছিল। ডাঙৰকৈ ক'লা চকুযুৰি যেন ভয়ত সেমেকি

গৈছিল। তেওঁ ভাবিছিল কিমান ধুনীয়া ছোৱালীজনী, চকুত পুতৌ লগা চাৱনি—আনক সন্তোষ দিবলৈ যেন ব্যগ্র আৰু সেই চকুযুৰিয়ে যেন ভুল নুবুজিবলৈ তেওঁক অনুৰোধ কৰিব ধৰিছে।

"এয়া জোচু"—এলেনে চিনাকি কৰি দিলে। মিষ্টাৰ কেনেডীয়ে অলপ আগবাঢ়ি গৈ তেওঁৰ সোঁহাতখনেৰে ছোৱালীজনীৰ সৰুহাত-খনিত কৰমৰ্দন কৰি ক'লে,"—তোমাক লগ পাই সুখী হলোঁ। বহুদূৰ বাট আহি তুমি চাগৈ ভাগৰি পৰিছা। এৰি অহা ঘৰখনলৈ নিশ্চয় মনত পৰি আছে।"

"ওহ্ নহয়। ধন্যবাদ।"—জোচুৱে লাহেকৈ উত্তৰ দিলে আৰু মিচিকিয়াই হাঁহিলে। মিষ্টাৰ কেনেডীৰ বিৰাট অৱয়বটো দেখি তাই ভয় খাইছিল যদিও তেওঁৰ দয়ালু অন্তৰ বুজি পাই মনত আনন্দ পালে।

মিষ্টাৰ কেনেডীযে বোৱাৰীয়েকক ভালদৰে চাই ললে। তেওঁৰ ভাল লাগিল যে ছোৱালীজনী দেখিবলৈ ক'লা নহয়। দক্ষিণ ফালে বহুত সম্ভ্ৰান্ত পৰিয়ালত তাইতকৈ ক'লা ছোৱালী তেওঁ দেখি আহিছে। কথাটো স্ত্ৰীক কৰ লাগিব বুলি তেওঁ ঠিক কৰি পেলালে।

দেউতাকৰ মুখত জোচুৰ প্ৰশংসা শুনি এলেনৰ ভাল লাগিল আৰু অলপ গৰ্বও অনুভৱ কৰিলে। এনে ছোৱালীৰ প্ৰেমত পৰি সি যে অকণো ভুল কৰা নাই দেউতাকে নিশ্চয় বুজি পাইছে,—সি ভাবিলে।

কাষতে দুজন বেচ ওখ মানুহৰ লগত নিজকে তুলনা কৰি জোচুৰ মনতে হাঁহি উঠিল। তাইৰ ভয় গুচিল। এই প্ৰকাণ্ড মানুহজন সিহঁতৰ ফলীয়া যেতিয়া কিহৰ চিন্তা? তেওঁলোকৰ সৈতে থাকিবলৈ তাইৰ ভালেই লাগিব। পিতা-পুত্ৰৰ মনৰ মিল দেখি তাইৰ আৰু ভাল লাগিল। তাই আদৰ্শ বোৱাৰী হব বুলি মনতে সঙ্কল্প কৰিলে।

এলেনৰ ওচৰৰ পৰা অলপ আঁতৰি আহি তাই ক'লে, "দেউতা, অনুগ্ৰহ কৰি বহকচোন। এলেন, আমাৰ ঘৰত চাহপাত নাই দেখোন। তললৈ গৈ ভাল চাহ আৰু খাবলৈ কিবা অলপ পঠিয়াই দিয়াচোন ?"

"খাবলৈ মোক একো নেলাগে,"—মিষ্টাৰ কেনেডীয়ে মাতটো কোমল কৰি ক'লে। "মই এইমাত্ৰ বাতিপুৱাৰ আহাৰ খাই আহিছো। এলেনে ছাগৈ তোমাক কৈছেই যে পুৰাই মই পেট ভৰাই খাওঁ। সেইদেখি দুপৰীয়া কমকৈ খাওঁ।"

তেওঁ বহিল। জোচুৰ কিন্তু চিন্তা নুগুচিল, পুনৰ অনুৰোধ কৰিলে, "তেন্তে অলপ হুইস্কি লওক।" তাই ইতিমধ্যে মদ্যপান কৰিবলৈ অভ্যাস কৰিছে।

"বাৰু, তাকে অলপমান আনা"—জোচুক সন্তোষ দিবলৈ তেওঁ ক'লে।

এলেনক একো ছুবলৈ নিদি জোচুৱে নিজে সকলোখিনি ঠিক কৰি মিষ্টাৰ কেনেডীৰ ওচৰতে সৰু টেবুল এখনত থলে। দেউতাকে গিলাচটো মুখৰ ওচৰলৈ নিনিযালৈকে তাই শান্তি পোৱা নাছিল। তাই ব্যগ্ৰভাবে অপেক্ষা কৰি থাকিল আৰু প্ৰথম সোৱাদ লওঁতেই মাত লগালে, "ঠিক হৈছেনে দেউতা ?"

"চমৎকাৰ হৈছে !"—মিষ্টাৰ কেনেডীয়ে প্ৰফুল্লমনে উত্তৰ দিলে। "এতিয়া তুমি বহা। জিৰণি লোৱা। মই তোমাৰ কথা শুনিম এতিয়া। বাৰু কোৱাচোন এলেনে তোমাক কেনে ব্যৱহাৰ কৰিছে ? সি নিশ্চয মৰম কৰে।"

"বহা জোচু"—এলেনে নিৰ্দেশ দিলে।

তাই বহিল। মুখত কোনো মাত নাই। কেৱল পিতা—পুত্ৰৰ ফালে শান্তভাবে চাই থাকিল।

"এওঁ তোমাক এইদৰে এলেন্থৰা কৰি পেলাইছে নহয় ?"

তেওঁ ল'ৰাক প্ৰশ্ন কৰিলে।

"জাপানী তিৰোতাৰ মানত নাৰীৰ কৰ্তব্যজ্ঞান এনেকুৱাই দেউতা"—এলেনে হাঁহি উত্তৰ দিলে।

"এওঁলোক আচৰিত প্ৰকৃতিৰ"—দেউতাকে ক'লে।

পিচত তেওঁৰ আচল কথা মনত পৰিল। বহুবছৰৰ অভ্যাসৰ ফলত দুখ শোকৰ কথা সহ্য কৰিবলৈ বা পাহৰি যাবলৈ মিষ্টাৰ কেনেডী কিছু সক্ষম হৈছে। কিন্তু এই অকনমান ছোৱালীজনীৰ আগত কথাটো কয় কেনেকৈ ? তাইৰ অন্তৰ ভাগি পৰিব। ল'ৰাৰ লগত অকলে তেওঁ ভবিষ্যত কৰ্মপন্থা আলোচনা কৰিব। এই পন্থাৰ বিষয়ে তেওঁৰ নিজৰ হলে কোনো স্পষ্ট ধাৰণা নাই।

লাহে লাহে তেওঁৰ চেহেৰা গহীন হৈ পৰিল। জোচু উচপ খাই উঠিল আৰু একো বুজিব নোৱাৰি এলেনলৈ চালে। এলেন নিমাত। তাইৰ ভয় দুগুণে বাঢ়িল। তাই আক্ষেপ কৰিলে জাপানী ভাষা বুজা হলে ততালিকে সুধিলেহেতেন তাই কিবা দোষ কৰিছেনেকি। কোঠাটোৰ নীৰৱতাখিনি তাইৰ বাবে অসহনীয় হৈ উঠিল। দেউতাকে সিহঁতলৈ চোৱা নাই; তেওঁৰ দৃষ্টি গিলাচটোত, মজিয়াৰ কাৰ্পেটত আৰু খিড়িকিত। লাহেকৈ এলেনৰ কাষ চাপি তাই কাণৰ কাষত সুধিলে, "মই কিবা দোষ কৰিছোনে কি ?"

"ওহোঁ, নহয়"—এলেনে স্বাভাৱিক মাতেৰে উত্তৰ দিলে। "সম্ভৱ দেউতাই মোৰে সৈতে অকলে কথা পাতিব খোজে। তুমি অলপ পৰ শোৱাকোঠালৈ যোৱাচোন বাৰু।"

কিবা এটা ডাঙৰ ঘটনা হৈছে বুলি তাই অনুমান কৰিলে আৰু শিশুৰ নিচিনাকৈ আদেশমতে নিশব্দে সিটো কোঠালৈ গৈ মাজৰ দুৱাৰখন বন্ধ কৰে দিলে।

সমস্যাৰ সম্মুখীন হবলৈ মিঃ কেনেডীয়ে হাতৰ পৰা গিলাচটো থলে আৰু লগে লগে ক'লে, "বৰ বেয়া খবৰ বোপা।" এলেন নিমাত।

"কথাটো তোমাক খুলি কৈ দিয়াই উচিত, নহয় জানো ?"

"নিশ্চয়, দেউতা।"

"তুমি সেইদৰে কবা বুলি মই জানো"—তেওঁ কৈ গ'ল।

"তোমাৰ মাৰাই ঠিকেই কৈছিল যেন লাগে। বিয়াখন বৈধ হব নোৱাৰে !"

"মই ভালকৈ বুজা নাই।"

দেউতাকে আৰু গহীন ক'লে, "আমাৰ প্ৰদেশত বেলেগ জাতিৰ মাজত বিয়া নিষিদ্ধ কৰা পুৰণি আইন এখন আছে। মাৰাই ক'ৰবাত গমপালে কথাটো।"

"সেই পুৰণি আইনখন শ্বেত আৰু অশ্বেতবোৰৰ উদ্দেশ্যে ৰচিত হৈছিল"—এলেনে অতি সহজভাবে উত্তৰ দিলে।

"সেইটো মিছা নহয়"—দেউতাকে ক'লে। তেওঁ ইতিমধ্যে ঘামি পৰিছিল। মূৰৰ পৰা গালেৰে বৈ অহা ঘামবোৰ মচি মচি তেওঁ ক'লে, "কিন্তু মোক মাফ কৰিবা বোপা, শ্বেতবৰ্ণৰ বাহিৰে ই আটাইকে বুজাইছে।"

"কোনে ক'লে সেইদৰে ?"

"মই বেংক্ৰফ্‌ট হেইন্‌চৰ সৈতে আলোচনা কৰিছিলো। তেওঁৰ মতামতও একেকুৰাই।"—কৈয়েই তেওঁ থিয় হ'ল আৰু এখোজ দুখোজকৈ খিৰিকিৰ ওচৰলৈ গৈ যেন মুকলি বতাহ বিচাৰিলে।

"তেনেহলে আমি এই প্ৰদেশত বাস কৰিব নোৱাৰো ?" এলেনে সুধিলে।

"হু, নোৱাৰা।" মিঃ কেনেডীয়ে উভটি চালে আৰু ল'ৰাই সেইদৰে কোৱা শুনি কিছু সকাহ পালে। "তুমি অইন এখন প্ৰদেশলৈ গৈ আদালতৰ সহায়ত বিয়াখন পাতি লোৱাগৈ।

তেতিয়া হলে ভয় নাই—যদি অৱশ্যে এই বিয়াখন পাতিবলৈকে তুমি দৃঢ় সঙ্কল্প।”

“মোৰ মনৰ সন্দেহৰ কথা আপুনি কিয় উত্থাপন কৰিছে?”

দেউতাকৰ কথাত ‘যদি’ৰ অৱতাৰণা কৰাত তাৰ খঙ উঠিল। দেউতাকে শান্তভাৱে উত্তৰ দিলে, “তোমাৰ মন তুমিয়ে ভালকৈ বুজি পোৱা। মই মাথোন কথাটো উল্লেখহে কৰিছো।”

“আমি নিশ্চয় অইন এখন প্ৰদেশলৈ গুচি যাম,”—এলেনৰ খং মাৰ যোৱা নাই। “সন্তুৱ নিউইয়ৰ্কলৈ যাম। তাত এটা চাকৰি বিচাৰি লম। আপুনি মাক কৈ দিব যে তেওঁৰ ল’ৰাই আৰু কেতিয়াও ঘৰলৈ নেযায়।”

“মই সেইটো কৰলৈ নেযাওঁ”—মিঃ কেনেডীয়ে ক’লে। তেওঁ পুনৰ বহিল আৰু গিলাচটোৰ অৱশিষ্টখিনি খাই গিলাচটো টেবুলত থৈ ক’লে, “তুমি সেইদৰে ভবাটোও উচিত হব বুলি মই নেভাবো। মোৰ আশা তুমি ঘৰলৈ আহিবা। ঘনাই আহিবা। তুমিয়ে তেওঁৰ একমাত্ৰ ল’ৰা।”

“হলেও তেওঁতো মোক সেইদৰে ব্যৱহাৰ নকৰে?” সি উত্তৰ দিলে।

“তুমিও বুজন মানুহৰ দৰে কাম কৰা নাই”—দেউতাকে ক’লে। “মাৰাই তোমাক খুব ভাল পায় আৰু সেইবাবেই তেওঁ তোমাক এৰি থাকিব নোৱাৰে। তেওঁ তোমাৰ পৰা বহুত আশা কৰে, ব-হু-ত। যেতিয়া তেওঁ গম পালে যে তেওঁ দ্বিতীয়বাৰ সন্তানৰ মাক হব নোৱাৰে তেওঁৰ কিমান দুখ। কিমান কান্দিলে! কান্দি কান্দি জীৱন শেষ কৰি দিব বুলি মোৰ ভয় হৈছিল। ওৰে নিশা সিদিনা মই তেওঁক সান্ত্বনা দিবলগীয়া হৈছিল। কাৰো চকুত টোপনি নাই। বোধহয় মাৰাই তাৰ বাবে ভগবানকো ক্ষমা কৰিব পৰা নাই।”

“তেওঁ কেবল নিজৰ মতটোকে শ্ৰেষ্ঠ বুলি ভাবে” এলেনৰ কথাত খঙৰ প্ৰকাশ স্পষ্ট।

মিষ্টাৰ কেনেডীয়ে তালৈ মন নিদিলে! “তেওঁ অতি অদ্ভুত ধৰণৰ পুতৌ লগা জীৱ”—পোন প্ৰথমবাৰলৈ ল'বাক এজন সমনীয়া ভদ্ৰলোকৰ দৰে জ্ঞান কৰি তেওঁ ভাবপ্ৰৱণ হৈ কবলৈ ধৰিলে।

“তেওঁৰ মনোবল আৰু কাৰ্য্যদক্ষতা শলাগিবলগীয়া। কেতিয়াবা মই নিজেই হাৰ মানিছো তেওঁৰ ওচৰত। তেতিয়া তেওঁৰ অন্য-দিশটোলৈ মোৰ মনত পৰে। কি অশান্তিৰ মাজেৰে দিন কটাবলগীয়া হৈছে তেওঁ। মই জানো তুমি সেইটো নুবুজিবা। কিন্তু মই বুজি পাওঁ। তেওঁৰ জীৱনৰ এটি সুকীয়া বৈশিষ্ট্য আছে যাক মই ভাল পাওঁ। কোনো বৈশিষ্ট্য নথকা তিৰোতাক মই জানো ভাল পাব পাৰিলোহেঁতেন?”

কথাখিনি শেষ কৰি তেওঁ এলেনলৈ চাইছিল। দেউতাকৰ সেই লাজকুৰীয়া, শান্ত আৰু ইঙ্গিতপূৰ্ণ চাৱনিত এলেন বিচলিত হ'ল আৰু বিবুদ্ধিত পৰিল। মাকক স্ত্ৰীৰ শাৰীলৈ আনি বিচাৰ কৰিবলৈ তাৰ ভাল নেলাগিল। তাৰ লাজ লাজ লাগিল। গতিকে পৰিস্থিতি আয়ত্তাধীন কৰিবলৈ ততালিকে সি আৰম্ভ কৰিলে,

“মই বুজিছো আপুনি আমাৰ বাবে যথেষ্ট কৰিছে। এতিয়া বাকীখিনি মোৰ ওপৰত; নহয় জানো দেউতা? আপুনি দুপৰীয়া আমাৰ লগত আহাৰ কৰিবলৈ নেথাকিব জানো?”

“মই আজি থাকিব নোৱাৰিম”—মিষ্টাৰ কেনেডীয়ে ক'লে। তেওঁ বৰ ক্লান্ত হৈ পৰিছিল। সেই সৰু ছোৱালীজনীক আকৌ মাতিব নে নাই তেওঁ তাকে ভাবিছিল। “তোমালোক থিতাপি হৈ বহা। মই পিচত আহি তোমালোকক লগ ধৰিম।”

“মই জনাম বাৰু”—এলেনে ক'লে। দুয়োজনে অতি আন্তৰিক ভাবে বিদায়ৰ কৰমৰ্দন কৰিলে। এনেতে এলেনে মাত দিলে,

"আপুনি পোনপটীয়াকৈ কথাখিনি কোৱা বাবে ভাল লাগিছে। এতিয়াহে মই মোৰ অৱস্থাটো ভালদৰে উপলব্ধি কৰিছো।"

মিঃ কেনেডীয়ে কিবা কব বুলি গলটো পৰিষ্কাৰ কৰি ললে। তেওঁৰ ভৰি ত্বখন কঁপা যেন অনুভৱ হ'ল; অলপ জিৰণি লবলৈ তেওঁৰ মনটো উদ্‌গ্ৰীব হৈ পৰিল। আহিবৰ সময়ত ক'লে, "ভাল বাৰু, আহিলো। মোৰ প্ৰয়োজন হলে খবৰ দিবা। মোক হলে সদায় একেই দেখিবা।"

"মই জানো"—এলেনে মুখত হাঁহি লৈ ক'লে। দেউতাক গৈ চকুৰ আঁৰ হলত সি ভিতৰ সোমাল আৰু ত্বৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি অকলে কোঠাটোত বহি থাকিল। তাৰ মগজুত চিন্তাৰ জোৱাৰ উঠিব ধৰিছে। মূৰটো হাতত্বখনৰ ওপৰত গুজি দি সি তলমূৰকৈ বল; জোৱাৰত নহলে যেন সি ক'ৰবালৈ উটি যাব।

সিটো কোঠাত জোচু নীৰৱে বহি আছিল। পিতাপুত্ৰৰ আলোচনাত ভদ্ৰতাৰ খাটিৰত তাই যোগ দিব নোৱাৰিলে; তথাপি তাই অনুমান কৰিছিল সেই আলোচনা তাইৰ মঙ্গলৰ বাবে নহয়। তাই ভাগৰি পৰিছিল। শাৰীৰিক আৰু মানসিক কষ্ট তাইৰ বাবে অসহনীয় হৈ পৰিছিল। তাইৰ ভাব হ'ল—এলেনক বুজিবলৈ তাইৰ কিমান বাকী! আৰু এলেনেই বা তাইক কিমানখিনি বুজিছে? প্ৰেমিক-প্ৰেমিকাৰ মাজত জানো—গোপনীয়তাৰ কিবা স্থান আছে? তাইৰ নিচিনা এলেনৰ ভাল পোৱাও জানো গভীৰ আৰু আন্তৰিক? জোচুৱে আগৰে পৰাই এইটো ভাবিছিল, সেই চিন্তাৰ প্ৰয়োজন এতিয়াও আছে।

তাই আগৰ কোঠাৰ ত্বৱাৰ বন্ধ কৰা শব্দ শুনিছিল। তেতিয়াও এলেনে তাইক নমতা দেখি লাহেকৈ মাজৰ ত্বৱাৰখন খুলি সোমাই আহিল এলেনে তলমূৰকৈ কি ভাবিছে! কি হ'ল বাৰু তাৰ!

"এলেন!"

জোচুৰ চিঞৰত সি চক খাই উঠিল, তাই তাত থকা কথাটো যেন সে পাহৰিয়ে গৈছিল।

"এলেন, কি হৈছে তোমাৰ?"—তাই লৰি আহি তাৰ ওচৰতে আঠু লৈ বহিল। "কি হ'ল মোক কোৱাচোন বাৰু?"

কবলৈ তাৰ লাজ লাগিল। সি কেনেকৈ তাইক কয় সিহঁতৰ বিয়া অবৈধ কৰা আইনখনৰ কথা আৰু সেই আইনৰ প্ৰয়োজনীয়তাৰ কথা! সি কেনেকৈ বুজাব যে অইনৰ বাবে যুগুত কৰা আইনখন তাইৰ ক্ষেত্ৰতো প্ৰযোজ্য বুলি উকীলে মত দিলে।

"মাৰ গা ভাল নহয়"—সি সেমেনাসেমেনিকৈ ক'লে। "দেউতাৰ মতে আমি মা ভাল নোপোৱালৈকে ঘৰলৈ নোযোৱাই ভাল। সম্প্ৰতি কিছুদিনলৈ আমি ইয়াতে ক'ৰবাত থাকিম।"

সি তাইৰ চেহেৰাৰ পৰিবৰ্তন লক্ষ্য কৰিলে আৰু লৰালৰিকৈ মৰমিয়াল সুৰেৰে আৰম্ভ কৰিলে, "বিয়াৰ পিচত ইয়াত আমি মা দেউতাৰ সৈতে ঘৰত বাস নকৰো। কোনেও নকৰে। সৰহভাগ লোকেই ইয়াক নিন্দাৰ চকুৰে চায়। আকৌ বয়সীয়াল লোক-সকলেও সৰহদিন আমি ঘৰত থকাটো পচন্দ নকৰে। হয়তো অহা বৰদিনৰ বন্ধত কিছুদিনৰ বাবে ঘৰলৈ যাম। ইতিমধ্যে—।"

সি উঠিল আৰু জেপত হাতদুখন সুমুৱাই কোঠাটোৰ ভিতৰত দুই এখোজ দি কবলৈ ধৰিলে। জোচু অলৰ অচল হৈ তাৰ কথা বুজিবলৈ চেষ্টা কৰিলে। সি ক'লে,—

"আমাৰ বাবে নিউইয়ৰ্কেই উপযুক্ত চহৰ। বেচ ডাঙৰ নগৰ। পৃথিৱীৰ নানা জাতিৰ মানুহ তাত একেলগে বাস কৰে। আমি বাস কৰা চহৰখন তাৰ তুলনাত বহুত সৰু, জানা? প্ৰতিটো পৰিয়ালেই তাত যুগ যুগ ধৰি বাস কৰি আহিছে। কিমান হব সংখ্যা? ধৰা বাৰটা পৰিয়াল বা তাৰ ওচৰাওচৰি। আৰু

সিবিলাকৰ চাকৰবোৰ। সিহঁতে জাপানীমানুহ দেখা বুলি মোৰ বিশ্বাসেই নহয়।"

"তেনেহলে ময়েই প্ৰথম হম"—জোচুৱে ক'লে।

নিজকে লুকাবলৈ সি বহুত চেষ্টাই কৰিছিল। দুই এখোজকৈ গৈ সি তাইৰ সন্মুখতে থিয় দি বল আৰু তাইৰ ওপৰলৈ কৰা মুখখনিলৈ চাই অলপ হাঁহিবৰ যত্ন কৰিলে।

"বাৰু মনত আছেনে তোমাৰ দেউতাৰাই মোক কিদৰে ভাবিছিল?"

"কিন্তু আমেৰিকাত?"

"এৰা সোণ, আমেৰিকাতো। তুমি পাহৰি গলানে? ডাঙৰ হোৱাৰ লৈকে তুমি লচ্ এঞ্জেল্‌চতে আছিলা দেখোন?"—তাৰ সুৰটো বেচ তীব্ৰ হৈ উঠিল।

তাইৰ মনত আছিল। তাই তললৈ মূৰ কৰিলে। লগে লগে দুগালেদি দুটোপাল তপত চকুলো বাগৰি আহিল। "মই ভাবিছিলো এতিয়া বহুত পৰিবৰ্তন হৈছে"—শুনাহুশুনাকৈ তাই ক'লে।

"সম্ভৱ পৰিবৰ্তন হব ধৰিছে"—সি স্বীকাৰ কৰিলে। "মই সেই পৰিবৰ্তনৰে চানেকি আৰু তুমিও।"

কথাষাৰ শুনি তাই মূৰ দাঙিলে আৰু তালৈ চালে। চকুত এটি সন্ত্ৰাসৰ ভাব।

"এইটো ভাবিলে মোৰ নিজকে বৰ অকলশৰীয়া যেন লাগে"—সৰুকৈ তাই ক'লে।

"ধৰি লোৱা আমি দুটি ভ্ৰাম্যমান নক্ষত্ৰ"—জোচুৰ কথাত সম্মতি জনাই সি ক'লে। "আমি আমাৰ বাবে সুকীয়া জগত ৰচনা কৰিম। ই একো অসম্ভৱ নহয়, বুজিছা সোণ?"

কৈয়েই সি দুহাত আগবঢ়াই তাইক থিয় কৰালে। "আকৌ আঠুকাঢ়ি নবহিবাদেই মিচেচ কেনেডী"—সি ক'লে। "অ' তোমাক

এতিয়াৰ পৰা আৰু 'সোণ' বুলি নামাতো। ইহে মধুচন্দ্ৰমা কালৰ নাম। আমাৰ সেই সময় পাৰ হৈ গ'ল : সাংসাৰিক জীৱন আৰম্ভ কৰিবৰ হ'ল। মই তোমাক 'জো কেনেডী' বুলি মাতিম, কি কোৱা? ভাল নাম ; মাৰ্কিন চাপ আছে।"

খণ্ড আৰু বিদ্ৰোহে তাৰ সাহস বঢ়ালে। পুৰণি সোপাকে সি ভবিৰে মোহাৰি পেলাব। সৈন্যবাহিনীত সি পুনৰ যোগ নিদিয়ে। সি নিউইয়ৰ্কলৈ গৈ চাকৰি এটা বিচাৰি লব। আদৰ্শ গিৰীয়েক হব সি। আৰু দেউতাকো হব জানো? ভবাৰ লগে লগে তাৰ মন সঙ্কুচিত হৈ আহিল।

"আহা জো—" বুলি তাইক কাষলৈ টানি নি ওঠত এটি চুমা আকি দিলে। পিচত ক'লে, "তোমাৰ মালবস্তু সাজু কৰাগৈ, আমি আৰু ইয়াত পলম নকৰোঁ।"

* * * *

বাহিৰৰ পৰিবৰ্ত্তনখিনি সহজেই আহিছিল। বিশেষ কষ্ট নকৰাকৈয়ে এলেনে চাকৰি এটা পালে এখন সাপ্তাহিক আলোচনীত। বিদেশত লাভ কৰা বিচিত্ৰ অভিজ্ঞতাবোৰ শুৱলা ভাষাত সি প্ৰকাশ কৰিছিল। বা-বাতৰিবোৰ ধুনীয়াকৈ সজাই আলোচনীখনৰ সৌষ্ঠৱ বঢ়াইছিল। তাত পোৱা বেতনেৰে সিহঁত দুয়োৰো সৰু সংসাৰখন ভালদৰেই চলিছিল। ইতিমধ্যে জোচুৰ কেবাগৰাকীও বন্ধু ওলাইছিল। তাৰ ভিতৰত কলম্বিয়াৰ ছাত্ৰ এজনলৈ বিয়া হোৱা চীনা ছোৱালী এজনী, শিশু শিক্ষা আৰু মনস্তত্ত্ব অধ্যয়ন কৰিবলৈ যোৱা এহাল জাপানী দম্পতি বেচ ঘনিষ্ঠ হৈ পৰিছিল।

কিন্তু পৰিবৰ্তন ঘটিছিল সিহঁতৰ মনোজগতখনতো। বৈবাহিক জীৱন যদিও সিহঁতৰ সুখৰ আৰু দিনকদিনে মধুৰ যেন লাগিছিল, তাৰ মাজতে প্ৰতিজনে অনুভৱ কৰিছিল যেন এজনে ক্ৰমে আনজনৰ পৰা আঁতৰি আহি অকলশৰীয়া জীৱন যাপন কৰিছে। সিহঁতৰ এজনেও

চহৰৰ গলি ৰাস্তাত থকা অপৰিষ্কাৰ ঘৰত ওপজি ডাঙৰ হোৱা মানুহ নহয় যে এলিভেটৰেৰে ওপৰলৈ উঠি যোৱা সৰু ঠেক কোঠাটো এখন স্বৰ্গ বুলি অনুমান হব। সিহঁত ডাঙৰ হৈছিল আহল বহল বিৰাট ঘৰত, ফুলনি পুখুৰী আদিৰে জাতিষ্কাৰ হৈ থকা মুকলি পৰিবেশত। নিউইয়ৰ্কৰ এই অকনমানি ৰান্ধনি ঘৰটোত কাম কৰি জোচুৱে কিওটোত থকা বিৰাট বান্ধনি ঘৰটোৰ কথা সুৰঁৰিছিল—মাজৰ পৰ্দাবোৰ আঁতৰাই দিলে এটা বৃহৎ ভোজনাগাৰ যেন লাগে। বাহিৰৰ পৰা ফুৰি আহি এলেনে যেতিয়া এগজমান ঠাইতে তাৰ পিন্ধা কাপোৰ-বোৰ ভাজ কৰি থয়, তেতিয়া ভাৰ্জিনিয়াত থকা তাৰ প্ৰকাণ্ড অট্টালিকাটোৰ কথা মনত পৰিছিল; তাৰ বাবে সুকীয়াকৈ ৰখা বহল কোঠাকেইটাৰ কথা বেচিকৈ মনলৈ আহিছিল। সেই ঘৰৰ একমাত্ৰ উত্তৰাধিকাৰী সিয়েই। তাত অইন কাৰো দাবী নাখাটে। ৰাতি বিচনাত পৰি হেজাৰ হেজাৰ মাইল আঁতৰত থকা জলপ্ৰপাতটোৰ মৃদু শব্দ জোচুৱে সপোনত শুনিছিল। সেই জলপ্ৰপাত, পুখুৰী, ফুলনি আৰু ঘৰটোৰ উত্তৰাধিকাৰী বুলিবলৈ তায়েই আছিল। প্ৰত্যেকে এইদৰে গোপনে চিন্তা কৰিছিল এৰি অহা অতীতটোৰ কথা আৰু ইয়ে সিহঁতক বৰ্তমানৰ অভাৱখিনিৰ বিষয়ে অধিক সজাগ কৰি তুলিছিল।

নগৰীয়া জীৱনটোৰ প্ৰতি দুয়োজনে অতীষ্ঠ হৈ পৰিছিল। পৰিবৰ কথাই। মৌচাকৰ নিচিনা ঠেক গণ্ডীৰ ভিতৰত মানুহ বাস কৰা সম্ভৱ নহয়। আচল জীৱনৰ ৰূপ জানো এনেকুৱাই?

এলেনৰ খং বাঢ়ি গৈছিল তাৰ নিজৰ ঘৰৰ ওপৰত, মাক দেউতাকৰ ওপৰত আৰু নিজৰ শৈশৱকালৰ ওপৰত। তাৰ মৰমৰ ঘৰটোত থকা মাক দেউতাকৰ কথা প্ৰায়ে তাৰ মনত পৰা হ'ল, আৰু মাকতকৈ দেউতাকলৈ বেচি খং উঠা হ'ল। পুৰুষে নিজৰ ইচ্ছা আৰু মত তিৰোতাৰ ওপৰত সাব্যস্ত কৰিব পাৰিব লাগে, সি

ভাবিলে। আৰু তাকে কৰিব নোৱাৰাটোৰেই কাপুৰুষালি। সি নিজে নেজানিছিল যে তাৰ স্বভাৱ দেউতাকৰ বিপৰীত ধৰ্মী।

নিৰাশ্ৰয়া বেশ্যাৰ সৈতে জীৱন উপভোগ কৰিবলৈ সি ভাল নেপাইছিল সঁচা, কিন্তু এখন দেশ জয় কৰাৰ পিচত তাৰ মনৰ পৰিবৰ্তন হৈছিল। আনবো হ'লহেতেন। পৰাজিত দেশৰ নাৰীক সিহঁতৰ পদদলিত কৰিবলৈ বহুতে বিচাৰে। যুদ্ধৰ এয়ে চৰম পৰিণতি, ব্যক্তিগত বিজয়ৰ ইয়াতে পৰিসমাপ্তি। এলেনে অৱশ্যে তেনেলোকৰ শ্ৰেণীত পৰিব বুলি স্বীকাৰ নকৰিব; কিন্তু তথাপি সি পৰিছিল। কাৰণ সি আছিল অতি জেদী আৰু মইমতীয়া স্বভাৱৰ— দেউতাকৰ সম্পূৰ্ণ বিপৰীত। তাৰ যিটো যুগত জন্ম সেই যুগৰ বিশেষত্বই হৈছে শাৰীৰিক শক্তিৰ প্ৰাধান্য, যি শক্তিয়ে আনি দিয়ে বিজয়ৰ গৌৰৱ। তাৰ দেউতাকৰ কিন্তু তাৰ দৰে আনৰ ওপৰত প্ৰভুত্ব কৰিবৰ হেপাহ অকনো নাছিল।

নিতৌ এইবোৰ চিন্তাৰ সমাধান বিচাৰি এলেনৰ মনটো নিজে নজনাকৈয়ে বেচি আঁকোৰগোজ ভাবৰ হৈ পৰিছিল, বেচি আক্ৰমণ-মূলক হৈছিল, এনেকি জোচুৰ ওপৰতো। তাই বিস্ময় মানিছিল। তাই বুজি নেপায় কি ভুল কৰিছে তাই, যি কাৰণে এলেনৰ খং বাঢ়ি গৈছে তাইৰ ওপৰত। তাইতো কেৱল কামতে ব্যস্ত। যিকোনো কামকেই নিখুত হিচাপে কৰিবলৈ তাই বিচাৰে। অকণমানি শোৱা কোঠাটোত ফুলদানি কেইটা সজাওঁতে তাইৰ কিমান সময় লাগে। কাৰণ সিহঁতৰ খোৱা টেবুলখনো সেই কোঠাতে। তাইৰ এজনী চাকৰনীও নাছিল আৰু তাই প্ৰয়োজনও বোধ কৰা নাছিল। তাই জানিছিল আমেৰিকাত অতি কম তিৰোতাইহে চাকৰ ৰাখে। ইপিনে কাম নেথাকিলে তাই সময় কটাব কিহেৰে? জাৰকালি আহিলে সেইদেখি স্কুলতে নাম লগাব বুলি তাই মনতে ঠিক কৰিছিল। চহৰখন স্কুলেৰে ভৰা। নিশা এলেন উভটি আহোঁতে যেতিয়া পলম

হয় তাই পাঠ্য তালিকাবোৰ আনি পঢ়িছিল। প্ৰতি সপ্তাহতে এইদৰে তাই বহুনিশালৈকে এলেনৰ বাবে অপেক্ষা কৰিবলগীয়া হৈছিল। কেতিয়াবা এনেকৈ ওৰে নিশা তাই বাট চায়, সি ঘৰ পাওঁতে বাতি পুৱাই যায়গৈ।

ইতিমধ্যে জোচুৱে ওচৰত থকা পুথি ভৰালটোৰ পৰা কিতাপ আনি মাজে সময়ে পঢ়িছে। তাইৰ অৱশ্যে উপদেষ্টা বুলিবলৈ কোনো নাছিল। নিজে গৈ বয়সীয়াল লাইব্ৰেৰীয়ান জনক সুধি মাৰ্কিন জীৱন সম্বন্ধে লিখা পুথিবোৰ তাই মনোযোগ দি পঢিছিল। কিন্তু যিমানে পঢ়িছিল তাইৰ বিস্ময় বাঢ়িহে গৈছিল। তাই বিমোৰত পৰিল। পুথিত বৰ্ণনা কৰা নাৰীচৰিত্ৰবোৰৰ সৈতে তাইৰ একো মিল নাছিল। সিহঁতৰ সমস্যা তাইৰ লগত সমূলি নিমিলিছিল। তাইৰ জীৱন বুলিবলৈ এটি সৰু কোঠা। একেজন সঙ্গী। আৰু একো নাই।

সেয়ে এদিন অতীষ্ঠ হৈ তাই সুধিলে, "এলেন, তোমাৰ জানো বন্ধুবান্ধৱ কোনো নাই ইযাত ?"

'বন্ধু ?" সি পুনৰ উচ্চাৰণ কৰিলে।

"আজৰি পৰত কথা হবলৈ"—তাই মাত দিলে। "এজন বা দুজন ভদ্ৰলোক আৰু তেওঁলোকৰ পৰিবাৰ এইখিনি মানুহক অন্ততঃ এবাৰ সোধপোচ কৰিবলৈ ঠাইৰ নাটনি নহব।"

"অফিচৰ পিচত ফুৰিবলৈ সময়ে নেপাওঁ দেখোন। পিচলৈ চাম বাৰু দেই।"—সি উত্তৰত কৈছিল।

এই সকলো অস্থিৰতাৰ এদিন হঠাৎ ওৰ পৰিল। সিদিনা বজাৰৰ পৰা উভটি আহোঁতে জোচুৱে বৰ ভাগৰ লগা যেন অনুভৱ কৰিলে। আহিয়ে তাই বিচনাত পৰি গ'ল। আগৰে পৰা তাই সাধাৰণ পৰিবৰ্তন কিছুমান নিজৰ দেহত অনুমান কৰিছিল, কেতিয়াবা আকৌ সেই অনুমান কাল্পনিক বুলিও মনক প্ৰবোধ দিছিল।

কাৰণ সঁচা হবলৈ হলে বাস্তৱত তাৰ পৰিণামলৈ ভাবি তাই ভয় খাইছিল। কিছুদিন আগৰ পৰা তাইৰ সন্দেহ ক্ৰমে বাঢ়িবলৈ ধৰিছে, সঁচাকৈয়ে জানো তাই মাক হবলৈ ধৰিছে? নিজৰ অনিচ্ছা-হেতুকে এই গৰ্ভবোধ কৰিবলৈকো তাই চেষ্টা কৰিছিল। কিয়নো সন্তান জন্মদিবলৈ তাইৰ ঘৰেই বা ক'ত? বাকচৰ নিচিনা কোঠা এটিত সিহঁত দুজনে কোনোমতে বাস কৰিছে। কেচুৱা উমলিবলৈ তাত ঠাই নুকুলায়। ফুলনি আদিৰ কথাতো ভাবিবই নোৱাৰি। যি ফুলনি তাই দেখিছে তাতো বগা তিৰোতাবোৰে সিহঁতৰ ল'ৰা-ছোৱালী ক'লাৰঙৰ লগবোৰৰ পৰা আঁতৰত ৰখাহে তাইৰ চকুত পৰিছে। তেনেকুৱা ঠাইলৈ তাই নিজৰ কেচুৱাটি লৈ কেনেকৈ যাব? তাইৰ কেচুৱা!

"ওহোঁ, ই অসম্ভৱ"—বিচনাত বাগৰি বাগৰি তাই নিজকে ক'লে।

আজি তাই বিচনাত জিৰণি লৈ থাকোঁতে হঠাৎ এটি মৃদু জোকাৰণি পেটত অনুভৱ কৰিলে। এই জোকাৰণি তাইৰ নিজৰ নহয়। তাইৰ সন্দেহ আৰু অনুমানবোৰ যিবোৰ মিছা হওক বুলি তাই ভগবানক মিনতি জনাইছিল, তেন্তে সত্যই! এয়ে প্ৰথম ভিতৰত তাই অইন এটি জীৱৰ স্থিতি উপলব্ধি কৰিলে। তাৰ জন্ম কেতিয়াবাই হ'ল। এতিয়া আৰু উপায় নাই।

ভয়তে তাই কিছুপৰ অলৰ অচল হৈ পৰি থাকিল। পিচত উবুৰি হৈ গাৰুত মূৰ গুজি কান্দিবলৈ ধৰিলে।

* * * *

সৌভাগ্যৰ কথা যে মাকৰ কান্দোন ভিতৰত থকা কেচুৱাই শুনিবলৈ নেপায়। তাৰ প্ৰয়োজন থাকক বা নেথাকক সি ফুৰ্ত্তি আৰু আনন্দেৰে বাঢ়িবলৈ ধৰে। মাকৰ দুখ বা দুশ্চিন্তাই তাক লৰাব নোৱাৰে। গভীৰ নিদ্ৰাত নিমগণ হৈ সি অকলে বাঢ়ে।

সেই নিদ্ৰাত যি শান্তি আৰু বিস্মৃতি তাক কেবল মৃত্যুৰ সময়ৰ শেষ টোপনিৰ সৈতেহে তুলনা কৰিব পাৰি। কিন্তু ডাঙৰ হোৱাৰ লগে লগে তাৰ টোপনি কমিবলৈ ধৰে। হাত আৰু ভৰি লৰচৰ কৰিবলৈ শিকে আৰু এইদৰেই জন্মৰ সঙ্কট মুহূৰ্ত্তলৈ সি নিজকে প্ৰস্তুত কৰি তোলে। তাৰ জীৱন সংগ্ৰাম আৰম্ভ হয়।

বিশ্বশিশু লেনীৰ বেলিকাও সেয়েই ঘটিছিল। তাৰ মাকে যে প্ৰায়েই চকুপানী মচি দিন নিয়াইছিল সি নেজানে। নিশ্চিন্তমনে সি নিজৰ জগতখনত বাঢ়ি আহিছিল। কাৰ বাবে সি জন্ম লব সি নেজানে বা জানিবলৈ ভ্ৰুক্ষেপো নকৰিছিল। শুই শুই মাকৰ পৰা সি আহাৰ যোগাৰ কৰিছিল আৰু তাৰ উৎপাতও সময়ৰ লগে লগে ক্ৰমে বাঢ়ি আহিছিল। সিতো নেজানে যে তাৰ অবস্থিতি মাক আৰু তাৰ মাজতে সীমাবদ্ধ এটি নিগূঢ় গোপনীয়তা।

এই গোপন কথাটোৰ সম্ভেদ এলেনক তাই দিবলৈ নেযায়। কিছুদিনৰ পৰা তাই লক্ষ্য কৰি আহিছে যে তাই আন্তৰিকতাৰে ভাল পাই বিয়া কৰোৱা মাৰ্কিন যুবকজন সুখী হব পৰা নাই। অৱশ্যে সি খুব পৰিশ্ৰম কৰিছিল। তাইক যথেষ্ট মৰমও কৰিছিল আৰু তাইৰ প্ৰতি তাৰ আসক্তি অটুট থকা বুলি বিশ্বাসো কৰিছিল। তেতিয়াও সিহঁতৰ দাম্পত্য জীৱনৰ মধুৰ আবেশ শেষ হৈ যোৱা নাছিল। এলেনৰ দুবাহুৰ মাজত সোমাই তেতিয়াও তাই নাৰী-জীৱনৰ সৰ্বস্ব দি আনন্দ লাভ কৰিছিল।

দৈহিক মিলনৰ যোগেদি জীৱনৰ চৰম তৃপ্তি বিচাৰি তেতিয়াও সিহঁতে বাহিৰৰ সঁচা জগতখন পাহৰি যাবলৈ চেষ্টা কৰিছিল। ইয়াৰ মাজতে এদিন এই গুপ্ত তৃতীয় ব্যক্তিৰ কথা তাইৰ উপলব্ধি হ'ল। তেনেহলে ইয়ে জানো এলেনৰ অসুখৰ কাৰণ ?

"কি হৈছে তোমাৰ ?" এলেনে এদিন সুধিবলৈ বাধ্য হ'ল। "তুমি বাৰু কি ভাবি থাকা আজিকালি ? তুমি যেন মোৰ পৰা

আঁতৰি থাকিব বিচাৰিছা? কিয়, আহাচোন? মোৰ ওচৰলৈ আহাচোন।”

“মই আছো দেখোন”—তালৈ হাতদুখন আগবঢ়াই দি তাই উত্তৰ দিলে। “চোৱা মই দেখোন সদায় তোমাৰ লগতে আছো।”

ওহোঁ, সেই কথাটো তাই এলেনক কব নোৱাৰিব। তায়েই তাৰ সম্পূৰ্ণ জীৱন বিয়পি থকা নাই বুলি তাইৰ ধাৰণা হৈছে। বহুদিন আগৰ পৰা তাই লক্ষ্য কৰি আহিছে যে এলেনৰ কিছুমান গোপন চিন্তা আছে। সেইবোৰ জোচুক জানিবলৈ নিদিয়ে। সেই চিন্তা অকল তাৰ ঘৰৰ বাবে নহয়, আৰু পৰিয়ালৰ বাবেও নহয়, যদিও তায়ে তাক সেই পৰিয়ালৰ পৰা বিচ্ছেদ কৰি আনিছে, বা তাই এতিয়া ভাগলব নোৱাৰা শৈশৱৰ স্মৃতিৰ বাবেও নহয়। সি যেন তাইৰ বাবে দুৰ্বোধ্য জগত এখনত বাস কৰে। এলেনৰ যিবোৰ পুথিত বা বাতৰিত বাপ তাইৰ সেইবোৰত বিশেষ আগ্ৰহ নাই। তথাপি কেতিয়াবা তাই জানিবলৈ বা বুজিবলৈ চেষ্টা কৰে। কাৰণ এলেনৰ ইমান আকৰ্ষণীয় বিষয়বোৰত তায়ো আকৰ্ষিত হোৱা উচিত নহয় জানো? কিন্তু এলেনৰ পৰা কিবা জানিবলৈ বা শিকিবলৈ বিচাৰিলে তাই হতাশ হবলগীয়া হয়—তাৰ অধৈৰ্য্যতাত আৰু সেই অধৈৰ্য্যতা লুকাবলৈ কৰা প্ৰয়াসত তাইৰ মন ভাগি পৰে।

“মোক শিকাবলৈ তোমাৰ সমূলি আগ্ৰহ নাই”—তাই সিদিনাখন আবেগত কৈ পেলালে।

“নহয়, আচল কথা সেইটো নহয়”—সি ক’লে। “দিনটোৰ পৰিশ্ৰমৰ শেহত মই ভাগৰি পৰোঁ।”

কিন্তু আচল কথা সেইটোৱেই। তাই আলচি থোৱা দৰে যদি স্কুললৈ যাব পাৰিলেহেতেন, আমেৰিকাৰ বহুত কথা শিকিবলৈ তাই সুযোগ পালেহেতেন। কিন্তু সেই প্ৰশ্ন এতিয়া উঠিবই নোৱাৰে। তাই যে এতিয়া মাক হবলৈ ওলাইছে! অৱশ্যে এবাৰ যত্ন কৰিছিল

মাক নহবলৈ, কিন্তু নোৱাৰিলে। জাপানী বান্ধবী এগৰাকীৰ সৈতে এজন ডাক্তৰৰ ওচৰলৈ গৈ তাই পৰামৰ্শ বিচাৰিছিল। তেতিয়া বহুত পলম হৈ গৈছে। ইপিনে ডাক্তৰেও সন্তান নষ্ট কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰিলে। তাই বিশেষ দুখ কৰা নাই তাৰ বাবে। কিয়নো কেচুৱাৰ গাততো কোনো দোষ নাই। আনৰ দোষৰ ভাগ নিৰপৰাধী কেচুৱাক লবলৈ কেনেকৈ দিব পাৰি? তাৰ জন্ম নিয়তিৰ বিধান।

চাওঁতে চাওঁতে শৰতে মেলানি মাগিলে। শীতৰ কঠোৰ স্পৰ্শই প্ৰকৃতিৰ মোহিনী বেশত বাৰ্দ্ধক্যৰ চাপ পেলাই দিলে। জোচু লাহে লাহে খীনাব ধৰিলে। স্পষ্টকৈ নকলেও তাই নিজৰ দেহৰ অবস্থাৰ ইঙ্গিত মাজে মাজে এলেনক দিছিল। সময়ত বহুতো কথা কবলৈ তাইৰ মন যায়। কিন্তু কথাবে যেতিয়া তাইৰ অন্তৰ ভৰি পৰে মুখেৰে তাই একোকে কব নোৱাৰা হয়। তালৈ ভয়ৰ বাবে নহয়। সেই ভয় তাইৰ নাই। জীৱনৰ স্থিৰতা তাই হেৰুৱাই পেলাইছিল। আনকি সিহঁতৰ ভাড়া লৈ থকা কোঠাদুটিও মাহেকীয়া বন্দোবস্ততহে লোৱা হৈছিল। এমাহ পূৰ হলে আৰু এমাহৰ বাবে বন্দোবস্ত কৰা হয়। ইমান অনিশ্চয়তাৰ মাজত কোনে বাৰু শান্তিৰে দিন কটাব পাৰে?

"আমি অলপ দিনৰ ভিতৰতে ঘৰলৈ যাম"—এলেনে এদিন ক'লে। "মায়ে অনুমতি নিদিলেও তেওঁ বাৰু কিমান দিন জীয়াই থাকিব? এদিন তেওঁৰো মৃত্যু হব। কিন্তু তেওঁ আপত্তি কৰিব বুলি মই নেভাবো।"

"এলেন!" তাই ভয়ত চিঞৰি উঠিল। "মা-দেউতাৰাৰ বিষয়ে তেনেকৈ কব নেপায়। ঈশ্বৰে তোমাক শাস্তি দিব।"

এলেনে তালৈ কোনো মনোযোগ নিদিলে; সি কেবল ক'লে, "মৰণ অৱশ্যম্ভাবী। মানুহ বুঢ়া হলে মৃত্যুমুখত পৰাটো ভালৰেই কথা। নহলে পৃথিৱীৰ উন্নতি কিদৰে হ'লহেতেন?"

"এলেন, তেওঁ তোমাৰ জননী !" তাই কোমল হাতখনেৰে তাৰ মুখত সোপা দি ক'লে।

"হলেও তেওঁৰ মনটো অতি সঙ্কীৰ্ণ"—এলেনে তাইৰ হাতখন আঁতৰাই লৈ ক'লে। "তেওঁৰ জন্ম হৈছে সেই সৰু চহৰখনিত আৰু তাতেই ডাঙৰ হৈছে। বহিৰ্জগতৰ অভিজ্ঞতা অলপো নাই। এই গতিশীল পৃথিৱীত সকলোবে পৰিবৰ্তন যে এটি স্বাভাবিক কথা তাক বুবুজে আৰু বুজিবও নোখোজে।"

"সেই সৰু চহৰখনি তুমিও ভাল পোৱা"—তাই ক'লে।

"পাওঁ, মই জানো," সি উত্তৰত ক'লে। "সেইদেখি মোৰ ইমান বেজাৰ তেওঁ কিয় মোক তাত বাস কৰিবলৈ নিদিব।"

"মই তেওঁৰ মৃত্যু কামনা কৰিব নোৱাৰোঁ,"—জোচুৱে দৃঢ়তাৰে ক'লে। "দৰাচলতে কাৰো মৃত্যু মই বাঞ্ছা নকৰোঁ; কৰিবলৈ ভয় পাওঁ।"

আশ্চৰ্য্য প্ৰকাশ কৰি সি ক'লে, "কাৰণ তুমি কাহানিও মানুহ মাৰি পোৱা নাই। কিন্তু মোৰ কথা এবাৰ চিন্তা কৰাচোন। মানুহ মাৰিবলৈ প্ৰযোজনীয় সকলো শিক্ষাকে আমাক দিয়া হৈছে। ই একো টান কাম নহয়। ঘাই সম্পাদকজনৰ কথা শুনি থাকোঁতে কেতিয়াবা কি ভাবোঁ জানা? তেওঁ শত্ৰু হোৱা হলে কেনেকৈ তেওঁক হত্যা কৰিব লাগিব ইমানখিনিলৈকে ভাব হয়। অকল সেয়ে নহয় তেওঁক ধৰাশায়ী কৰিব পৰা কোমল ঠাইবোৰ লগে লগে ঠিক কৰি পেলাওঁ আৰু আত্মৰক্ষাৰ বাবেও লগে লগে নিজকে প্ৰস্তুত কৰি লওঁ।"

তাই অবাক হৈ তাৰ ফালে চাই থাকিল, চকুত ভয়াতুৰ দৃষ্টি ককালত গামোচা এখন বান্ধি তাই বাচন ধুই আছিল আৰু সেই সময়ত কাঁহী এখন মাজি আছিল। হঠাৎ তাই কাঁহীখন টানকৈ হাতৰ মুঠিত সোমাই ললে।

এলেনৰ হাঁহি উঠিল, "কোনো ভয় নাই জো। মই কেতিয়াও

তেনে কাম নকৰোঁ। এয়া আমাৰ শিক্ষাৰ ফাল এটিৰ কথাহে কৈছো। মৃত্যু যে আমাৰ বাবে কিয় ভয়াবহ ঘটনা নহয় তাকে বুজাবলৈকে এইখিনি তোমাক কলোঁ।"

জোচুৰে একো উত্তৰ নিদিলে। পুনৰ চাবোন মিহলি গৰম পানীৰে তাই বাচনবোৰ ধুই অটাবলৈ মনোনিবেশ কৰিলে।

সি নিশ্চয় মাকক ভাল পাইছিল। নেপালে মাকক ইমান খং কৰিব কিয় ?

"মই ইয়াৰ পৰা আঁতৰি যোৱা উচিত,"—জোচুৰে মনতে ভাবিলে। "মইহে এলেনক তেওঁ ভালপোৱা সকলো বস্তুৰ পৰা বঞ্চিত কৰি ৰাখিছোঁ।"

কিন্তু তাই যায় কেনেকৈ ? চানফ্রান্সিচ্কোৰ বেঙ্ক এটিত ধন বাৰু অলপমান আছে। কিন্তু যাবলৈ তাইৰ ঠাই ক'ত ?

দেউতাকলৈ চিঠি লিখিলে তেখেতে সম্ভৱ আৰু টকা পঠিয়াই দিব, কিন্তু তেখেতেও তাইক ঘৰলৈ উভটি যাবলৈ হাক দি পঠিয়াইছে। আৰু এই কেচুৰাটি ? তাকতো তাইৰ বাহিৰে জগতৰ কোনেও নিবিচাৰিব। জাপানত তাইৰ দেউতাকৰ সৈতেও এই কেচুৱা একেলগে বাস কৰিব নোৱাৰিব। ভবিষ্যত বংশধৰৰ চেহেৰাটো তাই এবাৰ মনতে আঁকি ললে। দেখিবলৈ এলেনৰ নিচিনাই হব ; কাৰণ শ্বেতাঙ্গৰ তেজে আন সকলোৰে ওপৰত প্রাধান্য বিস্তাৰ কৰে বুলি তাই ক'ৰবাত পঢ়িছিল, আৰু এই বগা তেজৰ চাপ লুকাবও নোৱাৰি। তেনেকুৱা এটি কেচুৱা প্রাচ্যৰ এখন দেশত কেনেকৈ ডাঙৰ দীঘল হব বাৰু ? তাৰ সৈতে চেহেৰাৰ মিল নথকা ক'লা চুলি, ক'লা চকু আৰু সোণালী ৰঙৰ ছালৰ যিবোৰ লগ তাত পাব তাত জানো শান্তিৰে জীৱন কটাব পাৰিব সি ? ওঁহো, সি ইয়াতে থাকিব লাগিব ; তাৰ নিচিনা লগ ইয়াতেহে পাব সি। তেনেহলে তাই ইয়াৰ পৰা গুচি যাব কেনেকৈ ?

জোচুৱে এনে কি তাইৰ জাপানী বন্ধুৰ লগ হবলৈও ভাল নোপোৱা হ'ল। লাহে লাহে তেওঁলোকৰ পৰা তাই আঁতৰ হৈ পৰিল। যি দুশ্চিন্তাৰ জুয়ে উমি উমি তাইক কষ্ট দিব লাগিছে তাক বাৰু তেওঁলোকৰ আগত প্ৰকাশ কৰে কেনেকৈ ? গতিকে 'গা অসুখ' আৰু 'জিবণিৰ প্ৰযোজন' আদিৰ ভাও জুৰি তাই পুনৰ নিসঙ্গ জীৱন যাপন কৰিব ধৰিলে।

এনেতে এদিন এলেনে অফিচৰ পৰা টেলিফ'ন কৰিলে যে তাৰ বাল্যকালৰ বন্ধু সেই চিন্‌থিযা নামৰ ছোৱালীজনী আহিছে জোচুক চাবলৈ আৰু সিদিনা গধূলি সি ঘৰলৈ আহোঁতে লগত লৈ আহিব। জোচুৱে যেন খুব ভালকৈ এসাজ খুৱাইহে তাইক বিদায় দিয়ে তাকো লগতে অনুবোধ কৰিলে। টেলিফ'নৰ মাতৰ পৰা তাৰ মনৰ আনন্দৰ কথা জোচুৱে ধৰিব পাৰিলে। তাইৰ ভাল লাগিল। কিয়নো আজি কেবামাহো ধৰি এলেনৰ মুখত উৎসাহ উদ্দীপনাময় কোনো কথাকে তাই শুনি পোৱা নাই।

তাই লৰালৰিকৈ কোঠাটো পৰিষ্কাৰ কৰি ললে। ধুনীয়া ফুলৰ থুপি কিনি আনি ফুলদানী কেইটা যতনেৰে সজাই তুলিলে। বজাৰৰ পৰা বাচি বাচি খোৱা বস্তু বাতিলৈ তাই কিনি আনিলে। তাইৰ মনত পৰিল খুব ভালকৈ বান্ধি খুৱাব লাগিব আলহী গৰাকীক। চাউলখিনি কেবাবাৰো ধুই নিকা কৰি ললে। বাচন-বৰ্তনবোৰ চিক-চিকিয়াকৈ চকা কৰি ধুই থলে। তাইৰ হয়তো আৰু কিছুমান কাম কৰিবলৈ বাকী আছিল। কিন্তু গৰ্ভস্থ কেচুৱাই আমনি কৰাত তাক শান্ত কৰিবলৈ তাই বাধ্য হৈ শুই পৰিল।

তাই তাৰ এটি নাম দিছিল। প্ৰত্যেক কেচুৱাকে জন্মাৰ পূৰ্বেই এটি নামৰ প্ৰয়োজন হয়। এই নাম ৰখা বিষয়ে তাই বহুত চিন্তা কৰিব লগা হৈছিল। এটি সাৰ্বজনীন শিশুৰ কি নাম ৰখা উচিত ? নামটো তাৰ নিজা হব লাগিব। তাত দেউতাক বা মাক কাৰো নামৰ ছাঁ

পৰিব নেলাগিব। 'জোচেফ্' নামটি তাইৰ ভাল লাগে, কিন্তু তাত মাৰ্কিন গোন্ধ থকা বাবে তাই পচন্দ নকৰিলে। তাইৰ মৃত ভায়েকৰ নাম 'কেন্চন' আছিল। নামটো ভাল। কিন্তু এই কেচুৱাৰ কি অধিকাৰ আছে তাইৰ ভায়েকৰ নামত জন্ম লবলৈ? বিনা অনুমতিত এই নামটো ব্যৱহাৰ কৰিবলৈ তাইৰ ভাল লগা নাছিল। অনুমতি দিবলৈও তাত কোনো নাছিল। তাই কল্পনা কৰিছিল—কেচুৱাৰ সৰু মুখখনিৰ তাইৰ পৰিচিত কোনো মুখেৰে সৈতে মিল নেথাকিব। তথাপি বিশ্বশিশু হিচাবে যেন আটাইৰে সৈতে সাদৃশ্য থাকিব তাকো ভাবিছিল। "এলেন" নাম তাই কেতিয়াও নথয়, কিয়নো এলেনৰ মাকে তাক স্বীকাৰ কৰি নলব। গতিকে তাৰ দেউতাকৰ নামৰ সৈতে অলপ মিল থকাকৈ 'লেনী' নামটোৱেই কি বেয়া? উচ্চাৰণ কৰাৰ লগে লগে সেইটোৱে আগন্তুক কেচুৱাৰ নাম হৈ গ'ল। মাকৰ ব্যস্ততাৰ মাজত সি যেতিয়া উৎপাত আৰম্ভ কৰে বা মাকে যেতিয়া বহুত পৰলৈকে থিয় হৈ শাক-পাচলি কুটে, তেতিয়া তাই মিঠাভাষাৰে তাক গালি দিয়ে, "মই বহিব পাৰোঁ লেনী। সঁচাই মই বহিব পাৰোঁ। কিন্তু পাচলিবোৰ সৰু সৰুকৈ কুটোতে কোনো তিৰোতাকে বহা মই দেখা নাই। আমি সদায় থিয় হওঁ। সেয়ে অলপ সময় আমনি নকৰাকৈ থকাচোন, সোণটি মোৰ।"

কিন্তু সি শুশুনে আৰু বাধ্য হৈ তাই শুই পৰে।

এই চিন্থিয়া নামৰ গাভৰুজনীয়ে এলেনে অতদিনে লক্ষ্য নকৰা কথাটো বাৰু ধৰিব পাৰিব নেকি? শুই শুই জোচুৱে ভাবিলে। এই মাৰ্কিন তিৰোতাজনী এলেনে আগেয়ে কোৱাৰ দৰে সঁচাকৈয়ে তাইৰ বান্ধৱী হব জানো?

কিন্তু চিন্থিয়াক দেখা মাত্ৰেই তাইৰ ভাব হ'ল ভদ্ৰমহিলা গৰাকী তাইৰ শত্ৰুৰ নহয়। দেখিবলৈ অপৰূপ ধুনীয়া ছোৱালীজনী। বেচ ওখ আৰু পাতল গাৰ গঠন, অপূৰ্ব ৰং, বিধাতাৰ সৌন্দৰ্য্য সৃষ্টিৰ যেন

নিখুত নিদর্শন। এলেনৰ সৈতে কোঠাৰ ভিতৰলৈ সোমাই অহাৰ পিচতো জোচুৱে আলহীৰ মুখলৈ ৰ' লাগি চাই থাকিল। এইজনী ছোৱালীকে এলেনে বিয়া কৰোৱা উচিত আছিল কোনোবাই যেন তাইৰ কাণত ফুচফুচাই কৈ গ'ল। হঠাৎ তাইৰ এলেনৰ মাকলৈ মনত পৰি গ'ল, তেওঁৰ মনটো যেন এতিয়াহে তাই ভালকৈ বুজি পালে। সঁচা কথা, চিনথিয়াই এলেনৰ বাবে উপযুক্ত পাত্ৰী আছিল, তাইৰ দৃঢ় বিশ্বাস জন্মিল। চিন্‌থিয়াৰ কথা আগেয়ে জনা হলে তাই এলেনক প্ৰত্যাখ্যান কৰিলেহেতেন, কাৰণ এলেনক তাই আন্তৰিকতাৰে ভাল পাইছিল—তাৰ সুখৰ সংসাৰ প্ৰতিষ্ঠা হোৱা-টোৱেই তাইৰ একমাত্ৰ কাম্য।

কোনো কথা নোকোৱাকৈ জোচুৱে হাত এখন আগবঢ়াই দিলে। সেই হাতখন দুহাতেৰে চেপি ধৰি চিন্‌থিয়াই ক'লে, "তোমাক লগ পাবলৈ ইমান হেপাহ কৰি আছিলো! সৰুৰে পৰা মই এলেনক জানো। ভাই-ভনীৰ নিচিনা প্ৰীতিভাৱ আমাৰ দুয়োৰে মাজত; এলেনে তোমাক কৈছে চাগে।"

"তেওঁ মোক কৈছে,"—জোচুৱে সৰুকৈ ক'লে। তাইৰ কথা কবৰ মন যোৱা নাছিল। হেপাহ পলুৱাই ধুনীয়া মাৰ্কিন যুৱতী গৰাকীলৈ চাই থাকিল তাইৰ নীলা চকুযুৰি, ববফৰ নিচিনা বগা আৰু মিহি ৰং আৰু হাঁহিভৰা মুখখনিয়ে জোচুৰ মনপ্ৰাণ হৰি নিলে।

"তোমাৰ টুপীটো খুলি থোৱা চিন্‌থিয়া"—এলেনে মাত লগালে। "দুখীয়া ধৰণে আছো যদিও এয়ে আমাৰ ঘৰ। গতিকে কোনো সঙ্কোচ নকৰিবা। জোচু, কি কৰিছা বাৰু?"

"ইমান আচৰিত!" অসহায়ভাবে জোচুৰ মুখৰ পৰা ওলাই আহিল।

"আচৰিত, কি বাবে?" এলেনে প্ৰশ্ন কৰিলে।

"ইমান ধুনীয়া !" জোচুৰ কথাত পুনৰ অসহায় ভাব। "মই ভাবিবই পৰা নাছিলো। তুমিওচোন কোৱা নাছিলা ?"

তাইৰ কথাত দুয়ো খুব হাঁহিলে। চিন্‌থিয়াই ব্যগ্ৰ হৈ মন্তব্য কৰিলে, "কি বুধিয়ক এই অকনমানী ছোৱালীজনী ! এলেন, এওঁ ইমান চতুৰা বুলি তুমি মোক কোৱা নাছিলা। এওঁৰ কাৰণে তুমি যে বলিয়া হবা—তাত আচৰিত হবলগীয়া একো নাই। সাইলাখ ফুল এথুপিৰ দৰে, মোৰ জেকেটত পিন মাৰি থবলৈ মন যায়।"

এইবেলি স্বামী স্ত্ৰী হালেই হাঁহিব ধৰিলে। চিন্‌থিয়াজনীলৈ জোচুৰ মৰম লাগি গ'ল। ইমান ডাঙৰ আৰু ইমান ধুনীয়া ছোৱালী জনীৰ দয়ালু অন্তৰ দেখি তাইৰ মন আনন্দত নাচি উঠিল।

"অনুগ্ৰহ কৰি বহাচোন"—নিজকে চম্ভালি লৈ এইবাৰ জোচুৱে মাত লগালে। "মই চাহ আনোগৈ। এলেনে কৈছে আজি নিশাৰ ভোজন হেনো একেবাৰে জাপানী ধৰণে হব লাগিব ; মোক দোষ নিদিবাদেই।"

লাহেকৈ মূৰ দোঁৱাই তাই কোঠাৰ পৰা ওলাই গ'ল আৰু অকনমানি ৰান্ধনিঘৰটোত সোমাই দুৱাৰখন জপাই ললে। টুল এখনত বহি অলপ পৰ তাই উশাহ ললে আৰু অজাত শিশুক কোনেও শুশুনাকৈ ধমকি দিব ধৰিলে, "লেনী, ইমানকৈ জপিয়াই নেথাকিবাচোন। তোমাৰ উৎপাতৰ কথা আনে গম পালে কি হব বাৰু ? তোমাকতো কোনেও আদৰ নকৰিব। মনে মনে থাকি মাৰাকে সহায় কৰাচোন।"

সি শান্ত হ'ল, যেন মাকৰ কথা বুজি পালে। জোচু তেতিয়া উঠিল আৰু চাহ কৰিবলৈ ধৰিলে।

আনটো কোঠাতো বেচ নীৰৱতা। জোচুৱে সিহঁতৰ কথা বুজি নেপালেও মাত শুনিছিল। সিহঁতে সম্ভৱ এলেনৰ ঘৰৰ কথা, তাৰ মাকৰ কথা আদিকে পাতিছিল, কাৰণ জোচুৰ সম্মুখত এইবোৰ

কথা পাতিবলৈ ভাল নেলাগিব পাৰে। ই অৱশ্যে স্বাভাৱিক কথা। ৰান্ধনি ঘৰটোত তাই নিজকে অকলশৰীয়া যেন বিবেচনা কৰিছিল যদিও সিহঁতক সুবিধা দিবলৈকে তাই পলমকৈ চাহ তৈয়াৰ কৰিব ধৰিলে।

"… …এলেন, সঁচাকৈ তেওঁক প্ৰশংসা নকৰি নোৱাৰি"—চিনথিয়াই এলেনক অকলে পাই ক'লে। "তোমাৰ মাৰাই যদি এবাৰ এওঁক দেখে নিশ্চয় তেওঁৰ মন ঘূৰিব।"

"মই ভাবিছিলো বৰদিনৰ সময়ত……" এলেন বৈ গ'ল।

"ময়ো তাকেই ভাবিছো"—সহানুভূতিৰ সুৰত চিনথিয়াই মাত লগালে। তাইৰ অন্তৰ সহানুভূতিৰে ভৰা; কথা কওঁতে তাইৰ চকু আৰু ওঠযুৰিয়ে আৰু তাৰ পিনে হাউলি কথা কোৱাৰ ভঙ্গীয়ে তাৰ ইঙ্গিত দিছিল। তাই নিজৰ বিষয়ে অলপো সচেতন হোৱা নাছিল; এলেনে সেইটো গম পাইছিল। তাৰ অন্তৰৰ কোনোবা এটি কোণত অলপ আঘাত লগা যেন সি অনুভৱ কৰিছিল। সি অন্যমনস্ক হৈ ভাবিছিল, জোচুক লগ নোপোৱাহেতেন চিন্‌থিয়াই তাক আদৰি ললেহেতেন নে নাই। নে সিয়ে, জোচুৰ বেলিকা হোৱাৰ দৰে—তাইৰ প্ৰেমত পৰিবলৈ আগবাঢ়িলেহেঁতেন। তাৰ মাকে যদি বিশ্বাস কৰিলেহেতেন যে সিহঁত দুয়ো কেতিয়াও প্ৰেমত পৰিব নোৱাৰে তেতিয়াহলে তেওঁক বৰ্তমানৰ পৰিস্থিতি বুজাবলৈ কিজানি সহজ হ'লহেঁতেন।

"মই বোধকৰোঁ এতিয়া যি কোনো কথাকে তোমাক সুধিব পাৰো"—সি চিন্‌থিয়াক ক'লে।

"কিয় নোৱাৰিবা এলেন"—প্ৰত্যুত্তৰত তাই ক'লে।

"তোমাৰ আৰু মোৰ বিষয়ে মায়ে কি আশা পোষণ কৰিছিল তুমি নিশ্চয় জানা।"

"ওঁ জানো"—চিনথিয়াই ভতালিকে উত্তৰ দিলে, তেনেই সহজ

আৰু স্বাভাবিক ভাবে! অলপো লাজ বা চঞ্চলতাৰ প্ৰকাশ তাত নাছিল।

"যদি জোচুক মই কাহানিও দেখা নেপালোহেতেন?"—সি সুধিলে।

"ওহ্ মই কেতিয়াও তোমাক সেইদৰে ভবা নাছিলো"—তাই নিসঙ্কোচে উত্তৰ দিলে। "এলেন, তুমি দেখোন জানাই মই কিমান মৰম কৰো তোমাক। সেই মৰম মোৰ সদায় অটুট থাকিব। কিন্তু এই মৰমেই গৈ বিয়া কৰোৰা প্ৰেমত পৰিণত হব পাৰে বুলি মোৰ বিশ্বাস নহয়; তোমাৰ হয় জানো? সঁচাকৈ কোৱাচোন?"

"মোৰো নহয় যেন লাগে"—সি প্ৰায় অনিচ্ছাসত্বেও ক'লে।

"কিয় বাৰু কথাটো উলিয়ালা তুমি?"—তাই সুধিলে!

"তুমি যদি মাক বুজাব পাৰিলাহেতেন, কিমান ডাঙৰ উপকাৰ কৰা হ'লহেতেন ভাবিচোৱাচোন?"—সি বাট দেখুৱাই দিলে।

তাই হঠাৎ চিন্তামগ্ন হ'ল। ধুনীয়া বগা হাতহুখনি আঠুৰ মাজত মোহাৰি মোহাৰি কিবা ভাবিলে, পিচত ক'লে, "তোমাৰ কথাৰ অৰ্থ মই এতিয়া বুজিলো। মই কিয় সহায় নকৰিম তোমাক? সাধ্য অনুসৰি কৰিম। মাৰাৰ মন মই বুজি পাওঁ, তথাপি তেওঁক ফিৰাই আনিবলৈ যত্ন কৰিম। তেওঁক মই কম কিমান ধুনীয়া এই অকনমানী ছোৱালীজনী! জোচু নহয নামটো? শুদ্ধ হৈছেনে উচ্চাৰণটো? চামবাৰু, নিশ্চয় চাম।"

"চিনথিয়া—তুমি যদি—"

"মই নিশ্চয় কম"—তাই আগ্ৰহেৰে ক'লে। "সেই চকুযুৰি এলেন! ইমান ডাঙৰ আৰু ক'লা! আৰু চেলাউৰী যে! তেওঁলোকৰ প্ৰত্যেকেই তেনেকুৱা নেকি বাৰু?"

"মই জাপানত দেখা আটাইবোৰ ছোৱালীতকৈ জোচু ধুনীয়া"—স্বামীৰ গৌৰবসুলভ ভঙ্গীৰে এলেনে ক'লে।

"মই আমেৰিকাত দেখা যি কোনো ছোৱালীতকৈ তাই বেছি ধুনীয়া"—চিনথিয়াই উদাৰভাবে নিজৰ মত দাঙি ধৰিলে। "তাইৰ প্ৰেমত পৰা বাবে মই তোমাক দোষ নিদিওঁ। মই সম্পূৰ্ণ তোমাৰ ফলীয়া, তাত কোনো সন্দেহ নকৰিবা। তোমালোকৰ এই মিলনৰ বিৰুদ্ধাচৰণ যিযে কৰে তেওঁলোক মোৰো শত্ৰু।"

"তোমাৰ শক্তিৰ পৰিচয় পাইছো চিনথিয়া"—সি অলপ উত্তেজিত হ'ল। এলেনৰ কামৰ বাবে এয়ে প্ৰথম সি শলাগনি পালে। আচলতে সি আৰু দেউতাকে যিটো কাম কৰিব নোৱাৰিলে, চিনথিয়াই ইচ্ছা কৰিলে পাৰে। তাৰ অন্তৰত আশাৰ ঢেউ বাগৰি গ'ল।

"যদি তোমাৰ মাৰাই মানি লবলৈ ৰাজী নহয় মই জোচুক মাতি পঠাম। পিচত মই আটাইকে নিমন্ত্ৰণ কৰি এদিন জলযোগৰ ব্যৱস্থা কৰিম; তেতিয়া চাম কি কৰিব পাৰি।"

"ওহ্, কি হব মই নেজানো"—ভয় ভয়কৈ সি ক'লে।

"এলেন! কাপুৰুষালি এৰিব লাগিব। আমি তেওঁক জোৰ কৰিব লাগিব। অহা ৰবিদিনত তুমি তালৈ আহিবা।"

চিন্থিয়াৰ আশাবাদ, মনোবল আৰু শক্তিৰ আশ্বাস পাই এলেন অভিভূত হৈ পৰিল।

ঠিক এনে সময়ত জোচু চাহ লৈ সোমাই আহিল। চিন্থিয়াই তাইক জাপানৰ 'চাহ-উৎসৱ'ৰ কথা সুধিলে। তাই অকনো সঙ্কোচ নকৰাকৈ কৈ গ'ল। জাপানৰ কথা কোনেও তাইক ইয়াৰ আগেয়ে সোধা নাছিল। গতিকে তাই জাপানৰ কথা, ঘৰৰ কথা, মাক-দেউতাকৰ কথা আৰু ফুলনিখনৰ কথা পাতি অতি আনন্দ পালে। চিনথিয়াই কথাবোৰ বেচ আগ্ৰহ আৰু কৌতুহলেৰে শুনি গৈছিল। এলেনে লক্ষ্য কৰিছিল, লগে লগে আচৰিতো হৈছিল। কোনোৱে একো নোসোধা বুলি জোচুৱে কিয় অভিযোগ কৰিছিল সি এতিয়া

বুজিলে। সঁচা কথা আমেৰিকান সকলে একো নোসোধে। সিহঁতে কবহে পাৰে, শুনিব নোখোজে। জোচুৰ মিঠা আৰু সঙ্কোচজনক উক্তিবোৰ সি মন দি শুনিছিল। তাই কিন্তু কওঁতে এলেনৰ কথা পাহৰি গৈছিল। তাই অকল চিনথিয়াক উদ্দেশ্য কৰি কথা পাতিছিল, তাতে আনন্দ উপভোগ কৰিছিল। তাই জানো অকলশৰীয়া হৈ পৰিছে? ভাবি ভাবি সি জোচুৰ প্ৰতি কোমল হৈ পৰিল। তাইৰ প্ৰতি নিষ্ঠুৰ হোৱা বুলি সি অনুতাপ কৰিলে। তাই জানো সঁচাকৈ তাৰ মনৰ সন্দেহবোৰৰ কথা গম পাইছে? বোধ হয় চিনথিয়াই দুয়োকে সহায় কৰিব পাৰিব। তেতিয়া হলে চিন্তাৰ কোনো কাৰণ নাই।

* * * *

চিন্‌থিয়াৰ উপস্থিতিয়ে বেচ অনুকূল বাতাবৰণৰ সৃষ্টি কৰিলে। তাই যোৱাৰ পাচতো সেই প্ৰভাৱ বৈ গ'ল। তাইৰ একাগ্ৰতা আৰু উদাৰতাই এলেনৰ মন মুহি পেলালে। বহুদিনৰ মূৰত আকৌ তাৰ জোচুলৈ আকৰ্ষণ বাঢ়িল; সি পূৰ্বৰ দৰে নম্ৰ হবলৈ চেষ্টা কৰিলে।

"তুমি ইমান ভাল!" সি জোচুক ক'লে। "সিদিনাৰ নিচিনা তৃপ্তিৰে ভোজন কৰা কাহানিও মোৰ মনত নপৰে। চিনথিয়াই তোমাৰ ৰন্ধা হাতখন আৰু ফুলদানি সজোৱা হাতখন বৰ পটু বুলি শলাগিছিল। এইবোৰ বিষয়ত তোমাক চেৰ পেলাব পৰা কোনো নাই বুলি মই কৈ দিলো। সঁচাই তুমি ভাল, জো।"

এলেনে নকৈ দেখিলে জোচুৰ আচল ৰূপ। অৱশেষত এইবেলি চিন্‌থিয়াৰ চকুৰে চাবলৈ শিকিলে। অকনমানি দেহটোৰে সদায় আপোন কৰ্তব্যত নিষ্ঠাৰে লাগি থকা জোচুজনীলৈ আৰু তাইৰ আন্তৰিক সেৱা শুশ্ৰুষালৈ তাৰ আকৌ মৰম উপজিব ধৰিলে। চিন্‌থিয়াৰ ওপৰত নিৰ্ভৰ কৰিলে তাৰ কাম সিজিব বুলি বিশ্বাস জন্মিল। তাৰ মাকৰ পৰম বিশ্বাসী এই চিন্‌থিয়াজনী।

সিহঁতৰ সুখৰ সংসাৰ পুনৰ আৰম্ভ হৈছিল বুলিব পাৰি। এলেনৰ অন্তৰৰ পৰিবৰ্তন দেখি জোচুৱে 'লেনীৰ' কথা কবলৈ ঠিকেই কৰি পেলাইছিল। তাই ভাবিছিল তাই সকলো কব পাৰিব, কেৱল নোৱাৰিব যে তেতিয়াও তাৰ সুখ জড়িত হৈ আছে তাৰ ঘৰ, তাৰ পৰিয়ালবৰ্গ আৰু তাৰ চহৰখনিৰ সৈতে। তাৰ বাল্যকাল যিখন জগতত কটাই আহিছে সেইখন নহলে এলেন সুখী হব নোৱাৰে, তাইৰ বিশ্বাস হৈ গৈছে। কিন্তু সিহঁতৰ বাবে একেবাৰে স্বকীয়া সংসাৰ এখন পাতিব নোৱাৰিলে সুখৰ কল্পনা যে বালিঘৰত পৰিণত হবগৈ তাকো তাই ভালকৈ জানে। এই সংসাৰখন যেতিয়া এলেনে প্ৰতিষ্ঠা কৰিব পাৰিব তেতিয়াহে তাই বুজিব যে সি তাৰ অতীতটো এৰি আহিব পাৰিছে। তেতিয়া সিহঁতে বাকচৰ নিচিনা এই ঘৰটো এৰি অইন ঠাইত ফুলনি এখনেৰে সৈতে এটি সৰু ঘৰ সাজিব পাৰিব। এয়ে হব সিহঁতৰ নিজৰ ঘৰ। তেতিয়া তাই সকলো কথা কব। কিন্তু এইবোৰ জানো সময়মতে হৈ উঠিব ?

* * * *

"মই সৰহকৈ খোৱা কৰিছো আজিকালি"—হাঁহিবৰ চেষ্টা কৰি তাই এলেনক ক'লে। "ইমান শকত হবলৈ ধৰিছো, আমেৰিকাৰ জলবায়ু দেখিছো মোৰ বাবে অতি উপকাৰী।"

এইদৰে ফাকি দি তাই দিন কটাইছিল। কিন্তু আৰু কিমান দিনলৈ ? চিন্‌থিয়াই এলেনলৈ এখন চিঠি দিছিল। চিঠিখন টেবুলতে পৰি আছিল যদিও জোচুৰ খুলিবলৈ সাহস নহল। এওঁলোক দুয়োৰে মাজত বহুত গোপন কথা থাকিব পাৰে, শৈশৱৰ নানাস্মৃতি বিজড়িত সেই কাহিনীবোৰৰ মাজত সোমাবলৈ তাইৰ একো অধিকাৰ নাই। তাই অন্তৰৰ পৰাই চিনথিয়াক বিশ্বাস কৰিছিল। কিন্তু এলেনৰ সৈতে তেওঁৰ বন্ধুতা বহুদিনৰ পুৰণি। এলেন যেতিয়া ঘৰলৈ উভটিল, তাই চিঠিখন দি ক'লে,

"আজি আহিছে, এলেন।"

সি লবালবিকৈ খামটো ফালি পেলালে আৰু থিয় হৈয়ে চিঠিখন পঢ়িব ধৰিলে। ডাঠ মাখন বঙৰ পাত কেইখিলাৰ ওপৰেদি এলেনৰ দৃষ্টি বাগৰি যোৱা তাই চাই থাকিল। চিঠিখন নিশ্চয় জৰুৰী তাৰ মুখৰ ভঙ্গীৰ পৰা তাই অনুমান কৰিলে। পঢ়ি উঠি এলেনে ততালিকে চিঠিখন মোহাৰি পেলালে আৰু টেবুলৰ তলত থকা বেতৰ সজাটোলৈ দলিয়াই দি শোৱা কোঠালৈ খোজ ললে।

"—মই চাব নোৱাৰো জানো চিঠিখন ?"—পিচ পিনৰ পৰাই তাই মাত দিলে।

"পঢ়া, ইচ্ছা কৰা যদি,"—পিচপিনে নোচোৱাকৈয়ে সি উত্তৰ দিলে। কেতিয়াবাতো তাই জানিবই লাগিব, সি বিৰক্তিৰে ভাবিলে।

চিঠিখন বুটলি আনি জোচুৱে অতি সাবধানে ভাজবোৰ মাৰিব ধৰিলে। ইমান ধুনীয়া আৰু দামী কাকত কেইখিলা! হাতেৰে তৈয়াৰ কৰা যেনেই লাগে, যদিও তাই শুনিছিল আমেৰিকাত হস্তশিল্প বুলিবলৈ একো নাযেই।

'মৰমৰ এলেন (এইদৰেই ডাঙৰ আৰু পাতল আখৰেৰে চিনথিয়াই লিখিছিল, চিয়াঁহী ডাঠ বেঙুনীয়া বঙৰ)

তোমাক কৈ অহা মতে মাৰাক দেখা কৰিবলৈ গৈছিলো। আমাৰ চেনেহৰ জোচুজনীৰ কথা মই তেখেতক কৈছিলো আৰু মই জনামতে এটি চমু পৰিচয়ো দিছিল। তুমি জানাই তেখেতে কথা কলে অইনক সুবিধাকে নিদিয়ে। সেই দেখি মই শেষ নকৰালৈকে তেখেতকো কৰবলৈ সুবিধা দিযা নাছিলো। মই বহুখিনি আগবাঢ়ি-ছিলো আৰু বৰদিনৰ পাৰ্টিটোৰ কথা মনে মনে আলচি ঠিক কৰিছিলো। তেখেতে অৱশ্যে একো উত্তৰ নিদিয়াকৈ মোক শেষ কৰিবলৈ দিছিল। কিন্তু তেখেতৰ অলৰ অচল চাৱনিৰ আঁৰত অবিচল মনোভাবটোও যে লুকাই আছিল পিচতহে জানিলো।

তুমিতো মাৰাৰ আঁকোৰগোজ মনোভাবৰ কথা জানাই। সিও হওক; আচৰিত হলো তেখেতৰ মতটোৱে সত্য বুলি যেতিয়া জানিলো।

এলেন, তুমি সেই আইখনৰ কথা মোক কিয় কোৱা নাছিলা বাৰু? আইনখনৰ কথাটো সঁচা আৰু সেয়েই তেখেতৰ অমোঘ অস্ত্ৰ। তেখেতে মোক বুজাইছিল, "বাৰু চিনথিয়া, মই নহয় তোমালোকৰ প্ৰস্তাৱতে মান্তি হলো, কিন্তু আইনখন ক'ত দলিয়াই পেলাবা?"

তথাপি দেউতাৰাৰ সৈতে আলোচনা নকৰালৈকে মোৰ সন্দেহ গুচা নাছিল। এইটো তোমাৰেই বা কেনেকুৱা লাগিব চোৱাচোন; যিখন দেশত বাস কৰিবা তাৰ আইন-কানুন নমনাকৈ কেনেকৈ থাকিবা বাৰু? আইনখনৰ কথাটো একেবাৰে নিৰ্ভুল, এলেন।

আমাৰ প্ৰদেশত থাকিলে তুমি জোচুক বিয়া কৰাব নোৱাৰা। তোমাৰ দেউতাৰাই কৈছে যে এই আইনখন পৰিৱৰ্তন কৰা অসম্ভৱ, কিয়নো তাৰ আগেয়ে দেশবাসীয়ে এই পৰিৱৰ্তনৰ বাবে নিজকে প্ৰস্তুত কৰি তুলিব লাগিব। মানুহৰ চিন্তা আৰু অনুভূতিৰ সহায়ত আইন ৰচনা কৰা হয়। গতিকে এই অনুভূতিৰ পৰিৱৰ্তন আগেয়ে হব লাগিব। কিন্তু আমাৰ ইয়াত একোৱে পৰিৱৰ্তন হোৱা নাই। দুশ বছৰ আগেয়ে যি আছিল আজিও একেই আছে বুলি কব পাৰি।

জোচুৰ কথা মই তথাপিও ভাবি আছোঁ। তুমি এজন পুৰুষ মানুহ আৰু সেই হিচাপে তোমাৰ যুক্তি আছে মই স্বীকাৰ কৰোঁ। মোৰ মতে তোমালোকে অইন ঠাইলৈ গৈ বসতি কৰাই ভাল, এলেন। পৃথিৱীখন কি আচৰিত, চোৱাচোন বাৰু?

তোমাৰ—

চিনথিয়া।'

জোচুৱে প্ৰতিটো শব্দ অতি সাৱধানতাৰে পঢ়িছিল আৰু তাৰ অৰ্থবোৰ বিহৰ নিচিনাকৈ গিলি গৈছিল। আমেৰিকাৰ প্ৰবেশ দ্বাৰ

তাইৰ বাবে আকৌ বন্ধ হ'ল ! এলেনৰ সৈতে তাইৰ সমূলি বিয়া হোৱা নাই ! আইনে তাক নিষিদ্ধ কৰিছে। তাইৰ বিয়াখন কাহানিও বৈধ নহব। লেনীৰ কি হব তেনেহলে ? লেনী, লেনী !

চিঠিখন টেবুলৰ ড্ৰ'ৱাৰত থৈ তাই পাগ ঘৰলৈ গ'ল। তাত সিজিবলৈ দি অহা পাচলিখিনিৰে তৰকাৰী ৰান্ধিব ধৰিলে আৰু মাংসখিনি জুইত ভালকৈ সেক দি লব ধৰিলে। এলেনে আগেয়ে তাইক কিয় কোৱা নাছিল ? তাই জানিছিল কথাটো কবলৈ তাৰ সাহসৰ অভাৱ। তেনেহলে সিও তাইৰ পৰা কিছুমান কথা লুকাই ৰাখিছিল ? ইমান ডাঙৰ কথাকো তাইক জানিব দিয়া নাছিল ! তাই সকলো কথা এতিয়াহে পৰিষ্কাৰকৈ বুজিলে কিয় সি ইমানকৈ মনমাৰি থাকে, কিয় ইমান সঘনে অধৈৰ্য্য আৰু অস্থিৰ হৈ পৰে। তাৰ অস্থিৰতা দেখি তাই ভাবিছিল সকলো মাকিন ডেকাই তেনেকুৱা নেকি ? সন্ধিয়া সি সুস্থিৰ হৈ বহিব নোৱাৰিছিল, আনকি তাই কাষত থাকিলেও। তাৰ এই অস্থিৰতাতো তাই তাৰ বাঢ়ি অহা শক্তিৰহে পৰিচয় পাইছিল। কামনাৰ তাড়নাত সি যেতিয়া তাইৰ ওচৰ চাপেগৈ, তাই অনুভৱ কৰে এই শক্তিৰ প্ৰচণ্ড বিস্ফোৰণ, যেন হিংস্ৰক জন্তু এটিৰ সৈতেহে তাই বাস কৰিছে। তাৰ পিচতে সি ভাগৰি পৰিব আৰু নিশ্চিন্ত মনে শুই পৰিব। বহুবাৰ তাই আচৰিত হৈ ভাবিছে, কিয় তাৰ প্ৰেমত শান্তিৰ অভাৱ হ'ল ! এতিয়া তাই বুজিলে। দুচকুৰ কোণেৰে চকুলো বাগৰি আহি মজিয়াত টোপ টোপকৈ পৰিব ধৰিলে। তাইৰ ভালপোৱাৰ এই বিষময় পৰিণতি দেখি তাইৰ হিয়া ভাগি পৰিল। কি কৰিব সিহঁতে এতিয়া ?

এলেনে যেতিয়া শোৱা কোঠাৰ পৰা পিন্ধা কাপোৰ সলাই আহিল তাই দুহাত মেলি তাৰ কাষলৈ লৰি গ'ল।

"উহ এলেন," উচুপি উচুপি তাই কব ধৰিলে। "মোক ক্ষমা কৰিবা। তোমাক বিয়া কৰোৱা বাবে ময়েই দায়ী। ময়েই তোমাৰ

সুখৰ সংসাৰত বিহ ঢালিলো। কিন্তু এনে অভিপ্ৰায় মোৰ কেতিয়াও নাছিল। কি হব এতিয়া ?"

এলেনে দুহাতেৰে তাইক জোৰেৰে সাৱটি ধৰিলে আৰু সাহসেৰে উত্তৰ দিলে, "আমি ইয়াৰ পৰা ক'ৰবালৈ গুচি যাম জো। তাত গৈ আন এখন ঘৰ পাতিম। ভাৰ্জিনিয়াত থকা ঘৰটোৰ কথা আমি পাহৰিব লাগিব।"

"কিন্তু তোমাৰ উপৰিপুৰুষ সকলে তোমাৰ বাবে সেই ঘৰটো সাজিছিল। পূৰ্ব পুৰুষ সকলক দেৱতুল্য বুলি কয়। তেওঁলোকক পাহৰি কেনেকৈ থাকিবা ?" উচুপি-উচুপি তাই ক'লে।

জোচুৱ কান্ধত আৰু পিঠিত হাত বুলাই সি সান্ত্বনা দিবলৈ ধৰিলে, "তেওঁলোকে সেইটো নিজৰ বাবেহে সাজিছিল যেন লাগে। আমিও আমাৰ বাবে নতুনকৈ এটি সাজিব পাৰিব। মই ধন আৰ্জিম বুজিছা, ব-হু-ত আৰ্জিম। বৃহৎ পকীঘৰ সাজিম যাতে তেওঁলোকে লাজ পায়।"

তাইৰ গালৰ তলত তাৰ কলিজাৰ ধপধপনি তাই শুনিছিল। তাৰ খং উঠিছিল, অন্তৰত আঘাত লাগিছিল। সি তাৰ আপোন বাটেৰে চলিবলৈ চেষ্টা কৰিছিল। তাইৰ অনুভৱ হ'ল তাৰ সেই খঙ আৰু খঙৰ প্ৰতিক্ৰিয়া যেন তাইৰ বাবে হোৱা নাই, হৈছে তাৰ নিজৰ বাবে। তাই শান্ত হৈ আহিল, চকুপানীও শুকাই আহিল। তাই তাইৰ গোপন কথা প্ৰকাশ নকৰাকৈ ৰাখিব। এখন সুখৰ নিৰাপদ সংসাৰ খঙৰ ওপৰত প্ৰতিষ্ঠিত হব নোৱাৰে। কাজেই তাই চিন্তা কৰিব লাগিব, অপেক্ষা কৰিব লাগিব। ভবিষ্যতৰ কথাটো ভালদৰে বিবেচনা কৰি চাব লাগিব। আইনে স্বীকাৰ নকৰিলেও তাইৰ কেচুৱাৰ জন্ম হবই। ভাল পোৱাৰ ফল স্বৰূপে সি অপৰাধী হৈ জন্ম লাভ কৰিব। প্ৰকৃততে তাৰ দোষ নাই। দোষ কাৰো গাতেই নাই, অথচ সকলো শাস্তি ভুগিব লাগিব এই আগন্তুক

শিশুৰে। সিহঁতৰ মাজত বিচ্ছেদ হব পাৰে, এজনে আনজনক এদিন পাহৰিবও পাৰে, তথাপি লেনী উপজিবলৈ ঠাই নোলাব। উহ্ কি কৰিব তাই!

চকুপানী মচি অলপ সুস্থিৰ হলত তাই এলেনক পাগঘৰলৈ মাতিলে, "আহা আজি ভাল মাংস ৰান্ধি থৈছো। খাই বই উঠিলে ভাল লাগিব।"

হাত এখন আগবঢ়াই দি তাই এলেনক পাগঘৰলৈ লৈ গ'ল আৰু খোৱা বস্তুবোৰ গৰমে গৰমে টেবুলত সজাই দিলে। জোচুৱে নিজে ৰান্ধি আপোনজনক খুৱাই তৃপ্তি লাভ কৰিছিল। তাইৰ এই আন্তৰিক শুশ্রূষা সি বহুত দিন লক্ষ্যই কৰা নাছিল; আজি সেয়ে নতুন নতুন যেন লাগিল। উলাহতে সি তাইক সাৱটি ধৰিলে, "জোচু, মই শপত খাই কৈছো এইবোৰে আমাৰ মন টলাব নোৱাৰে।"

জোচুৱে সচৰাচৰ কৰা দৰেই নম্রভাবে বাধা দিলে। তাইৰ গৰম হাতখনি তাৰ মুখত লগাই ক'লে, "শপত নেখাবা, কাবৌ কৰিছো। আমি মাথোন জীয়াই থাকিলেই হ'ল, আৰু কি লাগিছে?"

তাইৰ নিৰুদ্বিগ্ন চেহেৰা দেখি এলেন অলপ আচৰিতেই হ'ল। চিন্থিয়াৰ চিঠিখনিৰ সম্পূৰ্ণ অৰ্থ তাই বুজা বুলি সি বিশ্বাস কৰিব পৰা নাছিল। সম্পূৰ্ণ নহলেও কিমানখিনিলৈকে তাই বুজিছে তাকো অৱশ্যে নিশ্চয়কৈ সি কব নোৱাৰে। মাকিন জীৱন পদ্ধতিৰ বিষয়ে তাইৰ জ্ঞানৰ পৰিচয় সি কোনো দিনে লোৱা নাই। কেতিয়াবা কেতিয়াবা তাইক বহুত জনা যেনেই লাগে; আকৌ কেতিয়াবা তাৰ চকুত পৰে কিছুমান অতি প্রয়োজনীয় কথাতো তাই গুৰুত্ব দিয়া নাই। জীৱন আৰু জীয়াই থকাৰ বাস্তৱ অভিজ্ঞতাই তাইক ইমান সহনশীলা কৰি তুলিছে যে

আইনখনে তাইৰ ওপৰত নতুনকৈ একো প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে। হঠাৎ তাৰ মানসিক অৱস্থা স্বাভাৱিক স্তৰলৈ নামি আহিল। যিহওক কথাটো যে তাই জানিলে তাতে সি অলপ আশ্বস্ত হ'ল। এতিয়া সি জোচুৰে কোৱাৰ দৰেই তাৰ কৰ্তব্যকাম কৰি যাব, ঠিক জীয়াই থকাৰ কাৰণে। সমস্যাৰ সমাধান তাতেই আপোনা আপুনি ওলাব। খোৱাখিনি সি বেচ তৃপ্তিৰে খালে আৰু তাৰ পিচত বিচনাত দীঘল দি পৰিলগৈ।

"বেচ বঢ়িয়াকৈ খুৱালা আজি"—বিচনাত পৰি সি গুণগুণাই ক'লে। খন্তেক পিচতে তাৰ চকু জাপ খাই গ'ল।

* * * *

সি কি কৰিব জোচুৰে কোনো দিনে প্ৰশ্ন কৰা নাছিল। চিনথিয়াৰ পৰা চিঠি পোৱা সেই অমঙ্গলীয়া দিনটোৰ কথা তাই কাহানিও উলিওৱা নাছিল। তাই অকনো বিচলিত হোৱা নাই, সি ভাবিলে। সদায় শান্ত আৰু সৌম্যভাব মুখত লৈ স্বামী শুশ্ৰূষাতে যেন তাইৰ সমস্ত আনন্দ। তাৰ মনটো বহুখিনি পাতল হ'ল। তাৰ প্ৰতি তাই সদায় কৃতজ্ঞ। কোনো অভিযোগ কাহানিও কৰা নাই। বহুদিনৰ সময় ওচৰ পালত দেউতাকে তাইলৈ চিঠি লিখিছিল যদি এদিনৰ বাবেও সি অকলে ঘৰলৈ যায় মাক দেউতাকে নথৈ সুখ পাব।

"মোৰ ধাৰণা বৌদ্ধধৰ্মী যেতিয়া তোমাৰ পৰিবাৰে এনেকুৱা দিনত লগ হৈ আমাৰ নিচিনা আনন্দ নেপাব,"—দেউতাকে অতি বিনয়েৰে লিখিছিল। "মই অকলে থকাহেতেন তোমাৰ লগতে গৈ যোগ দিলোহেতেন। কিন্তু তোমাৰ মাৰাই তোমাক ইয়াত পালেহে ৰং পাব। অৱশ্যে এইটো মোৰ অনুমান, তেওঁ কোৱা বুলি নেভাবিবা।"

চিঠিখন এনেনে জোচুক দেখুৱালে। তাই অকনো আচৰিত

নোহোৱাৰ দৰে পড়ি গ'ল। শেষ কৰি ক'লে, "নিশ্চয়, এইটো তোমাৰ কৰ্তব্য, এলেন। তুমি যাবই লাগিব। মই ইয়াত থাকি অলপো অসুবিধা নেপাওঁ। হয়তো মিঃ আৰু মিচেচ চাটোক কম মোক নিমন্ত্ৰণ কৰিবলৈ। দেউতাবাৰ আদেশ পালন কৰা এলেন, ময়ো তেতিয়াহে সুখ পাম।"

এদিন পিচত এলেন ঘৰলৈ গ'ল। জোচুৰ কিন্তু চাটো পৰিয়ালৰ ঘৰলৈ এদিনো যোৱা নহ'ল। কোনেও তাইৰ খবৰ লবলৈ নাহিল। গতিকে তাই অকলে লেনীৰ সৈতে থাকিল। অকলে থকা বাবেই লেনীৰ সৈতে তাই মুকলিকৈ কথা পাতিব পাৰিছিল। 'সি' যেন সঁচাকৈ এজন ডাঙৰ মানুহ তাইৰ সম্মুখত থিয় দি আছেহি, সেই নিচিনাকৈ তাই কথা পাতিছিল, তাৰ ওচৰত ক্ষমা ভিক্ষা কৰিছিল।

"বুজিছা লেনী, মই ইয়াকে কামনা কৰা নাছিলোঁ কিন্তু।"— নীৰৱ কোঠাটোৰ ভিতৰত অজাত শিশুক সম্বোধন কৰি তাই মনৰ কথা কৈছিল। "তোমাৰ বাবে দুখন ঠাইত দুটি ধুনীয়া ঘৰ আছে। তাতে প্ৰত্যেকতে তোমাৰ জন্ম লবৰ অধিকাৰ আছে। এখন জাপানত, আনখন ভাৰ্জিনিয়াত। তথাপিও তাতে এখন ঘৰতো আজি তোমাৰ বাবে ঠাই অকনমান নাই। কিয় নাই তাক মই বুজাব নোৱাৰো। জাপানত থকা তোমাৰ ককাদেউতাৰাই মোক খং কৰিছে। তেওঁ যেতিয়া জানিব যে বৌদ্ধধৰ্মৰ ইয়াত কোনো মূল্যই নাই তেওঁৰ খং আৰু চৰিব। মোৰ একো কৈফিয়তেই নৰব তেওঁৰ ওচৰত। কাৰণ তেওঁৰ মতটোৱে সত্য বুলি প্ৰমাণ পালো। মোৰ মত ভুল। মই ভাবিছিলো যিহেতু মোৰ জন্ম ইয়াতেই মোৰ মতটোৱেই নিৰ্ভুল হব। কিন্তু লেনী, তোমাৰ আৰু মোৰ বিপক্ষে ইয়াত এখন আইন আছে। মই আৰু তোমাৰ দেউতাৰাই সেইখন আইন সংশোধন কৰিব নোৱাৰো। সেইদেখি তোমাৰ কথা মই

তেওঁক কব পৰা নাই। তাৰ কাৰণ মোক নুসুধিবা, মোক ক্ষমা কৰা, লেনী।”

নিতৌ শিশুটিৰ সৈতে এনেকুৱা কথা তাই পাতিছিল। ক’লা আৰু বগা ৰঙ বিভেদকাৰী সেই আইনখন চীনৰ প্ৰাচীৰৰ দৰে তাইৰ সম্মুখত জিলিকি উঠিছিল। এনেকি সিহঁতৰ অকৃত্ৰিম ভালপোৱাৱো তাক লবাব নোৱাৰিলে। কাৰণ তাই শেষত বুজিলে যে এলেনে অকল তাইকেই ভাল নেপায়। তাৰ উপৰিপুৰুষ, তাৰ মাক দেউতাক, তাৰ ঘৰ আৰু জন্মভূমি সকলোবোৰকে সি ভাল পায়। এই ভাল পোৱা অবশ্যে স্বাভাৱিক, তাৰ বাবে তাই তাক দোষ দিব নোৱাৰে। কিন্তু এইবোৰেই তাক তাইৰ পৰা আঁতৰত ৰাখিছিল। আনহাতে এইবোৰৰ সৈতে তায়ো হৈ পৰিছিল তেনেই অচিনাকি। তাৰ ভালপোৱা তাৰ নিজৰ মানুহবোৰৰ ভিতৰতে আবদ্ধ ৰখা উচিত আছিল। হওক সেইবোৰ তাইৰ বাবে অচিনাকি। তাই এতিয়া বুজিলে যে এই পুৰণি প্ৰীতি বাদ দি তাইৰে সৈতে হাত মিলাই এক অচিন জগতত সিহঁতৰ সংসাৰ পাতিবলৈ এলেনৰ সাহসৰ অভাৱ। তাইৰ সেই সাহস আছিল, তাই পাৰিলেহেতেন। তথাপি এলেনৰ গাত দোষ নাই, তাই লেনীক বুজাইছিল।

কাজেই গোটেই সময়খিনি তাই অকলশৰে নাছিল। তাই আনকি খোৱা লোৱাও কৰিছিল সৰহকৈ। কাৰণ তাই গম পাইছিল ভিতৰত লেনী বেচ হৃষ্টপুষ্ট হব ধৰিছে। কিন্তু এলেন উভটি আহিলে তাই কি কৰিব? তাই মহাচিন্তাত পৰিল। তাৰ দৃষ্টিৰ পৰা সদায় নিজকে লুকাই ৰখাটো তাইৰ বাবে অসম্ভব হৈ আহিছে। ভাবি ভাবি তাই একো পাৰাপাৰ নেপায়। শেষত নিজকে অদৃষ্টৰ হাতত সমৰ্পন কৰি কাল কটাব ধৰিলে।

নৱ বৰষৰ আগদিনাখন। এলেন ঘৰৰ পৰা উভটি অহা নাই যদিও তাই দুৱাৰত টুকুৰিওৱা শব্দ শুনিলে। তাইৰ ভাব হ’ল

হয়তো মিঃ আৰু মিচেচ চাটোৰে বন্ধুৰ কিবা উপহাৰ লৈ আহিছে। কিন্তু দুৱাৰখন খুলি দি তাই অবাক হ'ল! কবৰী! পশ্চিমীয়া পোচাকেৰে মূৰত টুপী, হাতত লাখুটি আৰু মুখত মিচিকিয়া হাঁহি লৈ তাইৰ বহুদিনৰ পৰিচিত কবৰী মাটচু! নিজৰ চকুক কেনেকৈ অবিশ্বাস কৰা যায়। আনখন হাতত এটি ফুলৰ থুপি তাইৰ চকুত পৰিল।

"কবৰী!" তাই চিঞৰি উঠিল। অবিশ্বাস আৰু আনন্দৰ ভাব সেই চিঞৰত স্পষ্ট হৈ উঠিছিল।

"মই কৈছিলো নহয় যে ব্যবসায়ৰ সম্পৰ্কত মই নিউইয়ৰ্কলৈ আহিম,"—কবৰীয়ে ক'লে।

"ওহ, আহা; ভিতৰলৈ আহা"—তাই মাতিলে। তাইৰ ভাল লাগিল যে তাই জাপানী কিমোনো এযোৰ পিন্ধি আছিল। এলেন যোৱাৰ পৰাই জোচুৰে এই পোচাক ব্যৱহাৰ কৰিছিল কিবা এক মনৰ আবেগত। তাৰ কাৰণ তাই নিজেই বুজিবলৈ যত্ন কৰা নাছিল। যিহওক আবেলি শুই উঠি তাই মূৰ ফনিয়াইছে। কিন্তু খাবলৈ ঘৰত তেতিয়া একো এটা নাছিল।

কোঠাটোত সোমাই কবৰীয়ে কোট আৰু টুপীটো খুলিলে আৰু লাখুটিডাল এচুকত থ'লে।

"তুমি অকলে আছা?"—মৰম লগা মাতেৰে সি সুধিলে।

"এলেন অলপ দিনৰ বাবে ঘৰলৈ গৈছে"—তাই সহজভাবে উত্তৰ দিলে।

"আৰু তুমি?"

"ওহ, মই ভালেই আছোঁ ইয়াত"—তাই সঙ্কোচ নকৰাকৈ ক'লে।

"কিন্তু তুমি তেওঁৰ সৈতে ঘৰলৈ যোৱা নাই কিয়?" থিয় হৈয়ে সি প্ৰশ্ন কৰিলে। তাৰ চকুত এক আশঙ্কাৰ ভাব ফুটি উঠিল। তাই মূৰ জোকাৰি ক'লে; "এতিয়ালৈকে যোৱা নাই।"

"হু" সি নজনাকৈয়ে এটি হুমুনিয়াহ ওলাই আহিল। সি বহিলি, জোচুও সৰু চকি এখনত বহি পৰিল। তাইৰ খীনোৱা চেহেৰাটোৰ ওপৰত দৃষ্টি ৰাখি সি সুধিলে, "তেনেহলে আচল কথাটো কি কোৱাচোন জোচু? আমি কিমান দিনৰ পুৰণি বন্ধু। মোৰ আগত কলে তোমাৰ অকণো হানি নহয়।"

"ফুলবোৰ আগেয়ে মই পানীত দি লওঁ,"—তাই কবৰীৰ হাতৰ পৰা ফুলৰ থুপিটো নি গোন্ধ ললে। অতি সুগন্ধ চীনা লিলিফুল। এই সময়ত এই ফুল কিওটোত খুব ওলায়, তাইৰ মনত পৰিল।

"মই আকৌ ৰঙা গোলাপ বুলিহে ভয় খাইছিলো"—তাই অজ্ঞতা স্বীকাৰ কৰিলে।

কবৰীয়ে মূৰ জোকাৰি উত্তৰ দিলে, "মোক ইমান মূৰ্খ বুলি ভাবিছানে?"

তেতিয়া তাৰ চকুত পৰিল, এলেনে যিটো তেতিয়ালৈকে দেখা পোৱা নাছিল। জোচুৰ গাত কেচুৱাৰ অৱস্থিতিৰ কথা সি গম পালে। সৰুকৈ সি মাত লগালে, "তুমি তেন্তে অকলে থকা নাই। এটি ক্ষুদ্ৰ প্ৰাণীও লগত আছে।"

ফুল পাহবোৰৰ ওপৰতে মূৰ দুপিয়াই তাই সম্মতি জনালে আৰু ফুলবোৰ ঠিক কৰি লৈ ক'লে, "এলেনে কিন্তু নেজানে।"

কবৰীয়ে বিস্ময় মানিলে; সুধিলে, "স্বামীয়ে কেনেকৈ নেজানে বাৰু? তেওঁক জানো সন্তান নেলাগে?"

তাই তেতিয়া ফুলথুপি ফুলদানিটোত সজাই আছিল। সেই ফুলৰ সুঘ্ৰাণ লৈ লৈ তাই কৈ গ'ল সেই নিষ্ঠুৰ আইনখনৰ কথা। অলপ কথাৰে তাই গোটেইখিনি কৈ শেষ কৰিলে। তাত তাইৰ কোনো চঞ্চলতা প্ৰকাশ নেপালে। তাইৰ ভাল লাগিল যে সহজ ভাবে আৰু চকুপানী নমচাকৈ তাই জীৱনৰ আটাইতকৈ দুখৰ

অভিজ্ঞতাখিনি তাৰ আগত কব পাৰিলে। কবৰীয়ে ধৈৰ্য্য ধৰি আদিৰে পৰা অন্তলৈকে মনোযোগেৰে শুনি গ'ল।

তাই শেষ কৰিলত তাৰ এটি গভীৰ হুমুনিয়াহ ওলাই আহিল। চকিখনত আউজি লৈ সি মন্তব্য কৰিলে, "হলেও তোমাৰ স্বামীৰ আগত নোকোৱাটো উচিত হৈছেনে? হয়তো এই কেচুৱায়ে তেওঁক সম্পূর্ণ কৈ বদলি কৰি পেলাব পাৰে।"

"উহু, নোৱাৰে," তাই লগেলগে উত্তৰ দিলে। "তুমি নুবুজিবা। সন্তান এটা ইযাত বৰ আৰশ্যকীয় বস্তু নহয়। আমাৰ দেশত কৰাৰ দৰে এই দেশৰ মানুহক ই একো পৰিবৰ্তন কৰিব নোৱাৰে।"

"তথাপি"—

"নোৱাৰে, সঁচাই নোৱাৰে,"—তাই দৃঢ়ভাবে ক'লে। তাই মনটো বান্ধি পেলাইছে। লেনীৰ কথা এলেনক তাই কেতিয়াও নকয়।

"জোচু. তুমি বাৰু কি কৰিবা?"—কবৰীয়ে নম্রভাৱে সুধিলে। জোচুৰ কথাত তাৰ অন্তৰ গলি গৈছিল, আৰু এই অস্বাভাবিক কাণ্ড দেখি বিৰক্তও হৈ উঠিছিল।

সি জোচুক ভাল পাইছিল। যেতিয়া জোচুক হেৰোৱা বুলি জানিছিল, তেতিয়া সি খং কৰা নাছিল আৰু সৰহদিনলৈ বেজাৰো কৰা নাছিল। এই আঘাতটোৱে অৱশ্যে বিবাহৰ বিৰুদ্ধে তাক প্ৰেৰণা যোগাইছিল। তথাপি সি আশা কৰিছিল এই বৈৰাগ ভাব এদিন আঁতৰ হব। সি মনতে ঠিক কৰিছিল জোচুক এবাৰ গৈ যদি সুখত থকা দেখি আহে তেন্তে বিয়াত সম্মতি দিব আৰু মাক-দেউতাকৰ পচন্দ মতে উপযুক্ত ছোৱালী এজনী বিয়া কৰাব। তেওঁলোকক নাতি-নাতিনীয়েকৰ মুখ দেখুৱাব। তাৰ নিজৰ বংশ ধৰাত এৰি থৈ যাব পাৰিব। পুৰুষৰ ই এটি কৰ্তব্যৰ ভিতৰত।

জোচুৰ অৱস্থা দেখি তাৰ সকলো কল্পনা ধুৰঁলী-কুঁৰলী হৈ গ'ল।

"মোৰ এতিয়া কর্তব্য কি মই নেজানো"—ফুলৰ গোন্ধ লৈ লৈ জোচুৱে ক'লে। "কিন্তু কি মোৰ কর্তব্য নহয় তাক হলে বুজি পাইছো।"

কবৰীয়ে হুমুনিয়াহ কাঢ়িলে আৰু ক'লে, "তুমি এতিয়া দেউতাৰাৰ ঘৰলৈ উভটি যোৱা উচিত। অন্ততঃ কেচুৱাটিক জাপানত উপজিবলৈ দিয়া। তুমি জানাই তাত অনাথ আশ্ৰম বোৰত এনেকুৱা শিশু ঢেৰ আছে। আমেৰিকান পুৰুষবোৰে এনেকুৱা বহুত কেচুৱাৰ তাত জন্ম দিছে। তোমাৰ কেচুৱাটো সিহঁতৰ লগৰ এটা হব।"

"হব নোৱাৰে"—তাই পুনৰ ক'লে।

"ইও হব নোৱাৰে?"—কবৰীয়ে সৰুকৈ ক'লে।

কিছু সময় তয়ো নিমাত। প্ৰতিজনৰে অন্তৰ সেই অৱশ্যম্ভাবী শিশুৰ চিন্তাত জিকাৰ খাই উঠিছে।

অলপ পিচত আগৰ দৰে মৰমলগাকৈ কবৰীয়ে সুধিলে, "বাৰু জোচু, তুমি জানো মাৰ্কিন ডেকাজনক এতিয়াও ভাল পোৱা?"

প্ৰশ্নটো শুনি তাই তত্তালিকে মূৰ দাঙিলে। কবৰীয়ে সুধিছে প্ৰশ্নটো! কিন্তু তাই নিজকে সুধিছে এই প্ৰশ্নটো, এবাৰ তুবাৰ নহয়, বহুবাৰ। সঁচা, তাই এলেনক ভাল পায়, কিন্তু সি আৰু জীয়া ভালপোৱা হৈ থকা নাই। তাক তাই সদায়ে ভাল পাব কিন্তু কোনো প্ৰতিদানৰ আশাত নহয়। সিহঁতৰ মিলন নোহোৱা হলেই ভাল আছিল। সিহঁতৰ জন্ম হৈছিল তুখন বেলেগ দেশত। পৃথিৱীৰ তুটি বিপৰীত কোণত জন্ম লাভ কৰা তুটি প্ৰাণীয়ে নিজৰ নিজৰ ঠাইতে ডাঙৰ হৈ, তাতেই সিহঁতৰ সংসাৰ পাতি ইহলীলা সম্বৰণ কৰিব লাগিছিল। এলেন তাইৰ উপযুক্ত পাত্ৰ নহয় আৰু তায়ো তাৰ যোগ্যা পাত্ৰী নহয়। অদৃষ্টই সিহঁতক ভিন ভিন ঠাইত ৰাখিব খুজিছিল, কিন্তু নিয়তিৰ সেই শাশ্বত বিধান ভঙ্গ কৰি সিহঁত লগ

হৈছিল। জোচুৰ অন্তৰত আৰু কোনো বিদ্ৰোহ বা হতাশাৰ ভাব নাই। দুখ অৱশ্যে তাইৰ লাগিছিল, খু উ-ৰ লাগিছিল।

"তেওঁক ভালপোৱাৰ পৰা মোৰ একো কামত নাহিব," তাই মাথোন এইখিনিকে ক'লে।

আকৌ বহুপৰ দুয়ো নীৰৱ ; দুয়োৰে মন চিন্তাত ব্যস্ত। অৱশেষত কবৰীয়ে লাজ আৰু সঙ্কোচ বহুযত্নে আঁতৰাই থৈ নীৰৱতা ভঙ্গ কৰিলে, "মই এটি কথা কব খোজো জোচু। কেনেকৈ কলে ভাল হব মই কব নোৱাৰোঁ। গতিকে কিবা দোষ হলে মাফ কৰিবা দেই।"

"কোৱাচোন বাৰু"—তাই তলমূৰকৈয়ে উত্তৰ দিলে।

শুকাই যোৱা ওঠদুটি অলপ জীপাই লৈ সি ক'লে, "যদি কেতিয়াবা তুমি অকলে জাপানলৈ উভটি যোৱা, তেনেহলে দয়া কৰি মোৰ ওচৰলৈকে আহিবা।"

লিলিফুলবোৰৰ সিগ্ধতা হঠাৎ যেন বেচি তীব্ৰ হৈ উঠিল, সহিব নোৱাৰি তাই ফুলদানিটো অলপ আঁতৰলৈ ঠেলি দিলে। তাৰ কথাৰ তাৎপৰ্য্য তাই মুহূৰ্ত্ততে উপলব্ধি কৰিছিল—যদি তাইৰ লগত কেচুৱাটি নেথাকে তেনেহলে সি তাইক বিয়া কৰাব খোজে।

"মোৰ যে কেচুৱা আছে,"—উত্তৰত তাই ক'লে।

সি তাইৰ চকুলৈ চাব নোৱাৰিলে। আঠুৰ ওপৰত মোহাৰি থকা নিজৰ বহল আৰু শেতা হাত দুখনলৈ চাই সি কৈ গ'ল, "কেচুৱাটি মই ৰাখিব পৰা হলে ভালেই পালোহেতেন জোচু। মোৰ মা-দেউতা বা আন কোনো অভিভাবক নোহোৱা হলে, মই অকলে থকা হলে, এইটো বৰ টান কাম নহ'লহেতেন। অন্ততঃ মোৰ বিশ্বাস মই পাৰিলোহেতেন।"

কবৰীৰ কথাত আন্তৰিকতা আৰু উদাৰতাৰ প্ৰকাশ ফুটি ওলাইছিল। তাই সকলো বুজিলে তথাপি অন্তৰৰ দুখৰ বোজা তাইৰ পাতল নহল, মাথোন ক'লে, "তোমাক বহুত ধন্যবাদ কবৰী।

কেতিয়াবা হয়তো তোমাৰ কথা সুঁৱৰিম। এতিয়া একো কব নোৱাৰোঁ।”

জোচু বহাৰ পৰা উঠিল। আৰু বেচি কথা তাই কব নোৱাৰে। দুখত তাইৰ অন্তৰ ভাগি পৰিছে। আৰু এটিও সৰহকথা তাইৰ ভগা হিয়াই সহিব নোৱাৰিব।

“তোমাক চাহ দিয়াই নাই,”—অলপ সহজ হবলৈ চেষ্টা কৰি তাই ক’লে আৰু লাহে লাহে পাগ ঘৰলৈ খোজ ললে। “মোৰ অন্ততঃ চাহ আছে দিবলৈ। মই ইমানেই এলেহুৱা হৈ পৰিছো, মিঠাই কিনিবলৈ আজি বাহিৰলৈ ওলোৱাই নাই।”

সি তাইক চাহ আনিবলৈ দিলে আৰু খোলা দুৱাৰৰ ফাকেৰে তাইলৈ চাই থাকিল। উঠি গৈ তাইক সহায় কৰি দিবলৈ সি প্ৰয়োজন বোধ নকৰিলে, কাৰণ লোকৰ আলপৈচানৰ মাজত ডাঙৰ হোৱা ল’ৰা সি। জোচুৰেও এই বিষয়ত তাৰ পৰিবৰ্তন আশা কৰা নাছিল। ‘টিপট’টোত সুন্দৰ জাপানী চাহ দি জোচুৱে টেবুলত থকা পিয়লাত ঢালি দিব ধৰিলে। কবৰীয়ে মাত্ৰ তাইক মাজে সময়ে লক্ষ্য কৰি বহি থাকিল, সহায় কৰিবলৈ থিয় দিবৰ প্ৰয়োজন নেদেখিলে। কাৰণ সি জাপানৰ মানুহ, জাপানী নিয়মতহে সি অভ্যস্ত। দুয়োজনে চাহ খাব ধৰিলে।

“বাৰু, মা আৰু দেউতাৰ কথা কোৱাচোন,”—তাই সুধিলে। “তেওঁলোকে মোলৈ এখনো চিঠি দিয়া নাই, মই হলে দুখনো লিখি পঠাইছো।”

“মই জানো,”—সি উত্তৰ দিলে। “জাহাজত উঠাৰ আগেয়ে মই দেউতাৰাক মাত লগাবলৈ গৈছিলো। তেওঁৰ খং এতিয়াও মাৰ যোৱা নাই। তুমি তেওঁৰ অবাধ্য হোৱা কথাটোকে তেওঁ মানি লবলৈ টান পাইছে।”

“তেখেতক কৰা যে তেখেতৰ মতটোৱে সত্য”—তাই

ক'লে। সি বিস্ময় মানিলে, "জোচু, তু···মি! ইমান অহঙ্কাৰ যাব!"

"মোৰ আৰু অহঙ্কাৰ নাই"—তাই বিনয়েৰে ক'লে। "আমেৰিকাৰ আইনৰ বিৰুদ্ধে যুজিবলৈ মোৰ আৰু শক্তি নাই। ইয়াৰ মানুহৰ অন্তৰত দকৈ শিপাই আছে এই আইনৰ প্ৰভাৱ। যি কোনো আইনকে ইহঁতে আন্তৰিকতাৰে ৰচনা কৰে আৰু পালন কৰিবলৈ সৰ্বতোপ্ৰকাৰে যত্ন কৰে। বৰ্ণবিভেদকামী এই আইন-খনো তাৰ ব্যতিক্ৰম নহয়। মই কি কৰিম কোৱা? এই শিশুক জন্ম দিবলৈ মই ক'লৈ যাম? তাৰ বাবে ক'তো অকনমানো ঠাই নোলাব।" কোৱাৰ লগে লগে তাইৰ সকলো গৰ্ব ধূলিসাৎ হৈ গ'ল, নিমিষতে সংযমৰ বান্ধ শিথিল হৈ গ'ল। অতদিনৰ নীৰৱ আৰু অকলশৰীয়া অন্তৰখন ভাঙি বাৰিষাৰ ঢলৰ দৰে তাইৰ দুচকুৰে ধাৰাষাৰে চকুপানী ওলাব ধৰিলে। দুহাতেৰে মুখখন লুকাই তাই হুক্ হুক্ কৈ কান্দিব ধৰিলে।

বেজাৰত কবৰীৰ মন বিদ্ৰোহী হৈ উঠিল। সি থিয় হ'ল আৰু দুহাত মোহাৰি মোহাৰি চিন্তা কৰিব ধৰিলে। তাইৰ গাত হাত দি সান্ত্বনা দিব খুজিও সি নোৱাৰিলে। মাথোন ক'লে, "এতিয়া তেনেখন নকৰিবা, বুজিছা জোচু। তোমাৰ নিজৰ বাবেই বেয়া, খুউব বেয়া।"

অসহায়ভাৱে সি চাই থাকিল, হুমুনিয়াহ কাঢ়িলে আৰু মনতে কিবাকিবি গুণগুণাই ক'লে। জোচু চকুপানী মচি অলপ সুস্থ হোৱা দেখি তাৰ ভাল লাগিল। স্বাভাৱিক অৱস্থালৈ ফিৰি অহাত তাইৰ লাজ লাগিল। হলেও তায়ে পোনতে মাত দিলে,

"তুমি আমেৰিকাতে আছা কিছুদিন, নহয়?"

"থকা কথা বহুদিনলৈ আছিল"—সি উত্তৰ দিলে। "এতিয়া ভাবিছো তুমি কিবা এটি ঠিক নকৰা পৰ্য্যন্তহে থাকিম। সেই দেখি

কাৰো কৰি সুধিছো, কোৰাচোন তুমি কি কৰিবা? এয়া মোৰ শেষ অনুৰোধ। এই লোৱা মোৰ ঠিকনা। যদি মোক এই ঠিকনাত নোপোৱা তেন্তে জানিবা ওচৰৰ কোনো চহৰলৈ কিছুদিনৰ বাবে গৈছো। অৱশ্যে তাৰ নামো মই দি যাম, যাতে তুমি মোক সহজে বিচাৰি পোৱা।"

সি দিয়া কাৰ্ডখন তাই হাতপাতি ললে আৰু টেবুলৰ এমূৰত থকা খালি বাকচ এটিত সুমুৱাই থলে। "যদি মোৰ পৰা একো খবৰ নোপোৱা তেন্তে জানিবা লিখিবলৈ মোৰ কোনো প্ৰয়োজন নাই,"—তাই ক'লে।

"হলেও তাকে তুমি মোক জনাব লাগিব"—সি নেৰিলে।

উপায় নেপাই তাই কথা দিলে, "বাৰু কৰৰী, মই কি সিদ্ধান্ত কৰোঁ তোমালৈ লিখিম। হয়তো পলম হব পাৰে।"

"তোমাৰ কথা ৰাখিবা তেন্তে"—বুলি কৈ কৰৰী যাবলৈ ওলাল। তাৰ কোট, টুপী আৰু লাখুটিডাল লৈ সি ওলালত দুয়োজনে পৰস্পৰৰ প্ৰতি মূৰ দোঁৱাই নমস্কাৰ জনালে আৰু বিদায় ললে। পিচত তাই শোৱা কোঠালৈ গৈ দুৱাৰখন বন্ধ কৰি ললে। জোচুৰ ধাৰণা এতিয়া সুস্পষ্ট। লেনীৰ বাবে কৰ্তব্য তাই ঠিক কৰি পেলালে। সঁচাকৈয়ে তাৰ বাবে এই পৃথিৱীত ঠাই নাই।

* * * *

জোচুৱে লাজত ৰঙা পৰি কৈছিল, "এলেন, তুমি ঘৰত থকা সময়ত মই তোমালৈ চিঠি নিলিখোঁ।"

সি তাৰ চিকুনকৈ ধোৱা কামিজ এটি চুটকেচত ভৰাই সুধিছিল, "এতিয়া কিয় নিলিখিবা?"

"মাৰাক অমান্য কৰা হয় বুলি মই ভাবোঁ,"—তাই উত্তৰ দিছিল। "চিঠিখনৰ দ্বাৰা তেখেতে নিষেধ কৰা ঘৰ এখনত মনে মনে প্ৰৱেশ কৰা যেন লাগে।"

সি আপত্তি কৰিছিল, “তেনেই অমূলক কথা কৈছা। মই যাবলৈ ওলোৱা দেখি তোমাৰ খঙ উঠা নাইতো ?”

“ওহোঁ, নহয় এলেন। মই নিলিখো, ইমানেই। মাৰাৰ প্ৰতি অভদ্ৰ ব্যৱহাৰ কৰিব নোৱাৰো বাবেই নিলিখো। মই তেখেতক মানি চলিব খোজো।”

গতিকে এলেনে তাইৰ পৰা চিঠি পাবলৈ আশা কৰা নাছিল ; আৰু চিঠিৰ কথাটো প্ৰথম ডোখৰত সি ভবাও নাছিল। ঘৰ পাই সি বৰদিনৰ পূৰ্ণ আড়ম্বৰৰ মাজত নিজকে হেৰুৱাই পেলাইছিল। লৰালি কালৰ বৰদিনৰ স্মৃতিবোৰ এটি এটিকৈ তাৰ মানস পটত ভাহি উঠিছিল। সৈনিক স্কুলৰ পৰা বন্ধত আহি যিদৰে সি উৎসৱটো উপভোগ কৰিছিল, এইবেলিও তেনেকুৱাই লাগিছিল তাৰ। চাৰিওফালে কেৱল হাঁহি, আনন্দ, মৰম আৰু ফূৰ্ত্তিৰ খিলিকনি। বয়সৰ প্ৰভেদ পাহৰি সকলো মানুহ এই উৎসৱত মতলীয়া হৈ পৰে। অশান্ত আৰু কৰ্ম্মমুখৰ জগতখন হঠাতে শান্তি আৰু জিৰণিৰ আবাসভূমিত পৰিণত হয়গৈ। এনে এটি পৰিবেশত এলেনৰ যোগদানে সোণত সুৱগা চৰালে। সি হৈ পৰিল সকলোৰে আদৰৰ, ঠিক আগৰ নিচিনাকৈয়ে।

সি পদূলিমুখ সোমোৱাৰ পিচতেই মাকে ওপৰ মহলাৰ পৰা লৰি আহি তাক সাৱটি ধৰি সম্ভাষণ জনাইছিল। সি মাত্ৰ কৈছিল, “কেনেকৈ জানিলা মা মই অহা কথা ? মই ভাবিছিলো আটাইকে চক খুৱাই দিম।”

মাকৰ হাঁহি মাৰ যোৱা নাই, ক'লে, “তোমাৰ দেউতাৰাই অলপ সময়ৰ বাবেও ফাকি দিব নোৱাৰে অন্ততঃ মোৰ ওচৰত। মই জানিছিলো বোপা। কি আনন্দৰ বৰদিন এইবেলি আমাৰ।”

মাকৰ দুবাহুৰ মাজত সৰুল'ৰাৰ দৰে সি অসহায় হৈ পৰিছিল। এনেতে মাকে ক'লে, “ব'লা ভিতৰলৈ। চিনথিয়াই ভিতৰত চাহ

কৰিছে। চিনথিয়া! এয়া এলেন। মই কৈছিলো নহয় আহিব বুলি? মই জানো।"

ঘৰখনৰ সাজসজ্জা আৰু আলহীৰ উলহ-মালহে গোটেই পৰিবেশটো আনন্দমুখৰ কৰি তুলিছিল। অতীতৰ মধুৰ স্মৃতি আৰু বৰ্তমানৰ ব্যস্ত পৰিবেশটোৰ মাজত এলেনে তাৰ ভবিষ্যতটো পাহৰি গৈছিল। অলপ পিচতে দেউতাক ওলাই আহি তাক সম্ভাষণ জনালে। ৰাংঢালী চিনথিয়াজনীয়ে চকৰিৰ দৰে লৰি লৰি সকলোপিনে তাল দিছে।

চিনথিয়াৰ সৈতে যেন এই দহমিনিটমান আগলৈ সিহঁত একেলগে আছিল; ঠিক সেইদৰে অকনো আশ্চৰ্য্য প্ৰকাশ নকৰাকৈ তাই তাক মাতিলে, "বহা এলেন। মই চাহ নিছো। তোমাৰ মাবাৰ আজি অৱসৰেই নাই।"

"কাৰণ মোৰ বাবে ইমান আনন্দৰ দিন আজি,"—মাকে ওপৰাই মাত দিলে, মনত তেওঁৰ অসীম ফূৰ্ত্তি।

এনেতে কাষৰ পঢ়া কোঠাৰ মধুৰ দুৱাৰখন মেল খালে আৰু খোজত জোতাৰ শব্দ শুনা গ'ল। মিষ্টাৰ কেনেডী সোমাই আহিল, আৰু ক'লে, "কোনে চাহৰ নাম লৈছে। একেবাৰে পানী খোৱাৰ নিচিনা লাগে। হেৰীক কোৱা ভাল ড্ৰিঙ্ক এটি আনিবলৈ। এলেন তুমি মোৰ সৈতে বহিবা। চাহবোৰ তিৰোতাৰ বাবে এৰা।"

"ভাল কথা দেউতা",— দুয়ো কৰমৰ্দন কৰি আঁতৰি গ'ল।

ক্ষন্তেক পিচতে হেৰীয়ে ড্ৰিঙ্ক তৈয়াৰ কৰি আনিলে। এলেনক দেখি সিও নথৈ আনন্দ প্ৰকাশ কৰি গ'ল।

বিচ্ মণ্ডৰ অলপ আঁতৰত এই সৰু চহৰ খনিৰ আনন্দমুখৰ পূৰ্ণতা এলেনৰ বৰ ভাল লাগিল। এই পূৰ্ণতা ৰক্ষা কৰিবলৈ সি মনে মনে দৃঢ়সঙ্কল্প কৰিলে। অসম্পূৰ্ণ, অমিল আৰু অশান্ত পৃথিৱীখনত এই পূৰ্ণতা, এই শান্তি অতি মূল্যবান; ঘূৰ্ণিবতাহত ওফন্দি উঠা সমুদ্ৰৰ

প্ৰলয়ঙ্কাৰী ঢৌৰ মাজত নিৰাপদ দ্বীপ এটি। ঘৰটোৰ ভিতৰত চকুত লগাকৈ সজাই ৰখা বিভিন্ন আচবাব আৰু ফুলবোৰলৈ হঠাতে তাৰ চকু গ'ল, ক'তো অকনো খুঁত সি ধৰিব নোৱাৰিলে। সকলো নিখুঁত, নিৰ্মল আৰু পৰিষ্কাৰ। এই এটাইবোৰৰে এদিন সিয়ে মালিক হবগৈ, অৱশ্যে যদি সেই স্বত্ব সি নিজেই দলিয়াই পেলাবলৈ ইচ্ছা নকৰে। কি মূৰ্খ সি!

লগতে চিনথিয়াৰ কথাও মনলৈ আহিল তাৰ। এই ঘৰৰ ধুনীয়া সম্পদৰাজিৰ ভিতৰত তায়ো যেন সোমাই আছে। তাতে বিধাতাই তাইক স্ৰজিছে সৌন্দৰ্য্যৰ ৰূপ কুঁৱৰী কৰি। বিবাহ নিষেধকাৰী সেই আইনখন তাইৰ ক্ষেত্ৰত আৰু প্ৰতিবন্ধক নহৈ সহায় স্বৰূপ হে হব।

দিনবোৰ কৰ নোৱাৰাকৈয়ে বাগৰি যাব ধৰিলে উলহ মালহৰ মাজেদি। এনেতে এদিনাখন মাকে ক'লে, "আৰু পলম কৰি কি লাভ? আটাইবোৰ কাম পিচলৈ পেলাই থলে হব জানো? মই দেউতাৰাক কৈছো তোমাক দিবলগীয়াখিনিৰ এটি বন্দোবস্ত সোনকালে কৰি পেলাব লাগে। দুই এদিনৰ ভিতৰতে এই বিষয়ে আমি আলোচনা কৰিম।"

কিন্তু এদিন দুদিনকৈ কেবাদিনো পাৰ হ'ল। কাৰণ তেওঁলোকৰ স্থায়ী উকীলজন বৰদিনৰ বন্ধত মিয়ামী নামৰ চহৰ এখনলৈ গৈছিল আৰু নৱবৰষৰ আগেয়ে তেওঁ উভটি আহিব পৰা নাছিল। ইপিনে নতুন বছৰৰ ঠিক আগৰ সময়খিনিও বৰদিনৰ দৰে অতি আৱশ্যকীয়, মাকে তাক বুজাইছিল। বিশেষকৈ নাচ গানৰ কাৰণে। চিনথিয়াই বৰ সুন্দৰকৈ নাচিবলৈ শিকিছিল।

চিনথিয়াৰ সৈতে নাচোঁতে তাৰ ভৱিষ্যতটোৰ কথা ওলাইছিল। এনেনে কি পৰিকল্পনা হাতত লৈছে নাচৰ চেৰে চেৰে তাই সুধিছিল। কিন্তু চিনথিয়াৰ নীলা চকুযুৰিত সি এটি আচৰিত ভাব লক্ষ্য কৰিছিল। নাচৰ সময়ত বা কথা প্ৰসঙ্গত তাই নিৰ্ভয়ে আৰু

নিসঙ্কোচে তালৈ চাইছিল। তাইৰ শান্ত চকুযুৰিত কোনো ৰকমৰ চঞ্চলতা প্ৰকাশ নেপাইছিল।

পূৰ্ব্বৰ নিচিনাকৈয়ে সিহঁতে নাচত যোগ দিছিল। হলেও তাৰ মাজতে এলেনৰ ভাব হৈছিল সি নিউইয়ৰ্কলৈ গুচি যোৱাই উচিত আছিল। উত্তৰাধিকাৰীত্বৰ অপেক্ষাত নথকা হলেই ভাল হ'লহেতেন বুলি তাৰ ধাৰণা হৈছিল। অৱশ্যে ধনৰ লোভ তাৰ অন্তৰত আছিল, কাৰণ তাৰ দ্বাৰা জোচুৰ সৈতে বিয়াখন দাবী কৰিবলৈ, অন্ততঃ নিজাকৈ ভাল ঘৰ এটি সাজিবলৈ সুবিধা হব বুলি সি ভাবিছিল। পলম কৰাৰ কৈফিয়ৎ তাৰ এয়েই আছিল। নাচৰ শেষত সিদিনা সেয়ে সি জোচুলৈ চিঠি লিখিছিল। চিঠি লিখাৰ কাৰণ অৱশ্যে আৰু আছিল। চিনথিয়াৰ সান্নিধ্যত নাচোঁতে তাৰ শৰীৰত এটি নিৰ্দোষ শিহৰণ খেলি যোৱা সি অনুভৱ কৰিছিল। সি প্ৰলোভিত হৈছিল সম্ভৱ তাইৰ অস্বাভাৱিক গম্ভীৰতাত আৰু তাক বিবাহিত জ্ঞান কৰি কৰা ব্যৱহাৰত।

জোচুৱে একো উত্তৰ দিয়া নাছিল। উত্তৰ এলেনে আশাও কৰা নাছিল। অলপ দিন পাচতে সি গৈ জোচুৰ লগ হব বুলি ভাবিছিল। গতানুগতিক ধৰণে নতুন বছৰৰ প্ৰথম দিনটো পাৰ হৈ গ'ল। ইঘৰ সিঘৰকৈ বন্ধু-বান্ধৱক মাত বোল লগাই আহিল। কোনেও তাক জোচুৰ কথা সুসুধিলে বা ঘৰৰ পৰা আঁতৰি থকাৰ কাৰণ জানিবলৈ নিবিচাৰিলে। সকলোৰে মুখত "কি হে এলেন! বহু দিনৰ মূৰত দেখোন!"—এইটো কথাৰেই প্ৰতিধ্বনি শুনিছিল।

সি আচৰিত হোৱা নাছিল। আমেৰিকাৰ প্ৰচলিত জীৱন ধাৰাৰ সৈতে সি পৰিচিত। সিও তাৰ ব্যতিক্ৰম হব নোৱাৰে। তাৰ প্ৰেমৰ মূল্য ইয়াৰ তুলনাত তেনেই হীন। কিন্তু নিজকে বচাবলৈ সি কি কৰিব বাৰু?

শৈশৱ অৱস্থাৰ পৰাই পৰিচিত তাৰ মৰমৰ বিচনাখনত বাগৰি সি

এইবোৰকে ভাবিছিল। দিন গৈ আছিল তথাপি জোচুৰ পৰা কোনো চিঠি নাই। সিও টেলিফ'ন কৰিব পাৰিলেহেতেন, কৰা নাই। উত্তৰ দিবলৈ গলে অবাধ্য আচৰণ কৰা হব বুলি জোচুৱে আপত্তি কৰিছিল। কি কৰিব ভাবি একো উৱাদিহ নেপাই এলেন অতীষ্ঠ হৈ পৰিল। মাক বা দেউতাকক গৈ বুজাবৰ আৰু সময় নাই, কোনো ফল নধৰিব। সকলোৰে ওপৰত আছে সেই অপৰিবৰ্তনীয় আইন-খন; সেয়ে মাকৰ ডাঙৰ সম্বল। মাকৰ দোষ বা অনিচ্ছা আদি সকলো সেই আইনখনৰ আশ্ৰয়ত লুকাই ৰাখিব পাৰে। হয়তো তেওঁ সহানুভূতি দেখুৱাব, "চোৱাচোন এলেন, ই মোৰ দোষ নহয়। আইনখনতো মই ৰচনা কৰা নাই।" কিন্তু তেওঁৰে নিচিনা কেইজন-মানেতো ৰচিছে!

চিন্তাৰ সোঁত এইদৰে অবিৰাম চলিবলৈ ধৰিলে। তাৰ টোপনি নাহে। এই সকলো ক্লান্তিৰ পৰা অব্যাহতি পাবলৈ শেষত সি এটি বাট বিচাৰি পালে। জোচুৰ চিন্তা নকৰিলেই হ'ল। তাকেই সিদ্ধান্ত কৰি সি তাৰ পুৰণি অথচ আৰামদায়ক বিচনাখনত মূৰটো গুজি দি চকু মুদি দিলে।

তেওঁলোকৰ নিগাজী উকীল মিষ্টাৰ হেইন্‌চ্ যেতিয়া মিযামীৰ পৰা উভটি আহিল তেওঁক ঘৰলৈ এদিন মাতি পঠোৱা হ'ল। মাকে কোৱা কামৰ পৰিচয় এলেনে সিদিনাহে পালে। ডাঙৰ টেবুল এখনৰ চাৰিওকাষে মাক, দেউতাক, মিঃ হেইন্‌চ্ আৰু এলেন।

মিঃ হেইন্‌চ্ এ ক'লে, "এলেন, তোমাৰ মাৰাই এটি ডাঙৰ কাম কৰিছে। এই প্ৰকাণ্ড পকীঘৰটো তেওঁ তোমাৰ নামত লিখি দিছে। এতিয়া ইয়াৰ গৰাকী তুমি।"

কথাখিনিয়ে এলেনক চমক লগাই দিলে। সি বুৰ্ব্বকৰ দৰে কিছুপৰ চাই থাকিল; পিচত ক'লে, "দেউতা, এই দালানটো মই তোমাৰ বুলিহে জানিছিলো।"

দেউতাকে ক'লে, "আমাৰ বিয়াৰ পিচত ঘৰটো মই মাৰাৰ নামত দি দিলো। অৱশ্যে আমাৰ বুজাপৰা হৈছিল যে প্ৰথম ল'ৰা সন্তান টোৱে পিচলৈ এই ঘৰটোৰ গৰাকী হব। ময়ো তেনেকৈয়ে দেউতাৰ পৰা পাইছিলো। মোৰ ধাৰণা আছিল আৰু এতিয়াও আছে যে ঘৰটো তিৰোতাকহে লাগে, ই তেওঁলোকৰ জীৱনৰ নিৰাপত্তা স্বৰূপ।"

"মই থকা কোঠাটো মোলৈ ৰাখিবা দেই সোণ"—মাকে ক'লে। "তাৰ বাবে মোৰ বিশ্বাস আছে তোমাৰ ওপৰত।"

"মই সেইটো পচন্দ নকৰো"—দেউতাকে ক'লে।

"মোক এইটো নেলাগে."—এলেনে মাত দিলে।

"নহয় সোণ!" মাকে অনুনয়ৰ সুৰত ক'লে। "মোৰ ইচ্ছাক আৰু বাধা নিদিবা। ই মোৰ বহুদিনৰ কামনা।"

"মই ভাল নেপাওঁ"—এলেনে পুনৰ ক'লে। কিন্তু দৰাচলতে সি ভাল পাইছিল। বহি থকা প্ৰকাণ্ড কোঠাটোৰ চাৰিওপিনে সি এবাৰ চকু ফুৰালে। তাৰেই সম্পত্তি এতিয়া!

"মই ইয়াত বাস কৰিব নোৱাৰো"—হঠাৎ এলেনে ক'লে।

"সম্ভৱ এদিন পাৰিবা"—মাকৰ মনত আৰু কথাত হাঁহিৰ ৰেখা ফুটি উঠিল।

শেহলৈ তাৰ অনিচ্ছা আৰু দেউতাকৰ অসম্মতি দুয়োটাই সেও মানিলে মাকৰ প্ৰবল ইচ্ছাৰ ওচৰত। ঠিক এইদৰেই বহুতো কাম মাকৰ হেচাত আগেয়েও হৈছিল। পোৱাৰ এটি অদ্ভুত বিদ্ৰোহ ভাব তাৰ অন্তৰত জাগিল। ঘৰটোৰ মালিক এদিন সি এনেয়ে হ'লহেতেন মনৰ আনন্দখিনি দমাই ৰাখি সি নিজকে ক'লে। এতিয়া যেনিবা অলপ সোনকালে হ'ল, প্ৰভেদ এইখিনিতে। সি যদি সুকীয়াকৈ ঘৰ এটি সাজিলেহেতেন তথাপি এই পুৰণি অট্টালিকাটোও তাৰেই হ'লহেতেন। তেতিয়া সি কোনটো ঘৰত নিগাজীকৈ বাস কৰিব সেইটো নিৰ্ণয় কৰিব লাগিলহেতেন।

সিদিনা আবেলিয়েই এলেনে নিউইয়র্কলৈ যাত্রা কৰিলে। চহৰ পাওঁতে নিশা হ'ল। টেক্সি এখন লৈ সি হোটেললৈ ৰাওনা হ'ল। এজন অচিনাকি মানুহে তাক এলিভেটৰেৰে ওপৰলৈ লৈ গ'ল। কোনোবা নতুনকৈ চাকৰিত সোমোৱা মানুহ বুলি এলেনে ধৰি ললে। গতিকে তাৰ সৈতে কোনো কথা নেপাতি সি পোনেই সিহঁত থকা কোঠাৰ কাষলৈ গ'ল আৰু বাহিৰৰ বেলটো বজাই দিলে। শব্দ শুনাৰ লগে লগে জোচুৱে লৰি আহি দুৱাৰখন খুলি দিবহি বুলি সি অপেক্ষা কৰিলে।

কিন্তু দুৱাৰ মুকলি নহ'ল। তাই শুই থাকিব পাৰে বুলি সি আকৌ চুইচ টিপি দিলে। সিবাৰতো কোনো সঁহাৰি নাই। অৱশেষত সি নিজৰ চাবিকোচা উলিয়াই এন্ধাৰত তলা খুলিবলৈ যত্ন কৰিলে। কোঠাৰ ভিতৰখনো তেনেই এন্ধাৰ। ভিতৰৰ শুকান আৰু গৰম বতাহখিনিয়ে বহুদিনৰ বন্ধ কোঠাৰ পৰিচয় দিলে। লাইটবোৰ এটা এটাকৈ জ্বলাই সি শোৱা কোঠালৈ গ'ল।

"জোচু!"—সি চিঞৰি মাতিলে।

কাৰো সঁহাৰি নাই! শোৱা কোঠাতো জোচু নাই! বিচনাখন পৰিষ্কাৰকৈ পাৰি থোৱা আছে! মজিয়াখনো চাফচিকুণ। আলনা-খনত দেখিলে অকল তাৰ কাপোৰবোৰহে আছে। তাই তেন্তে গুচি গ'ল!

অতি কষ্টেৰে সি কথাটো বিশ্বাস কৰিবলৈ বাধ্য হ'ল। সি তাইক কেনেকৈ বিচাৰি উলিয়াব? তাইৰ কৰ্তব্যপৰায়ণতা আৰু মৰমলগা আচৰণৰ মাজত যি দুখ তাই তাৰ পৰা লুকাই ৰাখিছিল, তাইৰ জাপানী হিয়াত থকা সেই গভীৰ বেদনাৰ কথা তাৰ নতুনকৈ উপলব্ধি হ'ল। কিন্তু তাই ইয়াত থাকি কি দেখা পাইছিল, কিমান-খিনিলৈকে বাস্তৱ অৱস্থা বুজি পাইছিল তাক সি কাহানিও নজানিব। শোকত সি বিহ্বল হৈ পৰিল আৰু বিছনাৰ একাষত

মূৰ্চ্ছা যোৱাৰ দৰে পৰি গ'ল। শোক আৰু আত্মগ্লানি তাৰ বাবে অসহনীয় হৈ পৰিল। পিচত দুহাতেৰে মুখ ঢাকি সি নিজকে অন্তৰৰ পৰা অভিশাপ দিব ধৰিলে;—তাই গ'ল কিন্তু তালৈ এৰি গ'ল গভীৰ অনুতাপ, হতাশা আৰু সমাজত মুখ উলিয়াব নোৱাৰাকৈ লাজ আৰু অপমান। নহলে তাই যোৱাত সি আক্ষেপ কৰিব লগা একো নেথাকিলহেতেন।

* * * *

## চতুৰ্থ অধ্যায়

জোচুৱে শান্তভাৱে আৰু বেচ ধীৰেৰে আলিবাটত খোজ কঢ়া অভ্যাস কৰিছিল। 'লেনী' উপজিবৰ সময় যিমানে ওচৰ চাপিব ধৰিলে তাই এইদৰে নিয়মীয়াকৈ অকলে অকলে সদায় কিছুদূৰ বাট খোজকাঢ়ি ফুৰিব ধৰিলে। বাটত কোনেও তাইক একো নেসোধে, তায়ো কাকো নেমাতে। আলিবাটটো তাইৰ আগৰে পৰিচিত। লচ্ এঞ্জেল্‌চৰ বহুখিনি স্মৃতি তাইৰ মনত আছিল, ভাবি তাই নিজেই আচৰিত হয় কেতিয়াবা। হলেও সেয়া নিজৰ ঘৰ নহয়, নগৰ এৰি স্বদেশলৈ ৰাওনা হবৰ সময়ত দেউতাকৰ খঙাল চেহেৰা তাই কেতিয়াও পাহৰিব নোৱাৰে। ফুৰোঁতে এদিন তাই সিহঁতৰ পূৰ্বতে থকা ঘৰটোৰ সম্মুখেৰে গৈছিল। তেতিয়া তাত এটি নিগ্ৰো পৰিয়াল বাস কৰিছে: চোতালত উমলি থকা ল'ৰাছোৱালীবোৰ দেখি তাই অনুমান কৰিছিল। এইখন চোতালতে এসময়ত তাই কেন্‌চনৰ সৈতে ধেমালি কৰিছিল।

সিদিনা কৰ্তব্য পথত তাই আৰু এখোজ আগ বাঢ়িলে। ৰাতিপুৱাই শুই উঠি গা পা ধুই নতুনকৈ কিনা ডাঠ নীলা ৰঙৰ কাপোৰ এযোৰ তাই পিন্ধি ললে। চানফ্ৰান্সিচ্‌কোৰ বেঙ্কত থকা দেউতাকৰ ধনখিনি তাইৰ বাবে যথেষ্ট হব। মেক্সিকোৰ তিৰোতা এগৰাকীৰ সস্তীয়া বোৰ্ডিং এখনৰ এটি কোঠা তাই ভাড়াকৈ ললে। অলপ ইংৰাজী কব পৰা মহিলা গৰাকী তাইৰ ভাল লাগিল। নিজৰ বাবে তাইৰ চিন্তা নাইকিয়া হ'ল। কিন্তু বাকী আন কামৰ বাবে তাই লোকৰ অনুগ্ৰহ বা দানৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। প্ৰেমৰ দ্বাৰা সিদ্ধ নোহোৱা কামটো আনৰ বদান্যতাৰ ওপৰত হবলৈ তাই এৰি দিলে। আইনে নিষেধ কৰা কামটোও লোকৰ অনুগ্ৰহত হবলৈ তাই অদৃষ্টক থিয়ালে। অতি সাবধানে তাই অচিনাকি মানুহ

এজনীৰ পৰা শিশুমঙ্গল কেন্দ্ৰলৈ যোৱা বাটটোৰ ভূ লৈছিল। আজি তাই সেই কেন্দ্ৰৰ অফিচলৈ ভয়ে ভয়ে আগ বাঢ়িল। বাহিৰৰ কোঠা এটিত তাই অপেক্ষা কৰিলে মালিকক লগ ধৰিবলৈ। ছজনী তিৰোতা তাতে তাই লগ পালে; ঠিক তিৰোতা নহয়, ছোৱালীয়েই বুলি কব পাৰি।

এজনীৰ বয়স চৈধ্যবছৰতকৈ সৰহ নহব কিজানি, আসন্ন সন্তান-সম্ভৰা। চকুত ক্লান্তি, দেহত ভাগৰ আৰু বিৰক্তি আৰু ওঠত ৰক্তহীনতাৰ চাপ বৰ্তমান। তাইৰ শৰীৰত তেতিয়া কোনো আকৰ্ষণ নাই, সকলো শেষ হৈ গৈছে; আছে কেবল নাৰীত্ব, যি নাৰীত্ব তাই কোনোবা এটি ল'ৰাৰ হাতত সামান্য সুখৰ বিনিময়ত বিক্ৰী কৰি পেলালে। হয়তো তাৰ সৈতে এদিন বোলছবিলৈ গৈছিল, হয়তোবা তাতকৈও সাধাৰণভাবে সিহঁতৰ পৰিচয় ঘটিছিল। কোনে জানে? সাজপাৰত তাইৰ দুখলগাকৈ দৰিদ্ৰতা ফুটি ওলাইছিল।

আনজনীয়ে চকুপানী মচি আছিল। ওখ আৰু পাতলকৈ ধুনীয়া বঙৰ ছোৱালীজনীৰ লিপষ্টিক সনা ওঠযুৰি চকুপানীৰে তিতি গৈছিল। দেখিবলৈ তেনেই খীন, কান্দোনৰ মাজে মাজে তাই কাহিছিলও। নাইলনৰ মোজা পিন্ধা ভৰি দুখনি দুডাল লাখুটিৰ নিচিনা লাগিছিল। হাতত অলঙ্কাৰ পিন্ধিছিল যদিও আঙুলিত বিয়াৰ আঙঠি নাছিল।

জোচু বহিল। দুহাত আঠুৰ মাজত লগলগাই তাই নীৰৱে অপেক্ষা কৰিলে কেতিয়া তাইৰ পাল পৰে। প্ৰথমতে ডাক আহিল কম বয়সীয়া ছোৱালীজনীৰ। তাই ভিতৰ সোমাই গ'ল। ওলাই আহিলত তাইক বেচ প্ৰফুল্ল যেন লাগিল। পিচত গ'ল বগা বঙৰ ছোৱালীজনী। তাইৰ কান্দোন জোচুৱে বাহিৰৰ পৰাই শুনিলে। বহুত পৰৰ মূৰত তাই ওলাই আহিল আৰু কাপোৰখিনি ঠিক কৰি বেগাবেগীকৈ ওলাই গ'ল। এনেতে অফিচৰ ছোৱালীজনী আহি ইতস্ততঃ কৰি জোচুক সুধিলে,

"আপোনাৰ নাম জানিব পাৰোঁনে ?"

"মিচ্ চাকাই"—জোচুৱে ক'লে।

"ভিতৰলৈ আহক"—ছোৱালীজনীয়ে মাতিলে।

ছোৱালীজনীৰ পিচে পিচে গৈ ভিতৰত থকা এটি সৰু অফিচ কোঠাত সোমাল। এগৰাকী শান্তপ্ৰকৃতিৰ আদহীয়া তিৰোতা তাত বহি আছিল। তেওঁ মাত দিলে, "মিচ চাকাই।"

জোচুৱে নম্ৰভাবে মূৰ দুপিয়ালে আৰু আগত থকা চকি এখনত বহি পৰিল।

"আপোনাক কি সহায় লাগে বাৰু ?"

"শুনিছো আপোনালোকে ল'ৰাছোৱালীৰ তত্ত্বাবধান লয়"—জোচুৱে অলপ অনিশ্চযতাৰ সুৰত ক'লে। কাৰণ ইয়াতকৈ ভালকৈ কেনেকৈ আৰম্ভ কৰিব লাগে তাই ভাবি নেপালে।

"আপুনি সন্তানসম্ভৱা ?"—আদহীয়া মহিলা গৰাকীৰ ব্যৱসায়ী সুৰত মৰম ফুটি ওলাইছিল।

"হয়—কিন্তু এতিয়াই নহয়। সাজু হবলৈ মোক সময় লাগিব।"

"আপোনাৰ কোনো নাই নেকি ?"

"কোনো নাই,"—জোচুৱে ক'লে।

তাইৰ কথাখিনি মহিলাগৰাকীয়ে পৰিষ্কাৰকৈ লিখি ললে। পিচত সুধিলে, "কেচুৱাটি আপুনি ইয়াতে ৰাখিব খোজে ?"

"উঁহো"—জোচুৱে ক'লে। "মই অকলশৰীয়া—কেনেকৈ ৰাখিম ?"

তাইৰ এইদৰে কোৱা অভ্যাস ইতিমধ্যে হৈ গৈছে, গতিকে কথাবোৰ অতি সহজভাবেই তাই কব পাৰিছিল।

হঠাৎ তাইৰ লেনীলৈ মনত পৰি গ'ল। কিমান মৰম কৰি তাক লালনপালন কৰি আছে তাই! সি যেন ভিতৰত শুই শুই সকলো শুনি আছে।

"মোৰ নাম মিচ ব্ৰে,"—মহিলাগবাকীয়ে দয়াপৰবশ হৈ ক'লে। আপোনাৰ পৰিচয় জানিব পাৰোঁনে?"

"মোৰ কোনো নাই,"—তাই পুনৰ ক'লে। "কৰলৈ ইমানেই।"

"কেচুৱাৰ দেউতাক কোন, কবনে?" মিচ ব্ৰেই সুধিলে। "আপোনাক সহায় কৰিবলৈ হে সুধিছো।"

"তেওঁ আমেৰিকান, শ্বেতাঙ্গ,"—জোচুৱে উত্তৰত ক'লে। "মই মাৰ্কিন-জাপানী।"

"অ"—মিচ্ ব্ৰেৰ কণ্ঠৰ পৰা অনিচ্ছাসত্বেও ওলাই আহিল। তেওঁ আকৌ এবাৰ জোচুলৈ চাই পঠিয়ালে। এজনী ধুনীয়া গাভৰু, কিমান শান্ত আৰু গহীন অথচ কিমান দুৰ্ভগীয়া! কাৰণ কোনে বিচাৰিব আধা বগা আধা জাপানী সন্তান এটি? কিন্তু এনেকুৱা ঘটনাই আজিকালি সৰহকৈ ঘটিব লাগিছে। যুদ্ধবোৰৰ ইও এটি বিভীষিকা। মাত্ৰ দুদিন আগেয়ে বাধ্য হৈ তেওঁ এটি দুমহীয়া কোৰিয়াৰ কেচুৱা ৰাখিব লগা হৈছিল। কোনেও ৰাখিব নোখোজে কোৰিয়া দেশৰ সন্তান। অৱশেষত এটি নিগ্ৰো পৰিয়ালক সেই কেচুৱাটি তেওঁ সোধালে।

"সেই মানুহজনে অলপো দায়িত্ব নলবনে?" মিচ্ ব্ৰেই সুধিলে।

"কথাটো তেওঁক জনাবলৈ মই ইচ্ছা নকৰো"—জোচুৱে ক'লে।

মিচ্ ব্ৰে সন্তুষ্ট নহল; ক'লে, "তুমি ভুল বুজিছা। পুৰুষবোৰে জনা উচিত। তেওঁলোকে এই সময়ত আঁতৰি থাকিবলৈ ইচ্ছা কৰিবই। তুমি যদি অনুমতি দিয়া তোমাৰ হৈ মূয়ে তেওঁৰ সৈতে কথা হম।" জোচুৰ প্ৰতি তেওঁৰ মৰম উপজিল আৰু কেতিয়া 'তুমি' বুলি সম্বোধন কৰিলে কবই নোৱাৰিলে।

জোচুৱে কিন্তু অবিচল হৈয়ে উত্তৰ দিলে, "আপোনাক তাৰ বাবে অশেষ ধন্যবাদ। কিন্তু এইখিনি নকৰিলেই মই ভাল পাম।"

মিচ্ ব্ৰেই ধৈৰ্য্য হেৰুৱাবৰ উপক্ৰম কৰিলে। জীৱনত তেওঁ কাৰো প্ৰেমত পৰি নেপালে। ছোৱালীবোৰে সিহঁতৰ পুৰুষক কৃতকৰ্মৰ ফল জনাবলৈ কিয় টান পায় তেওঁ বুজিব নোৱাৰে। জোঙা পেন্সিলডাল টেবুলৰ ওপৰত থৈ তেওঁ চশমাজোৰ অলপ পোনাই ললে ; আৰু কলে, "তেনেহলে মিচ্—"

"চাকাই,"—জোচুৱে যোগ দিলে।

"অ' হয়, বিদেশী নাম মনত ৰাখিবলৈ ইমান টান! মিচ্ ঢাকাই, কব খুজিছিলো ইয়াকেই যে মিশ্ৰিত তেজৰ সন্তানক তোলনীয়া পো কৰি ৰাখিবলৈ কোনোৱে নোখোজে। মোৰ যথেষ্ট অভিজ্ঞতা আছে এই বিষয়ত। কোনো পক্ষই এনেকুৱা কেচুৱা নিবিচাৰে।"

"মই জানো"—জোচুৱে অকনো উত্তেজিত নোহোৱাকৈ ক'লে।

"পৰিয়াল বুলিবলৈ নিশ্চয় কোনোবা আছে তোমাৰ?" মিচ ব্ৰেই পুনৰ সুধিলে।

"কোনো নাই"—জোচুৱে সৰুকৈ ক'লে।

"অৰ্থাৎ এই কেচুৱাৰ দায়িত্ব লওঁতা কোনো নাই, তুমি বোধ হয় তাকেই অৰ্থ কৰিছা?"

জোচুৱে এইবাৰ উত্তৰ দিব নোৱাৰিলে, কাৰণ নেকান্দোঁ বুলি তাই দৃঢ়সঙ্কল্প কৰিছে।

মিচ ব্ৰেই পৰিস্থিতিটো বুজি পালে। তেওঁৰ এটি হুমুনিয়াহ ওলাই আহিল ; ক'লে, "বাৰু, কি কৰিব পাৰি চাম। সম্ভৱ কেচুৱাটি দেখিবলৈ বৰ বেয়া নহব যিহেতু আংশিকভাবে হলেও সি শ্বেতাঙ্গই হব। তাক তোলনীয়া পো হিচাপে ৰাখিবলৈ আশ্ৰয়দাতা মাতৃ বিচাৰি পোৱা হব কিজানি।"

"আশ্ৰয়দাতা মাতৃ?"—জোচুৱে পুনৰ উচ্চাৰণ কৰিলে।

"এৰা, যি বেতনৰ বিনিময়ত কেচুৱাৰ লালনপালনৰ দায়িত্ব

লব,"—মিচ ব্ৰেই বুজাই দিলে। "তাৰ ভৰণপোষণৰ বাবে অলপো খৰচ কৰিব নোৱাৰিবা জানো ?"

"হয়, কিছু পাৰিম,"—জোচুৱে ক'লে।

তাই বিস্ময় মানিলে। 'লেনী'ৰ ভবিষ্যত সম্বন্ধে সঁচাকৈয়ে তাই চিন্তা কৰা নাছিল। মাত্ৰ ভাবিছিল অনাথ আশ্ৰমবোৰৰ কথা, তাত গছৰ তলত ঘাইঁনিত শিশুবোৰ উমলি থকা তাই দূৰৈৰ পৰাই দেখিছিল। সিহঁত সুখত থাকে নে নেথাকে তাই কেতিয়াও ওচৰৰ পৰা পৰ্য্যবেক্ষণ কৰা নাছিল।

"এৰা, তুমি দিব পাৰিলে বহুত ভাল,"—মিচ ব্ৰেই মন্তব্য কৰিলে।

পেন্সিলডাল তুলি লৈ তেওঁ আকৌ লিখিব ধৰিলে। অলপ পিচত সুধিলে, "প্ৰসৱৰ বাবে তুমি ক'লৈ যাবলৈ ঠিক কৰিছা ?"

"মই কব নোৱাৰো"—জোচুৱে উত্তৰ দিলে। অন্তৰ যুদ্ধত তাই জিকিলে, চকুপানী আৰু নোলায়। গলটো অলপ পৰিষ্কাৰ কৰি কলে, "আপুনি যি পৰামৰ্শ দিয়ে।"

"তুমি এখন হস্পিটেললৈ যোৱাই ভাল হব। এয়া লোৱা মই ঠিকনা এটি দিলো। তালৈ গৈ ডাক্তৰ ষ্টেইনাৰক লগ ধৰিবা। মহিলা ডাক্তৰ, বিদেশী কিন্তু বেচ অভিজ্ঞ আৰু মৰমিয়াল। সেই হস্পিটেলৰ পৰা আমি কেচুৱাটি লৈ আনিম। মোৰ অনুমান তুমি কেচুৱাটি চাবলৈ নুখুজিবা—"

"নহয়, চাবলৈ মোৰ বৰ ইচ্ছা, "—জোচুৱে মাত লগালে।

লিখি থকাৰ পৰা মূৰ তুলি মিচ ব্ৰেই ক'লে, "যদি তুমি সঁচাকৈ কেচুৱাটি লগত নেৰাখিবলৈ ঠিক কৰিছা তেন্তে মোৰ উপদেশ তাক একেবাৰে নোচোৱাই ভাল।"

"ওহোঁ, মই চাবই লাগিব," জোচুৰ একেটি উত্তৰ।

মিচ্ ব্ৰে পোন হৈ বহিল, তেওঁৰ লিখা শেষ হৈছে; সুধিলে, "তোমাৰ মতে সময় কেতিয়া বাৰু ?"

"বোধ হয় জুনত।"

"তোমাৰ ঠিকনা ?"

জোচুৱে ঠিকনাটো দিলে।

"মাজে সময়ে ডাঃ ষ্টেইনাৰক দেখুৱাই থাকিবা," মিচ্ ব্ৰেই উপদেশ দিলে। "সময়মতে শৰীৰটো পৰীক্ষা কৰি থকা ভাল। আৰু যদি ইয়াৰ ভিতৰত তোমাৰ মতৰ পৰিবৰ্তন হয় তেন্তে মোক জানিবলৈ দিবা।"

তাই ভয় কৰি থকা সাক্ষাৎকাৰটো শেষ হ'ল। 'লেনী' উপজিব পাৰিব আৰু তাৰ তত্বাৱধানৰ ব্যৱস্থাও একপ্ৰকাৰ হ'ল। জোচু উঠিল আৰু নতশিৰে নমস্কাৰ জনালে, "আপোনাক বহুত ধন্যবাদ মিচ্ ব্ৰে।"

মিচ্ ব্ৰেই নম্ৰভাৱে সহাঁৰি জনাই অইন কামত মন দিলে।

ওলাই আহি বাহিৰৰ কোঠাত আৰু তিনিজনী তিৰোতা অপেক্ষা কৰি থকা জোচুৱে দেখিলে। এজনীৰো মুখত হাঁহি মাত নাই, প্ৰত্যেককে অসুখী যেন লাগিল তাইৰ। লৰালৰিকৈ তাই সিহঁতক এৰি আহি আলিবাট ওলালহি। এতিয়া বাকী থাকিল ডাঃ ষ্টেইনাৰক দেখুৱাবলৈ। তেওঁক দেখুৱাবই লাগিব, কিন্তু আজি নহয়। তাইৰ বৰ ভাগৰ লাগিছে। তাই আচৰিত হ'ল লেনীয়ে যে ইমানপৰ নীৰৱে আছে। সি গম পালে নেকি যে মাকৰ সৈতে বিচ্ছেদ হবলৈ আৰু সৰহদিন নাই ?

সৰু পাৰ্ক এখন পাই তাই জিৰণি লবলৈ তাতে সোমাল। তিনি গৰাকী মাকে তেওঁলোকৰ ল'ৰাছোৱালী লৈ তাতে উমলি আছিল। আটাইবোৰ শ্বেতাঙ্গ, গতিকে মুকলিমনেৰে একে লগে তেওঁলোকে থাকিব পাৰিছে। জোচুৱে ইচ্ছা কৰিয়ে এলেনৰ চিন্তা মনৰ পৰা আঁতৰ কৰি ৰাখিছিল; তাৰ ছবি তাইৰ মানস পটৰ পৰা মচি পেলাইছিল। সি ছাগৈ এতিয়ামানে বিশ্বাস কৰিছে সিহঁতৰ পুনৰ্মিলন

আৰু নহব বুলি। তাই কোনো চিঠি লিখি লৈ অহা নাছিল, একো বস্তুও তাইৰ এৰি থৈ অহা নাই। হোটেলৰ সেই কোঠাত এতিয়া অইন কোনোবা আহি ভাড়ালৈ সোমালহি আৰু এলেনেও নিশ্চয় ঘৰলৈ গৈ মাক-দেউতাকৰ লগ লৈছেগৈ। একমাত্র কৰবীয়ে জানে তাইৰ ঠিকনা। তাকো তাইক দেখা কৰিবলৈ আহিবলৈ তাই হাক দি পঠাইছে অন্ততঃ তাই এটি সিদ্ধান্তত উপনীত নোহোৱালৈকে। "মোৰ ল'ৰাৰ মুখ নেদেখালৈকে মই অকলে থাকিবলৈ ইচ্ছা কৰো" —এইবুলি চিঠিত তাই কৰবীলৈ লিখিছিল।

লেনীক কি উপায়ে লগত ৰাখিব পাৰি তাই আকৌ এবাৰ চিন্তা কৰি চালে। কিন্তু কেনেকৈ? কেচুৱা এটি লৈ নিজৰ ঘৰ আৰু পৰিয়ালৰ মানুহ নথকাকৈ তাই বাস কৰিব পাৰিব জানো? এলেনৰ মন তাই খুব ভালকৈ বুজি পায়। তাৰ গাত তাই দোষ দিব নোৱাৰে। সি যিটো আশা কৰিছিল তাত অস্বাভাবিকতা একো নাছিল আৰু সেইখিনিলৈকে ই দোষশূন্যও আছিল। কেৱল তাত লেনীৰ স্থান নাছিল। এনেকি তাইৰ দেউতাকৰ ঘৰতো তাৰ বাবে ঠাই নাছিল। দোষ কাৰো নাই, মাথোন সেই আইনখনেই সকলো অনৰ্থৰ মূল। কিন্তু সেই আইনেও লেনীৰ জন্মত বাধা দিব নোৱাৰিলে। দিব কেনেকৈ? লেনীৰ জন্মৰ বাবে যি ভাল পোৱা দায়ী সেই ভালপোৱাকতো আইনখনে নিষেধ কৰিব পৰা নাই? আইনে প্ৰেমৰ কথা কেতিয়াও বিচাৰ নকৰে। তাই তথাপিও এলেনক ভাল পায় আৰু সেই ভাল পোৱা চিৰদিন অটুট থাকিব ঠিক মৃত ব্যক্তিৰ প্ৰতি থকা ভালপোৱাৰ দৰে। জীৱিত লোক এজনে জানো মৃতকৰ খালি ঠাই পূৰাব পাৰে?

* * * *

ডাঃ ষ্টেইনাৰে ধুনীয়া জাপানী ছোৱালীজনী পাই বেচ কৌতূহল প্ৰকাশ কৰিছিল। মিচ ব্ৰেৰ পৰা জোচু চাকাই নামৰ ছোৱালী

এজনী তেওঁৰ ওচৰলৈ যাব বুলি এদিন শুনিছিল। জাপানী লোক তেওঁ কেতিয়াও লগ পোৱা নাছিল, যদিও তেওঁৰ দেশ জাৰ্মানীয়ে যুদ্ধৰ সময়ত সদৌ প্ৰাচ্যৰ ভিতৰত জাপানকে আশাৰ স্থল বুলি গণ্য কৰিছিল। ছোৱালীজনীৰ চেহেৰাৰ প্ৰতি ডাক্তৰণীয়ে অতি আগ্ৰহেৰে লক্ষ্য কৰিছিল। তেওঁ কেবাবাৰো সুধিও জোচুৰ পৰা গিৰীয়েকৰ বিষয়ে একো কথা উলিয়াব নোৱাৰি বেচি আচৰিত হ'ল।

চুটি আৰু শকতকৈ ডাক্তৰণী গৰাকী দেখিবলৈ মুঠেই ধুনীয়া নাছিল। তাৰ বাবে তেওঁ কাকো দোষাৰোপ নকৰিছিল। জীৱনৰ বাস্তৱ গতি তেওঁ সৰু কালতে মানি লৈছিল। বিয়া হবৰ আশা সমূলি কৰা নাছিল যিহেতু বিয়া-বজাৰত ৰূপৰ প্ৰয়োজনেই আটাইতকৈ বেচি। সেয়ে নিজৰ উৰ্ব্বৰ মস্তিষ্কৰ প্ৰতি তেওঁ সদায় কৃতজ্ঞ; বিলাস আৰু প্ৰেমৰ সপোন নেদেখি তেওঁ সৰুৰে পৰা অধ্যয়নত মনোনিবেশ কৰিছিল। ফলত তেওঁ বৈজ্ঞানিক অথচ মৰমিয়াল বুলি সকলোৰে পৰা সমাদৰ লাভ কৰিলে। যি কোনো ধুনীয়া মাহুহ দেখিলে মুনিহ, তিৰোতা বা শিশুৱেই হওক ডাঃ ষ্টেইনাৰৰ অন্তৰ প্ৰশংসাত পঞ্চমুখ হৈ পৰে। সেই ভাবৰ দ্বাৰা প্ৰণোদিত হৈ তেওঁ জোচুক পৰীক্ষা কৰিব ধৰিলে।

সেই সময়ত অৱশ্যে জোচুৰ দেহ তেনেই দুৰ্বল আৰু নিস্তেজ হৈ পৰিছিল। গাটো তাইৰ অস্বাভাৱিক ধৰণে চেঁচা পালে। মানসিক আৰু আধ্যাত্মিক চিন্তাই তাইৰ শৰীৰৰ উত্তাপ কমাত সহায়হে কৰিছিল। ডাঃ ষ্টেইনাৰে সেইবাবে তাইক বিশ্ৰামৰ কাৰণে কিছুদিন হস্পিটেলতে থাকিবলৈ উপদেশ দিলে।

কিন্তু জোচুৰ মনটোৱে জিৰণি লব নোৱাৰে। প্ৰতি সপ্তাহত তাই কবৰীৰ পৰা দীঘল আৰু মৰম সনা চিঠি একোখন পাব ধৰিলে। তাইক কিবা এটি সিদ্ধান্ত কৰি পেলাবলৈ সি জোৰ কৰা নাছিল সঁচা; কিন্তু তাই তাৰ ভিতৰৰ মানুহটোক চিনি পায়। প্ৰথমতে

এই ডাঙৰ সমস্যাটো পাৰ হবলৈ আছেই, লেনীৰ জন্ম নোহোৱালৈকে তাই একো ভাবিবই নোৱাৰে। পিচতহে তাই চিন্তা কৰিব তাই ক'লৈ যাব, জীৱনৰ বাকীছোৱা কাল কিদৰে কটাব। পৰাখিনিলৈকে তাই ভবিষ্যতৰ চিন্তা আৰু অনুভূতি বাদ দিয়েই থাকিব বিচাৰিছিল। তথাপি নিশা যেতিয়া তাইৰ টোপনি নাহিছিল, তলত ডাঠ তুলি নোহোৱা ঠেক বিচনাখনত শুই ভয়ত যেতিয়া টোপনি অহা ঔষধো খাবলৈ ইচ্ছা কৰা নাছিল কিজানি তাৰপৰা লেনীৰ কিবা অনিষ্টই হয়—তেতিয়া হঠাতে কেতিয়াবা তাই অনুভৱ কৰিছিল যেন ক'ৰবাত চিলাই ফাটি ঘাৰ পৰা তেজহে বাহিৰ হৈছে। তাইৰ এই যন্ত্ৰণাদায়ক অনুভূতি তাইৰ অতীত ঘটনাৰ বাবে হোৱা নাছিল। তাই যে লেনীৰ মুখ দেখিবলৈ নেপাব, তাৰ সৈতে একেলগে থাকিব নোৱাৰিব, সি লহপহকৈ বাঢ়ি অহা দৃশ্য উপভোগ কৰিব নোৱাৰিব, তাৰ হাঁহি মুখৰ এষাৰি মাত শুনিবলৈ নেপাব, সেইদৰে তাৰ গোটেই জীৱনটোৱে তাইৰ বাবে চিৰদিন অপৰিচিত হৈ থাকিব এই দুখটোৱে তাইৰ অন্তৰ খুলি খাব ধৰিলে।

কাৰণ বহুত গভীৰ চিন্তাৰ পিচত জোচুৱে বুজিছিল যে মিচ্ ব্ৰেৰ কথাই সত্য। লেনীক তাই নোচোৱাই ভাল, এবাৰ দেখিলে তাক এৰি থাকিব নোৱাৰিব। নাৰীৰ পক্ষে সন্তৰপৰ সমস্ত দুখৰ বোজা তাইৰ কান্ধত আহি পৰা যেন পালে কথাটো মনলৈ অহাৰ লগে লগে, অনুশোচনাত তাইৰ অন্তৰ দেই গ'ল। কাৰণ ঘটনাৰ বাবে তায়ে আটাইতকৈ বেচি দায়ী। লেনীৰ গাত অকণো দায় নাই, তথাপি ইমান অকনমান কেচুৱা এটিক, ইমান অসহায় কৰি তাৰ জীৱনৰ বাটত তাই মাক হৈয়ো অকলে এৰি থৈ গুচি যাব লাগিব। অথচ সি আহিছে সম্পূৰ্ণ স্বাভাবিক ভাবে, উৎফুল্ল মনেৰে। সি যি ধৰণে হাতভৰি লৰচৰ কৰিছিল তাৰ পৰাই জোচুৱে কেচুৱাটি হৃষ্টপুষ্ট আৰু অতি প্ৰফুল্ল মনৰ হব বুলি স্থিৰ কৰিছিল।

"তোমাৰ স্বাস্থ্য বহুখিনি ফাললৈ আহিছে," ডাঃ ষ্টেইনাৰে তাইক পৰীক্ষা কৰি উঠি ক'লে। "সকলো স্বাভাবিক ভাবেই আছে, কোনো চিন্তা নকৰিবা।"

"আপোনাক অশেষ ধন্যবাদ" জোচুৱে উত্তৰ দি বিচনাৰ পৰা উঠিল আৰু কাপোৰখিনি ঠিক কৰি পিন্ধি ললে। ডাঃ ষ্টেইনাৰে জোচুৰ ধুনীয়া অবয়বটো আকৌ এবাৰ নিৰীক্ষণ কৰি ললে।

"প্ৰতিমাহতে এবাৰকৈ আহি দেখুৱাই যাবা" ডাক্তৰণীয়ে ক'লে। "প্ৰসৱৰ সময়ত মই তোমাৰ কাষত থাকিম। কোনো কষ্ট হব নেলাগে যেন লাগিছে।"

জোচুৱে নম্ৰভাবে পুনৰ ধন্যবাদ জনাই হস্পিটেলৰ পৰা লাহে লাহে ওলাই গ'ল।

তাই যোৱাৰ পিচত ডাঃ ষ্টেইনাৰে মিচ ব্ৰেলৈ টেলিফোন কৰিলে, "সেই কমবয়সীয়া জাপানী ছোৱালীজনী মই পৰীক্ষা কৰিলো। তাই এটি অদ্ভূত প্ৰাণী যেন লাগিল। বৰ ধুনীয়া আৰু স্বাস্থ্যও ভাল। তাইৰ কেচুৱা পালন কৰিবলৈ নিশ্চয় কোনোবা ওলাব। ছোৱালীজনী অভিজাত শ্ৰেণীৰ সন্দেহ নাই, এনেকুৱা ছোৱালীয়ে বুৰ্ব্বক পুৰুষক নিশ্চয় পচন্দ নকৰে। কাজেই সন্তানটি ধুনীয়া, স্বাস্থ্যবান আৰু বুদ্ধিমান হব, চাব। আপুনি এই সন্তানৰ বাবে সন্তানহীন পিতৃ-মাতৃ বিচাৰি হায়বান হব নেলাগিব।"

"আপুনি আচৰিত হব," মিচ্ ব্ৰেৰ পৰা হতাশৰ উত্তৰ আহিল। "ইয়াত নিসন্তান পিতৃ-মাতৃ প্ৰায় তিনিশ মান আছে। তেওঁলোকক সন্তান দিব নোৱাৰা বাবে মোকেই আটায়ে দোষ দিছে, যেন মইহে তেওঁলোকৰ হৈ ল'ৰাছোৱালী জন্ম দিব লাগে। কিন্তু মই নদি কব পাৰোঁ তেওঁলোকৰ কোনেও এই কেচুৱাটি নিবলৈ নিবিচাৰিব।"

ডাঃ ষ্টেইনাৰ বিৰক্ত হৈ উঠিল, "এনেকুৱা গণতন্ত্ৰইতো মোক হিটলাৰৰ কথা সোঁৰৰাই দিয়ে। একনায়কত্বৰ প্ৰয়োজন এইখিনিতেই।"

মিচ্ ব্ৰেই ইয়াৰ একো উত্তৰ দিয়া নাছিল। ডাঃ ষ্টেইনাৰৰ মন তেওঁ ভালকৈ বুজে। এসময়ত দুয়োগৰাকীয়ে একেলগে কামো কৰিছিল। মেক্সিকান আৰু নিগ্ৰো কেচুৰাবোৰক যেতিয়া নিৰ্দিষ্ট অনাথ আশ্ৰম কেইটিমানতে ভেৰাৰ পালৰ দৰে নি ৰখা হৈছিল ডাঃ ষ্টেইনাৰে সদায় আপত্তি কৰিছিল।

"সিহঁতক কোনেও নিবিচাৰে"—মিচ ব্ৰেই শান্তভাবে বাৰে বাৰে বুজাইছিল। "বগা মানুহবোৰে সিহঁতক সমূলি পচন্দ নকৰে। আনফালে মেক্সিকান আৰু নিগ্ৰো সকলৰ ঘৰত ৰাখিবলৈ ঠাই নোহোৱা হৈছে, আপুনিযে চাওকচোন ?"

"মোৰ চাবলৈ কি আছে ?" ডাঃ ষ্টেইনাৰে খণ্ডত উত্তৰ দিছিল। "এটা শিশু শিশুৱেই। তাৰ আকৌ জাতি, ধৰ্ম বা বৰ্ণ কি আছে ?"

মিচ্ ব্ৰেৰ পৰা উত্তৰ নেপাই আকৌ সুধিলে, "কওক এই কেচুৱাৰ ব্যৱস্থা কি কৰিব ?"

"তাকেই ভাবিছো"—মিচ ব্ৰেৰ কথা সৰু হৈ আহিল। "মই এতিয়াই ঠিক কৰি কব নোৱাৰিম, বোধহয় তাক ৰেষ্টএণ্ড আশ্ৰমলৈ পঠাব লাগিব।"

"তেওঁলোকৰ তাত আৰু এটি কেচুৱা থবলৈ এগজ ঠায়ো নোলাব,"—ডাক্তৰণীৰ উত্তৰ লগে লগে আহিল।

"তেন্তে মই কি কৰিম বাৰু ?"

"সেইটো আপুনি জানে মিচ ব্ৰে। মোৰ কাম সন্তান জীৱিত আৰু সুস্থ অৱস্থাত ভূমিস্থ কৰা। সেইটো মই কৰিম,"—এই বুলি কৈ তেওঁ ফোনটো থলে, আৰু অইন ৰোগী মাতিবলৈ দুৱাৰমুখত বৈ থকা নাৰ্চজনীক আদেশ দিলে।

* * * *

আচৰিত আচৰিত লগা দিনবোৰ পাৰ হৈ যাব ধৰিলে। লেনী'ৰ জন্মৰ দিন যিমানে ওচৰ চাপি আহিব ধৰিলে, জোচুৰ বাবে

সময়বোৰ সিমানে উকা উকা লাগিব ধৰিলে। বিচ্ছেদৰ মুহূৰ্ত্ত ওচৰ চাপি অহাৰ লগে লগে তাইৰ কান্দোনৰ মাত্ৰাও কমি আহিল। তাইৰ দেহটো অগ্নিপৰীক্ষাৰ বাবে যিমানে সাজু হৈছিল, মনটো সিমানে আঁতৰি গৈছিল আৰু হিয়াৰ অনুভূতিও নাইকিয়া হৈ আহিছিল। জন্মৰ অৰ্থ সঁচাকৈয়ে অগ্নিপৰীক্ষা, এজনী নাৰী আৰু এটি কেচুৱাৰ মাজত তুমুল সংগ্ৰাম। কেচুৱাই মাকৰ বিপক্ষে যুজে তাৰ মুক্তি বিচাৰি আৰু মাকে যুজে নিজকে বচাবলৈ, হয়তো পুনৰ গৰ্ভধাৰণ কৰিবলৈকে। সেয়েই নাৰীৰ কাম, তাতেই তেওঁৰ দেহটিৰ তেওঁৰ জাতিৰ প্ৰতি থকা কৰ্তব্য শেষ হয়, তাৰ পিচতে তেওঁ অজ্ঞান হৈ পৰে।

"আহাঃ!" ডাক্তৰ ষ্টেইনাৰে অতি আগ্ৰহেৰে চাব ধৰিলে।

ডাক্তৰণীয়ে প্ৰসব কৰাই দিলে। তুদিনমান পলম হ'ল যদিও কেচুৱাটি বেচ পূৰ্ণাঙ্গ হৈছে, দেহৰ গঠন মৰমলগাকৈ ধুনীয়া হৈছে। যোৱা কেইমাহমান তেওঁ বেচ কৌতুহলেৰে তিৰোতাজনীক পৰীক্ষা কৰি আছিল। এই অবাঞ্ছিত কেচুৱাৰ প্ৰতি মাকৰ কিমান মৰম তেওঁ ভালকৈ লক্ষ্য কৰিছিল। এই শিশু যাক তেওঁ বিশ্বশিশু বুলি নাম দিছিল—পিচলৈ অসাধাৰণ পুৰুষ হৈ উঠিব বুলি তেওঁ বিশ্বাস কৰিছিল। তাৰ চকুত নতুন পৃথিৱী গঢ়াৰ সপোন তেওঁ যেন বুজি পাইছিল। আইনৰ কঠোৰ নীতি আৰু মানুহৰ অবহেলা নেওচি সি যি সাহসেৰে জন্ম লৈছে তাৰ ভবিষ্যত উজ্বল হবই, ভবাৰ লগে লগে ডাক্তৰণীৰ মনটো আনন্দত নাচি উঠিল।

"এটি পোনাকণৰ জন্ম হৈছে"—তেওঁ জোচুক ক'লে।

জোচু তেতিয়াও তন্দ্ৰামগ্ন অৱস্থাত, কোনো উত্তৰ দিব নোৱাৰিলে।

"কেচুৱাটিক আঁতৰলৈ লৈ নেযাবা"—ডাক্তৰণীয়ে নাৰ্চক নিৰ্দেশ দিছিল। "তাক মই নিজে প্ৰতিপালন কৰিম।"

নাৰ্চ এজনীয়ে চফা কাপোৰ এখনেৰে মেৰিয়াই কেচুৱাটিক তাৰ নিৰ্দিষ্ট বিচনাখনত শুৱাই থলে। ডাঃ ষ্টেইনাৰে ওচৰলৈ গৈ কেচুৱাটি ভালদৰে চাব ধৰিলে। কি ধুনীয়া ক'লা চকুযুৰি! 'লেনী' বুলি মৰমতে মাত দিলে। প্ৰসব-বেদনাৰ আগমুহূৰ্ত্তত জোচুৱে ডাক্তৰণীক কাষলৈ মাতি নি কৈছিল, "অনুগ্ৰহ কৰি দুটা অনুৰোধ ৰক্ষা কৰে যেন: কেচুৱাৰ মুখ মই চাব নোখোজো আৰু তাৰ নাম থব 'লেনী'।"

"কোনো উপাধি?" ডাঃ ষ্টেইনাৰে সুধিছিল।

"নেলাগে"—জোচুৱে উত্তৰ দিছিল। পিচ মুহূৰ্ত্ততে সম্মুখ সংগ্ৰামৰ বাবে ডাক আহিছিল।

"লেনী,"—ডাক্তৰণীয়ে আকৌ মাতিলে। নামটো উপযুক্ত হোৱা যেনেই তেওঁৰ অনুমান হ'ল। কেচুৱাটিয়ে একেথৰে তেওঁলৈ চাই আছিল। তেওঁ অবাক হ'ল! সদ্যজাত কেচুৱাবোৰে দেখোন সদায় টোপনি গৈহে থাকে? কিন্তু লেনী তেনে নহয়। সি বেচ পূৰঠ হোৱা যেন লাগিল। দেখিবলৈ অশুৱনী অথচ মৰমিয়াল হিয়াৰ সেই ডাক্তৰণীৰ বুকুত কিবা এটি শিহৰণ খেলি গ'ল;—কিবা এটি জাগৰণ, কিবা এটি বাসনা। তেওঁ অবিবাহিতা, ল'ৰা ছোৱালীৰ প্ৰতি তেওঁৰ আকৰ্ষণ নাছিল, কাৰণ নিজৰ সন্তানৰ বাবে তেওঁ কেতিয়াও কামনা কৰা নাছিল। সেইবুলি নৱজাত শিশুৰ প্ৰতি তেওঁ কেতিয়াও যত্নৰ ত্ৰুটি নকৰে। শৰীৰটোৱে তেওঁৰ একমাত্ৰ চিন্তাৰ বিষয়, তেওঁৰ কৰ্তব্য শাৰীৰিক সুস্থতাতে সীমাবদ্ধ কৰি ৰাখিছিল; মন আৰু কৌতুহল এই সীমাৰ বাহিৰলৈ যাবলৈ তেওঁ কেতিয়াও নিদিছিল। কিন্তু লেনীৰ নিচিনা কেচুৱা তেওঁ ইতিপূৰ্বে দেখা নাই। সেয়ে তেওঁৰ সংযমৰ বান্ধ শিথিল হৈ যোৱা যেন লাগিল।

এনেতে তেওঁ মাকৰ ওচৰলৈ গ'ল। জোচু শুই আছে—সাৰ

পাবৰ যেন সমূলি ইচ্ছা নাই। ডাক্তৰণীয়ে তাইৰ নাড়ী পৰীক্ষা কৰিলে। ঠিকেই আছে, একেবাৰে স্বাভাৱিক। ওচৰত থকা নার্চ-জুজনীক আদেশ দিলে, "তেওঁৰ বিচনাখন অইন কোঠালৈ লৈ যোৱা। কেচুৰাটিক তেওঁ চাব খোজা নাই।"

তেওঁ পিচত কেচুৰাব ওচবলৈ গ'ল আৰু তাত নিয়োজিত নার্চজনীক ক'লে, "এই কেচুৰাটিক খুব সূক্ষ্মভাবে পৰীক্ষা কৰিম বুজিছা। মই নিজে তাক ধুৱা-পখলা কৰিম।"

নার্চজনীৰ পৰা কোনো উত্তৰ নাহিল। হস্পিটেলৰ প্ৰত্যেকে এই জার্মান তিৰোতা গৰাকীৰ কর্তব্যনিষ্ঠা আৰু নিখুত কামৰ দাবীত সময়ে সময়ে অসন্তুষ্ট হলেও মুখেৰে একো মাতিব নোৱাৰিছিল। আটাইবোৰে তেওঁক শ্ৰদ্ধা কৰিছিল আৰু নিজৰ নিজৰ কাম নিয়মমতে পালন কৰিবলৈ পুৰুষাৰ্থ কৰিছিল।

খুব যতনে অলপ পিচত ডাক্তৰণীয়ে নিজে কেচুৰাটিক কুহুমীয়া গৰমপানী আৰু চাবোনেৰে ধুই ললে।

"এটি অদ্ভূত কেচুৱা"—ওচৰতে থিয় হৈ থকা নার্চজনীক তেওঁ ক'লে। "ইয়াৰ বহুত বিশেষত্ব আছে বুজিছা? ছুটা জাতিৰ তেজৰ সংমিশ্রণত জন্ম যেতিযা ই সাধাৰণ নহব। এইখিনি কথাকে হিটলাৰে বুজি নেপালে।"

নার্চজনীয়ে কথালৈ বৰ মন কৰা নাছিল। সাধাৰণ ছোৱালী তাই, নিজক লৈয়ে ব্যস্ত। দিনটোৰ খাটনি আঠঘণ্টাৰ ভিতৰত তেতিয়াও এঘণ্টা বাকী। তাৰ পিচতহে তাইৰ সিদিনাৰ বাবে ছুটী। তাতে আজি তাইৰ ব্যক্তিগত প্ৰগ্ৰেম এটি আছে, নিশা বাৰ বজালৈকে। ধুনীয়া ডেকা এজন তাইৰ ওচৰলৈ আহিব, তাক তাই বিয়া কৰাব পাৰে,—নকৰাবও পাৰে। ল'ৰাজন অৱশ্যে জাপানী, ইহুদী বা জার্মানী নহয়। এজন সম্ভ্রান্ত মার্কিন যুবক।

হস্পিটেলৰ যাবতীয় কাম শেষকৰি অটাই ঘৰলৈ যোৱাৰ

আগেয়ে ডাঃ ষ্টেইনাৰে লেনীক এবাৰ চাবলৈ গ'ল। সি তেতিয়াও শান্তিৰে শুই আছে। হাতদুখনি অইন কেচুৱাৰ দৰে ভাজ নকৰাকৈ পোনকৈ মেলি শুইছিল। তেওঁ হাত এখন তুলি চালে—ইমান নিপোতল আৰু ইমান নিখুত! বৰ মৰম লাগিল তেওঁৰ। লেনীৰ মুখলৈ চাই থাকোঁতে তেওঁৰ মনত পৰিল—এনে এটি মূল্যবান কেচুৱাৰ বাবে আজি আশ্ৰয়দাতা কোনো নাই! সি জীয়াই আছে নে নাই তাৰ খবৰ লবলকৈ এই পৃথিবীত কোনো নাই! হস্পিটেলত থকা সময় উকলি গলে তাক কোনে নিব বাৰু?

কেচুৱাটিৰ কাষৰ পৰা ডাক্তৰণী আহি নিজৰ গাড়ীত উঠিল আৰু ঘৰলৈ বাওনা হ'ল। নগৰৰ উপকণ্ঠত তেওঁৰ বঙলাটি। যাবৰ সময়ত বন্ধ কৰি থৈ যায় আকৌ নিজে আহি তলা খুলি ভিতৰ সোমায়। আজিও সেইদৰে আহি ভিতৰ সোমাই লগোৱা দাঁতবোৰ চফা কৰি খুলি থলে। সৰু টেবুলখনত টেলিফ'ন, ডাক্তৰীবিদ্যাৰ আলোচনী আৰু বিজ্ঞাপনৰ সৰু পুস্তিকাবোৰ আৰু এটি 'চিগাৰ'ৰ বাকচ। তাৰে ওচৰতে বহি লৈ তেওঁ চিগাৰ এটা জ্বলাই ললে। এইদৰে দহমিনিটমান জিৰণি লোৱাৰ পিচত হঠাতে হাতমেলি টেলিফ'নটো তুলি ললে।

"মিচ্ ব্ৰে হয় নে?"

বহুত দূৰৈৰ পৰা মিচ ব্ৰেৰ ক্লান্ত স্বৰ ভাহি আহিল, "হয় ডাঃ ষ্টেইনাৰ।"

"কেচুৱাটি আজি ওপজিল।"

"কি কেচুৱা?"

"মিচ্ ব্ৰে, অজলা নহব দেই। সেই ধুনীয়া জাপানী ছোৱালীজনী প্ৰসৱৰ বাবে আপুনিয়ে মোৰ ওচৰলৈ পঠোৱা নাছিল জানো?"

"অ', হয়, হয়।"

"মিচ ব্ৰে, মোৰ কথা শুনিছেনে ভালদৰে ?"

"আপুনি আৰু অলপ সৰুকৈ কলেহে শুনি সুখ পাম ।"

"মিচ ব্ৰে, এই কেচুৱাটি ময়ে ৰাখিম বুলি ঠিক কৰিছোঁ ।"

এই ঘোষণাৰ প্ৰতিক্ৰিয়া শুনিবলৈ তেওঁ আগ্ৰহেৰে অপেক্ষা কৰি থাকিল। মিচ ব্ৰে নীৰৱ ।

"মোৰ কথা শুনিছে মিচ ব্ৰে ?"

"হয়, মই ঠিকেই শুনি পাইছো। কিন্তু স্বামী নথকা তিৰোতাক কেচুৱা দিবলৈ আমাৰ নিষেধ আছে ।"

ডাক্তৰণীৰ খঙ উঠিল, "আপুনি কোৱা অনাথ আশ্ৰমত কিমানৰ স্বামী আছে ? তাত থলে কেচুৱাটি পেটৰ অসুখত মৰিব। এই বছৰ দহটা কেচুৱা তেনেকৈয়ে মৰিল। ইয়াক মই একাদশৰ স্থান পূৰাবলৈ এৰি দিব নোৱাৰোঁ। আপুনি যদি তাৰ বাবে কিবা অ ৃবিধাত পৰে মোক জনাব ।"

দিনটো আমনি লগাকৈ দীঘল আৰু গৰম আছিল। সিদিনাখন বহুত গৰ্ভৱতী তিৰোতা আহিছিল, অনাথ আশ্ৰমত সন্তানৰ বাবে ঠাই বিচাৰি। সিহঁতৰ শেঁতা পৰা মুখৰ স্মৃতি মিচ ব্ৰে পাহৰি যোৱা নাই। যৌন আবেদনৰ এনেকুৱা ভয়াবহ পৰিণতি দেখি তেওঁ অতিষ্ঠ হৈ উঠিছিল আৰু চাকৰিটোৰ প্ৰতি মমতা লাহে লাহে হেৰুৱাই পেলাইছিল। আজি কিছুদিনৰ পৰা তেওঁ গাৱঁৰ এনেকুৱা এটি অনুষ্ঠানত কাম কৰিবলৈ ইচ্ছা কৰিছে। তাত বয়সীয়াল পুৰুষ আৰু তিৰোতাহে লগ পাব। সিহঁতৰ মাজতো কোনোৱে কেতিয়াবা প্ৰেমত পৰিলেও গৰ্ভসঞ্চাৰৰ আশা তাত প্ৰায়েই নেথাকিব।

* * * *

ত্যাগ পত্ৰত চহী কৰিবৰ সময়ত জোচুৰ মনলৈ পুনৰ সন্দেহ আহিল। তাই জানে তাই ইতিপূৰ্বে এই বিষয়ে সিদ্ধান্ত কৰিছে যেতিয়া কাকতখনত চহী কৰিবই লাগিব। হলেও অপূৰ্ণতাৰ এক

নতুন অনুভূতিয়ে অলপ দিনৰ পৰা তাইক বৰকৈ পীড়া কৰিব ধৰিছে। চহী কৰিবলৈ আগবঢ়াই দিয়া কাকতখনত লেনী কলৈ যাব বা কোনে তাৰ তত্বাৱধান লব একো উল্লেখ নাছিল।

"কেচুৰাটিৰ দায়িত্ব লবলৈ জানো কোনো নাই?"—তাই মিচ ব্ৰেক সুধিলে।

"আপুনি সেইটো নজনাই ভাল,"—মিচ্ ব্ৰেই ব্যস্তভাৱে ক'লে।

জোচুৱে পুনৰ একো নুসুধিলে। লৰালৰিকৈ মাকৰ নাম লিখা ঠাইখিনিত তাই নিজৰ নামটো লিখি কাকতখিলা মিচ্ ব্ৰেৰ হাতত দিলে। নিজৰ নামটো লিখি উঠি জোচুৱে আকৌ এবাৰ চালে—সঁচা, তাই মাক; তায়ে কেচুৰাটি দিব পাৰে, আৰু সেই কৰ্তব্য তাই পালন কৰিলে। কব নোৱাৰাকৈয়ে তাইৰ দুগালেদি চকুলো বৈ গ'ল। মিচ ব্ৰেৰ সেইবোৰলৈ চকু নাই। কাকতখন পঢ়ি তেওঁ ক'লে, "আৰু একো নেলাগে। কেচুৰাটিৰ খবৰ লবৰ যদি কেতিয়াবা মন হয় আমালৈ লিখিবা আৰু যদি তাৰ কিবা হয় আমি তোমাক জনাম। অৱশ্যে তোমাৰ বাবে এটিও শুভ বাতৰি নহব—মোৰ বিশ্বাস। সেই-দেখি মোৰ উপদেশ তুমি তাক পাহৰিবলৈ যত্ন কৰা।"

"ধন্যবাদ"—জোচুৱে ক্ষীণ মাতেৰে ক'লে। তাই যাবলৈ উঠিল। চকুত জমা হোৱা পানীখিনি ৰুমালেৰে মচি ললে আৰু হাতবেগটো লৈ তেওঁলোকৰ পৰা বিদায় ললে।

বাহিৰত তেতিয়া বেলিৰ পোহৰ স্পষ্ট। জোচু বেজাৰ মনেৰে আগ বাঢ়িল। যি কৰিছে, তাইৰ নিজৰ ইচ্ছাতে হৈছে। ডাক্তৰ ষ্টেইনাৰে তাইক এবাৰ মাতিছিল। মহিলা গৰাকীক তাইৰ বৰ ভাল লাগিছিল। সেইবাবেই তাই অনিচ্ছাসত্বেও এবাৰ তেওঁৰ ওচৰলৈ যোৱাটোকে ঠিক কৰিলে। হেজাৰ হওক তেৰোঁ তিৰোতা মানুহহে। তাই এবাৰ ভাবিছিল ডাক্তৰণীৰ আগত নিজৰ সকলো কথা প্ৰকাশ কৰিব বুলি। পিচত অকলে অজ্ঞাতে থকাটোকে শ্ৰেয় বুলি

বিবেচনা কৰিলে। এইবাৰ ডাক্তৰক দেখুৱাৰ পিচত জোচুৱে ঠিক কৰিলে যে তাই কবৰীক মাতি পঠিয়াব আৰু তাৰ পিচতহে ভবিষ্যত-টোৰ কথা স্থিৰ কৰিব। তাই জানিছিল যে এলেনলৈ তাই আৰু লিখিব নোৱাৰে, তাৰ সৈতে পুনৰ দেখা-সাক্ষাৎ কৰিব নোৱাৰে। সেইবুলি তাৰ প্ৰতি ভালপোৱা যে তাইৰ নাইকিয়া হৈছিল এনে নহয়। সেয়ে যেনিবা জীৱিত মানুহৰ প্ৰতি থকাৰ দৰে নহয়, বা হলেও যিজন হেৰাই গৈছে, জীৱনত যাক লগ পোৱা নেযাব—তেনে এজন লোকৰ প্ৰতি থকাৰ দৰে। কালিফ'ৰ্নিয়াত এতিয়া তাই ত্যাগৰ সন্ন্যাসী জীৱন যাপন কৰিব পাৰিব নে নোৱাৰে সেইটো ভৱা নাছিল। সেই ঠাইতে তাই বাস কৰিছিল যদিও, সেই ঠাইৰ আলি পদূলিয়েদি অহা যোৱা কৰিছিল যদিও ঠাইখন তাইৰ কিবা অচিনাকি অচিনাকি যেন লাগিছিল। তাত সৰহদিন থাকিবৰ তাইৰ ইচ্ছা নাছিল।

ডাক্তৰ ষ্টেইনাৰে জোচুৰ বাবে বাট চাই আছিল। মিচ ব্ৰেই তেওঁক জনাইছিল যে জোচুৱে কেচুৱাটিৰ বিষয়ে একো সন্দেহ নেপায় আৰু দিয়া উচিতো নহব বুলি লগতে কৈছিল। ডাক্তৰণীয়ে তেতিয়া একো মত প্ৰকাশ কৰা নাছিল। কিন্তু সেই জাপানী গাভৰুজনী শেঁতা পৰা চেহেৰাৰে যেতিয়া আহি তেওঁৰ কোঠাত বহিল, ডাক্তৰণীয়ে ওঠত অলপ হাঁহি হৈ আৰম্ভ কৰিলে, "এতিয়া মই তোমাক কম। মোৰ মতে তুমি জনা উচিত। কিন্তু মিচ্ ব্ৰেৰ আগত নকবা দেই। ব্ৰেৰ সেই নিৰ্মল আত্মাৰ সৈতে কাজিয়া কৰিবলৈ মই ভাল নেপাওঁ।"

পিচত অলপমান তাইৰ ওচৰলৈ হালি আহি অতি মূল্যবান আৰু গোপনীয় কথাৰ দৰে সৰুকৈ কব ধৰিলে, "শুনা, তোমাৰ কেচুৱাটি মই ৰাখিম, তাৰ লালন পালনৰ দায়িত্ব মই লম। মই তোমাক ইয়াকো কৈ থওঁ যে সি বৰ্তমান মোৰ ঘৰতে আছে। এটি অসাধাৰণ মানুহ হব সি। তেনেকুৱা এটি কেচুৱা যি কোনো লোকৰ হাতত এৰি দিব নোৱাৰি। গতিকে তাৰ সকলো দায়িত্ব ময়ে লম। মই

তাক ডাঙৰ মানুহ কৰিম, বুজিছা ? অৱশ্যে মই আৰু কি কৰিম, সি ডাঙৰ হবলৈকে ওপজিছে।"

জোচুৱে অতি আবেগ আৰু আশ্চৰ্য্যেৰে শুনিলে। তাই পৰম আগ্ৰহেৰে সুধিলে "সঁচাই কৈছেনে মই তাক দেখিবলৈ পাম ? সি ক'ত আছে বাৰু কওকচোন।" তাইৰ উশাহ ঘন হৈছিল, বুকুত অসহ্য বেদনা অনুভৱ কৰিছিল। তাইৰ স্তনত গাখীৰ ইমান বেচি আছিল যে নাৰ্চজনীয়ে তাৰে তিনিটা কেচুৱাক খুৱাব পাৰিব বুলি এদিন কৈছিল।

"তোমাক দেখুৱাম" ডাঃ ষ্টেইনাৰে অলপ গহীনকৈ ক'লে। "তুমি জনা উচিত, দেহি ঐ ! ইমান আচৰিত কেচুৱা ! আৰু তুমি ইচ্ছা কৰিলে তাৰ সৈতে দুই চাৰিদিন থাকিবও পাৰিবা। যাবা মোৰ ঘৰলৈ ?"

"ওহ, আপোনাক বহুত ধন্যবাদ ! ইমান দয়ালু আপুনি !"

জোচুৰ মন গ'ল যেন ডাক্তৰণীৰ ভৰিত ধৰি প্ৰণাম জনাব। তাইৰ সকলো প্ৰতিজ্ঞা এক উন্মাদ কামনাৰ সোঁতত উটি গ'ল। পিচত অলপ সুস্থিৰ হৈ ক'লে, "মই সৰহদিন থাকিব নোৱাৰিম, কিন্তু এটি নিশা..."

"পাৰিবা"—ডাঃ ষ্টেইনাৰে মাত দিলে। "এয়া চাবি লোৱা। তুমি নিজেই যোৱা মোৰ ঘৰলৈ। তোমাৰ পিচতে মই কেচুৱাটি লৈ গৈছো। শোৱা কোঠাটোতে তুমি নিজৰ বিচনা কৰি লবা। তাতে কেচুৱাটিৰ বাবে সৰু খাট এখন কিনি থোৱা আছে। দুটা দিন তুমি তাক লগত ৰাখাগৈ, মোৰ বহুত কাম আছে এই দুদিন। ইচ্ছা কৰিলে বেচি দিনলৈও থাকিব পাৰিবা।"

"কিন্তু আপুনি কেনেকৈ... ?" জোচুৱে জনপূৰ্ণ অফিচটোৰ চাৰিওফালে সঙ্কোচপূৰ্ণ চাহনি এবাৰ ঘূৰালে।

"মই তাৰ বাবে ব্যৱস্থা কৰিছো"—ডাক্তৰণীয়ে প্ৰশ্নটো বুজি পাই

আগধৰি উত্তৰ দিলে। "মোৰ ঘৰৰ ওচৰত এগৰাকী বুঢ়ী থাকে। বৰ মৰমিয়াল মানুহজনী। মই হস্পিটেললৈ অহা সময়খিনি কেচুৰাটি তেওঁ ৰাখে। কেচুৰাবোৰৰ আটাইতকৈ যত্ন লয় বুঢ়ী তিৰোতাবোৰে। বাৰু, এতিয়া যোৱা। মই দুপৰীয়াৰ আহাৰৰ সময়ত কেচুৰাটি দি আহিমগৈ।"

ডাক্তৰণীৰ শকত আৰু ডাঠ হাতখনৰ পৰা জোচুৱে চাবিকোচা ললে। কৃতজ্ঞতাত তাই নিজৰ গালখন এবাৰ সেই হাতখনিত লগাই দিলে। পিচত নীৰৱে বাহিৰলৈ ওলাই আহিল। বাটত আহোঁতে তাই ভাবিলে তাই কি কৰিব ওলাইছে? গৈ পালে তাই নিজৰ কেচুৱা লব পাৰিব। তাইৰ আৰু এলেনৰ কেচুৱা! তাই লব, ধুৱাই দিব আৰু গাখীৰ খুৱাব। সি যেতিয়া শুব তাই কি কৰিব বাৰু? তাই তাৰ বাবে উলৰ চুৱেটাৰ এটি গুথিব পাৰে, ডাঙৰ হলে যেতিয়া তাক পিন্ধাব তেতিয়া সি জানিব যে তাৰ মাকেও তাক মৰম কৰিছিল। লগে লগে তাই ওচৰৰ দোকান এখনত সোমাই গোলাপী আৰু নীলা ৰঙৰ উল কিনি ললে। লগতে অলপ গৰমকাপোৰ, বাচকবনীয়া ৰঙৰ চিল্কৰ সূতা আৰু বেজীও কিনিলে আৰু ট্ৰলী গাড়ী এঘন ভাড়া কৰি ডাক্তৰণীৰ বঙলা ওলালগৈ। আঁতৰৰ পৰা দেখিয়েই জোচুৱে বুজি পাইছিল ঘৰটোৰ যেন মালিকনীৰ সৈতে ক'ৰবাত মিল আছে। তলা খুলি তাই ভিতৰ সোমাল। শোৱা কোঠালৈ গৈ লেনীৰ বাবে নতুনকৈ কিনি অনা সৰু খাটখন আৰু দ'ম কৰি থোৱা কাপোৰবোৰ দেখা পালে। কাপোৰবোৰ আনি তাই লেনীৰ বিচনাখন ধুনীয়াকৈ পাৰি থলে। হঠাতে তাইৰ বুকুখনিত কিহবাই খুন্দিওৱা যেন অনুভৱ কৰিলে। অন্তৰৰ কান্দোন তাই জোৰ কৰি বন্ধ কৰিলে।

এইদৰে তাইৰ স্মৰণীয় সপ্তাহটো আৰম্ভ হ'ল। তাই ডাক্তৰণীৰ সৈতে সাতদিনমান থাকিল। ডাঃ ষ্টেইনাৰৰ কোলাত উঠি লেনী

ঘৰলৈ আহিছিল। মাকে সজাই থোৱা বিচনাতে তাক ডাক্তৰণীয়ে শুৱাই থলে। দুপৰীয়াৰ ৰ'দৰ বাবে বাহিৰত বেচি গৰম যদিও ঘৰৰ ভিতৰত সিমান গৰম নাছিল। হলেও জোচুৱে বিজুলী বিচনিৰ চুইচ টিপি দিলে। ঘৰত বিচাৰি পোৱা বস্তুখিনিৰে তাই দুপৰীয়াৰ আহাৰ তৈয়াৰ কৰি ৰাখিছিল। লেনীৰ বাবে কিনি অনা গাখীৰৰ টিন আৰু কিবাকিবি তাইৰ চকুত পৰিছিল: কিন্তু তাৰ খাদ্য তৈয়াৰ কৰা প্ৰণালী তাই শিকা নাছিল। এনেতে তাই বুকুৰ ভৰ অসহনীয় হোৱা যেন বোধ কৰিলে। তাই জানো তাক অইন মাকৰ দৰে গাখীৰ খুৱাব নোৱাৰে ?

লেনীক ঘৰলৈ আনিলত তাই ব্লাউজৰ বুতাম খুলি বুকুত হাত দি ডাক্তৰণীৰ প্ৰতি এবাৰ ইঙ্গিতপূৰ্ণ কাতৰ দৃষ্টি নিক্ষেপ কৰিলে।

"ইচ্ বেচেৰী, দিয়া বাৰু"—বুলি ডাক্তৰণীয়ে নাৰীসুলভ সহানুভূতি প্ৰকাশ কৰিছিল। "সময় হওক, মই তোমাৰ গাখীৰৰ নিজৰা শুকাই পেলাম। লোৱা এতিয়া।"

জোচুৱে অতি আনন্দেৰে দুহাত মেলি লেনীক কোলাত ললে আৰু লৰালৰিকৈ শোৱা কোঠাত সোমাই দুৱাৰখন জপাই লৈ বুকু উদঙাই তাক গাখীৰ খুৱাবলৈ লাগিল। প্ৰথমতে তাক আচৰিত হোৱা যেনেই লাগিল ; জননীৰ স্তন মুখত দি ৰবৰ আৰু বটলৰ মুখতকৈ বেচ কোমল অনুভৱ কৰিছিল সি। কিন্তু মুহূৰ্ত্ততে তাৰ সেই সঙ্কোচ ভাব নাইকিয়া হ'ল, আপোন মনে সি পেট ভৰাই গাখীৰ খাবলৈ লাগিল। তাৰ বহল চকুযুৰি কিন্তু মাকৰ মুখৰ পৰা নুগুচিল। মাকৰ চকুও তাৰ সেই চকুযুৰিত। তাইৰ তেতিয়াহে দুখ লাগিল। মাকৰ চকুপানী গৈ কেচুৱাৰ গালত পৰিল। এখন হাতেৰে অতি সাৱধানে তাই সেই চকুপানী মচি দিলে। মৰমত তাইৰ হিয়া বিগলিত হ'ল।

গাখীৰেৰে পেট ভৰিলত কেচুৱাটি ততালিকে টোপনি গ'ল।

মাকে তাৰ বিচনাত তাক শুৱাই থলে। লেনীৰ হাতমুখ, ভৰি আৰু আন আন অঙ্গবোৰ তাই ভালকৈ নিৰীক্ষণ কৰিব ধৰিলে। এলেনৰ মুখখন তাইৰ মনত আছিল, কিন্তু লেনীৰ সৈতে অমিল দেখিলে। তাৰ থুতৰিটো তাইৰ দেউতাকৰ নিচিনা হোৱা যেন লাগিল। হাত দুখন সাইলাখ তাইৰ নিচিনাই। চেলাউৰিত স্পষ্ট মাৰ্কিন চাপ, চকুযুৰিয়ে কিন্তু এচিয়াৰ বংশধৰৰ চিনাকি দিয়ে। যিমানে চায় সিমানে তাইৰ হেপাহ বাঢ়ি যায়।

এনেতে দুৱাৰ মেলি ডাঃ ষ্টেইনাৰ সোমাই আহিল। দুয়ো গৰাকীয়ে লেনীৰ ৰূপ বৰ্ণাব ধৰিলে।

এইদৰেই আৰম্ভ হ'ল অতি পৱিত্ৰ সপ্তাহটি। জোচু, লেনী আৰু ডাক্তৰণী—এই তিনটি প্ৰাণীৰ পৰস্পৰৰ সৈতে ভালকৈ পৰিচয় হওঁতে দুদিন আৰু এনিশা পাৰ হৈ গ'ল। অৱশেষত লেনীৰ জন্মৰ ইতিহাস জোচুৱে কথা প্ৰসঙ্গত এদিন কৈ পেলালে। কৈ যাওঁতে পাহৰি যোৱা বহুত কথাই তাইৰ মনলৈ আহিছিল; আনকি যিবিলাক কথা তাই আগেয়ে মন কৰা নাছিল, সেইবিলাকো তাইৰ স্মৃতিত ভাহি উঠিল।

"আমি দুজনে যেতিয়া প্ৰথম চিনাকি হৈছিলো নিৰ্জন ফুলনি এখনত, আমি যেতিয়া প্ৰথম চুমাৰ সোৱাদ লৈছিলো, আপুনি জানে—" তাই আৰম্ভ কৰি অলপ ৰওঁতে ডাক্তৰণীয়ে মাত লগালে, "মই নেজানো। মই কেতিয়াও কোনো পুৰুষক চুমা খোৱা নাই। তোমাৰ কি হ'ল তাৰ পিচত?"

"আমি এচাটি মলয়া বতাহৰ মৃদু কঁপনি অনুভৱ কৰিছিলো, যদিও বায়ুমণ্ডল তেনেই শান্ত আৰু নীৰৱ আছিল সেই সময়ত।" জোচুৱে মনত পেলাই কবলৈ ধৰিলে, "আমাৰ সৈতে অইন এজনৰ উপস্থিতি তেতিয়া আমাৰ অনুভৱ হৈছিল। আপুনি জানো বিশ্বাস কৰিব সেইটো ইয়াৰেই অজ্ঞাত আত্মা আছিল বুলি?"

"মই অবিশ্বাস নকৰোঁ।"—ডাঃ ষ্টেইনাৰে উত্তৰ দিলে।

অকল জোচুৰ পৰাই নহয় আৰু বহুতৰ পৰাই ডাঃ ষ্টেইনাৰে এনেবোৰ ঘটনা আৰু সেইবোৰৰ অভিজ্ঞতাৰ কথা শুনিছিল। বিভিন্ন জাতিৰ বিভিন্ন তেজৰ সংমিশ্ৰণত নতুন মানৱ সভ্যতা প্ৰতিষ্ঠাৰ সপোন দেখা ডাঃ ষ্টেইনাৰৰ মন এইবোৰ কাহিনীৰ দুৰ্ভগীয়া পৰিণতি দেখি বিদ্ৰোহী হৈ উঠিছিল।

"চোৱাচোন সকলো তেজেই ৰঙা। মোৰ নিচিনা কুৎচিত ইহুদী তিৰোতা এজনীৰ আৰু তোমাৰ নিচিনা সুদূৰ প্ৰাচ্যৰ ধুনীয়া গাভৰু এজনীৰ বাহিৰৰ পৰা দেখাত যদিও বহুত প্ৰভেদ আছে, তেজ কিন্তু একেই ৰঙা"—ডাক্তৰণীয়ে জোচুক ক'লে।

লেনীক তেওঁৰ বহল কোলাত তুলি লৈ ডাক্তৰণীয়ে জোচুক বুজাবৰ যত্ন কৰিলে কিয় এই লেনীক তেওঁ—তেওঁৰ মতবাদৰ বিজয়প্ৰতীক বুলি বিবেচনা কৰে। তেওঁ ক'লে, "ইমান ধুনীয়া এই কেচুৱাটি, চোৱাচোন বাৰু? ইয়ে প্ৰমাণ কৰিছে যে বিভিন্ন তেজৰ সংমিশ্ৰণৰ ফল সদায় ভালৰ বাবে। সকলো পিনৰ পৰাই উৎকৃষ্ট ফল লাভ কৰিব পাৰি, বুজিছা?"

দিনটোৰ ভিতৰত বিচনাত শুবলৈ লেনীৰ অৱসৰেই নোহোৱা হ'ল। ৰাতি যেতিয়া দুয়ো গৰাকী তিৰোতা কথা কৈ কৈ ভাগৰি পৰে, তেতিয়া সি কোনোবা এজনীৰ কোমল বাহুবন্ধনৰ মাজত বা উঠন বুকুত শুই পৰে। সাধাৰণতে মাকৰ লগতে শোৱে বেচিকৈ। কাৰণ ৰাতি তাক গাখীৰ খুৱাব লাগে। দুগৰাকী সহানুভূতিশীলা নাৰীৰ মৰমত বুৰ গৈ লেনী বাঢ়িব ধৰিলে। সি যেন পৃথিৱীৰ ভিতৰত আটাইতকৈ মৰমৰ আৰু হেপাহৰ কেচুৱা।

এইদৰেই এদিন সপ্তাহটোৰ শেষৰ দিনটো আহি পালেহি। জোচুৰ দিন উকলিল। তাই যাবলৈ সাজু হ'ল। আগৰ পৰা ভয় কৰি থকা এই দিনটো যেতিয়া আহি পালে, জোচুৰ সিদিনা ভয় নেলাগিল। অৱস্থাৰ সম্মুখীন হব পৰাকৈ সাহস তাই গোটাই

লৈছে। লেনীৰ ঘৰ এইখনেই, তাই বুজি পালে। এইখন ঘৰতে সি নিৰাপদ! বাহিৰত ক'তো সি এনেকুৱা মৰম আৰু আদৰ নেপাব। অথচ এইখন ঘৰত তাৰ কোনো প্ৰতিদ্বন্দ্বীয়েই নাই। ডাক্তৰণীৰ উদাৰ হিয়াৰ শীতল পৰশত লেনীৰ কোনো বিপদেই আহিব নোৱাৰে—জোচুৱে বহুত দূৰলৈ ভাবি ললে।

"মৰমৰ ছোৱালীজনী মোৰ"—ডাক্তৰ ষ্টেইনাৰে অনুৰোধৰ সুৰত জোচুক ক'লে, "তুমিও নহলে ইয়াতে থাকা। আমি তিনিওজনে একেলগে বাস কৰিম। পইচাৰ বাবে চিন্তা নকৰিবা। মোৰ উপাৰ্জন যথেষ্ট হয়।"

কিন্তু জোচু নেথাকে। "এই কেচুৱাৰ গৰাকী মই নহওঁ"—জোচুৱে বেজাৰেৰে ক'লে। "মই থাকিলে এদিন সি মোক তাৰ দেউতাকৰ কথা সুধিব। তেতিয়া মই কি উত্তৰ দিম? উত্তৰ দিব নোৱাৰা প্ৰশ্ন শুনি থাকিমেই বা কেনেকৈ? মোক যাবলৈ দিয়ক,"—চকু ছলছলীয়া কৰি তাই নিজৰ মতটো উত্থাপন কৰিছিল।

যাবলৈ তাই দৃঢ় প্ৰতিজ্ঞ, ঠিক সেইদৰে এলেনৰ সৈতে সম্পৰ্ক ছেদ কৰিবলৈও তাই কঠোৰ সঙ্কল্প কৰিছে।

নিজৰ বুকুভৰা গাখীৰ নাইকিয়া কৰিবলৈ তাই ঔষধ ললে। পিচত সাজ-পাৰ ঠিক কৰি লৈ যাবলৈ ওলাল। তাই প্ৰথমতে চানফ্ৰান্সিচকোলৈ যাব য'ত কৰবীয়ে তাইৰ বাবে অপেক্ষা কৰি আছে। কৰবীক লগ পোৱাৰ পিচতহে ভৱিষ্যত কৰ্মপন্থা হাতত লবলৈ তাই মনস্থ কৰিলে। শান্তিকামী প্ৰাণী তাই, শেষ হৈ যোৱা প্ৰেমৰ মাজতো তাই শান্তি হেৰুৱা নাছিল। যাত্ৰাৰ আগমুহূৰ্ত্তত তাই লেনীক আকৌ এবাৰ সাৰটি ললে। তাৰ ভৰিত তাই নিজ হাতেৰে চিলাই কৰা মোজা জিলিকি আছে। ডাঃ ষ্টেইনাৰৰ কোলাত শিশুটিক দি তুখোজমান পিচুৱাই জাপানী নিয়মেৰে মূৰ দোঁৱাই তাই নমস্কাৰ জনালে, আৰু ক'লে, "আপোনাক অশেষ

ধন্যবাদ। মোৰ আৰু এই কেচুৱাৰ আপুনি জীৱন দান কৰিছে। আপোনাৰ ঋণ মই এই জীৱনত পৰিশোধ কৰিব নোৱাৰিম।”

“আকৌ আহিবা,”—ডাঃ ষ্টেইনাৰে লেনীক কান্ধত পেলাই লৈ উত্তৰ দিছিল।

জোচুৱে আকৌ মূৰ দোঁৱাই নমস্কাৰ জনালে; কিন্তু একো নেমাতিলে। কি কব লাগে তাই জানে—তাই পুনৰ উভটি নাহে। তাইৰ কাম এতিয়া সম্পূৰ্ণ হ'ল। অতীত আৰু ভৱিষ্যতৰ মাজত কোনো সম্বন্ধই তাই ৰাখিব নোখোজে।

* * * *

চানফ্ৰান্সিচকো ৰেল ষ্টেচনত কৰবীয়ে অপেক্ষা কৰি আছিল জোচুৰ বাবে। নিৰ্দিষ্ট সময়ত জোচু অহা ৰেলখন আহি ষ্টেচনত সোমাল। জোচুৱে তাক দেখাৰ আগেয়ে সি জোচুক দেখা পালে। তাই পুনৰ ধুনীয়া আৰু মৰমলগা হৈ উঠিছিল। লৰি গৈ তাইক আদৰি আনিবৰ ইচ্ছা হৈছিল যদিও ধৈৰ্য্য ধৰি জোচুক সম্পূৰ্ণ স্বাধীনতা দিয়াটোকে শ্ৰেয় বুলি সি বিবেচনা কৰিলে। কিয়নো প্ৰেমৰ এটি অভিজ্ঞতাৰ পৰা তাই এইমাত্ৰ নিজকে মুক্ত কৰি আহিছে। নিজৰ সাধুতাৰ বাবে সি নিজে কষ্টখাবলগীয়া হৈছে। কাৰণ সিহঁতৰ শেষ সাক্ষাৎকাৰৰ পিচত বাতৰি কাকতত প্ৰকাশ হোৱা খবৰটো নিদিয়ালৈকে তাৰ সৌভাগ্যৰ দিন সি উপভোগ কৰিব নোৱাৰে। বহুত ভবা-চিন্তাৰ পাচত খবৰটো চিঠিৰে নজনাই সি ওচৰত বহি মুখেৰে প্ৰকাশ কৰিবলৈ স্থিৰ কৰিছিল। তেতিয়া তাৰ কথাৰ বাস্তৱ প্ৰতিক্ৰিয়া তাইৰ চকুমুখত সি দেখিবলৈ পাব।

মূৰৰ পৰা টুপীটো আঁতৰাই কৰবীয়ে পশ্চিমীয়া ধৰণে জোচুলৈ হাত এখন আগবঢ়াই দিলে। ৰেলৰে প্লেটফৰ্মত জাপানী নিয়মেৰে সম্ভাষণ জনালে সকলো যাত্ৰীৰ দৃষ্টি আকৰ্ষণ কৰা হব বুলি সি ভাবিলে।

"জোচু"—কবৰীয়ে মাতিলে।

তাই তেতিয়ালৈকে তাক দেখা পোৱা নাছিল। তাৰ মাত শুনি উভটি চাই তাক দেখিলে।

"কবৰী! তুমি কিমান দয়ালু!"

তাই কবৰীৰ হাতত ধৰি ক'লে, আৰু অলপ পিচতে হাতখন আঁতৰাই আনিলে।

"মই ভাবিছিলো মই তোমাক লগ ধৰিবলৈ ইয়ালৈ অহাটো তুমি জনা কথা।"

ওচৰাওচৰিকৈ খোজ কাঢ়ি সিহঁত দুয়ো প্লেটফৰ্মৰ পৰা বাহিৰ ওলাই আহিল। তাইৰ চুটকেচটো লৈ কুলী এটা সিহঁতৰ পিচে পিচে। কবৰীয়ে লক্ষ্য কৰিলে সি ভবাৰ দৰে জোচু নিস্তেজ হৈ যোৱা নাই। তাইক সম্পূৰ্ণ সুস্থ আৰু শান্ত যেন লাগিল। বয়সতো অলপ বঢ়া যেন লাগিল আৰু সেই অনুপাতে ধীৰ-স্থিৰ হোৱা বুলি তাৰ ভাব হ'ল। কবৰীয়ে এই গুণবোৰ ভালেই পায়; তাৰ মানত তিৰোতাৰ এইবোৰ অলঙ্কাৰ স্বৰূপ।

এনেতে সি গাড়ী এখন মাতিলে আৰু হাতত ধৰি জোচুক ভিতৰত বহুৱালে। পিচত নিজেও তাইৰ কাষতে বহিল আৰু গাড়ী চলাবলৈ দি জোচুক ক'লে, "দুপৰীয়াৰ খোৱাটো আমি একেলগে হোটেল এখনত খাম বুলি বাতৰি দি পঠিয়াইছো।" অলপ ইতস্ততঃ কৰি কথাখিনি সি ক'লে; শালীনতাৰ মাত্ৰা পাৰ হলে ভাল নহব বুলি তাৰ মনত ভয়।

"ভালেই হৈছে"—জোচুৱে উত্তৰত ক'লে।

গাড়ীৰ ড্ৰাইভাৰক হোটেলখনৰ ঠিকনাটো দি সি অলপ আউজি বহিল। জোচু তাৰ পৰা অলপমান আঁতৰি বহিছিল। সাজ-পাৰেৰে সৈতে তাইক মাৰ্কিন ছোৱালী যেনহে লাগিছিল। কিছু সময় দুয়ো নীৰৱ। কি সুধিব কবৰীয়ে নিজেই নেজানে। কেচুৱাটিৰ কথা

সুধিবলৈ তাৰ ভাল নেলাগিল। তাৰ কথা জানিবলৈ অৱেশ্যে তাৰ আগ্ৰহো নাছিল। অলপ পিচত তাৰ পিনে মুখ কৰি জোচুৱে মিচিকিয়াই হাঁহি সুধিলে, "তোমাৰ ভাল নে?"

"সম্পূৰ্ণ ভাল"—সি উত্তৰ দিলে।

"তোমাৰ ঘৰত?"

"তেওঁলোক ভালেই আছে।"

"ভাল পালোঁ দেই শুনি।"

"তোমাক দেখাত ভালেই দেখিছো অৱশ্যে।"

তাই হাঁহিলে, "তেনেহলে আমাৰ আটাইৰে ভাল!"

ভাগ্য ভাল হোটেলখন ওচৰতে আছিল। গাড়ীখন সেইখিনি পাই ৰৈ গ'ল। ড্ৰাইভাৰক গাড়ীৰ ভাড়া দি সি নামিল আৰু তাইকো নমাত সহায় কৰিলে। আমেৰিকান সকলৰ দৰে সিও তাইক হাতত ধৰি লৈ ভিতৰলৈ সোমাবলৈ মন কৰিছিল। কিন্তু তাৰ লাজো কম নহয়। গতিকে তাইক আগবঢ়াই নি খিড়িকিৰ ওচৰতে থকা টেবুল এখনত দুয়ো বহিলগৈ।

"মই যিহকে আনিবলৈ কওঁ, তুমি কিন্তু খাব লাগিব," কৰবীয়ে অলপ আৰামকৈ বহি লৈ ক'লে। "খোৱা বস্তুবোৰ ইয়াত বেচ ৰুচি লগাকৈ তৈয়াৰ কৰে। এচিয়াৰ ৰন্ধা বিলাকতকৈ বৰ বেলেগ নহয়, কেৱল মচলা অলপ সৰহকৈ দিয়ে।"

"মোৰ হলে ভোক লাগিছে,"—তাই ক'লে।"আজি কিছুদিনৰ পৰা মানসিক চিন্তা কমাৰ লগে লগে ভোকৰ মাত্ৰাও বাঢ়িছে যেন লাগিছে।"

জোচুৰ মন ভাল লগা শুনি কৰবীয়ে বং পালে আৰু হাঁহিলে। এনেতে তাৰ কৰবলৈ আলচি থকা খবৰটো মনত পৰিল। সজ বিশ্বাসেৰে সি তাইক কথাটো কবই লাগিব। গতিকে খোৱাৰ মাজতে সি আৰম্ভ কৰিলে, "তোমাৰ বাবে এটি খবৰ আনিছো। খবৰটো তুমি ভাল পোৱা নে নাই নেজানো অৱশ্যে।"

"খবৰ ?"—তাইও পুনৰুক্তি কৰিলে। পোনেই তাইৰ মন এলেনৰ ওচৰলৈ উৰা মাৰিলে। কিন্তু তাৰ আকৌ কি খবৰ? সম্ভৱ খবৰটো তাইৰ মাক বা দেউতাকৰ।

"যোৱা এপথৰ ভিতৰত কালিফোর্নিয়া ৰাজ্যৰ আদালতৰ বিচাৰক সকলে শ্বেতাঙ্গ সকলৰ জাপানীৰে সৈতে হোৱা বিবাহ বৈধ বুলি ঘোষণা কৰা মই গম পাইছো।" কবৰীয়ে গহীন ভাবে কোৱাৰ ধৰণটোলৈ জোচুৱে লক্ষ্য কৰিছিল।

কোৱা শেষ কৰি কবৰীয়ে তাৰ প্ৰতিক্ৰিয়া তাইৰ চকু মুখত বিচাৰিব ধৰিলে। জোচুৱে এই চাৰনিৰ মৰ্ম বুজি তাৰ প্ৰত্যুত্তৰ চকুৰেই দিছিল।

"মোৰ বাবে ই কি খবৰ হ'ল ?" তাই সুধিলে।

"মই ভাবিছিলো খবৰটো তুমি জনা উচিত,"—সি ক'লে। "তোমাৰ তাত প্ৰয়োজন থকা বুলি ভাবিহে কলোঁ। অৰ্থাৎ তুমি ইচ্ছা কৰিলে তোমাৰ মাকিন বন্ধুজনলৈ বাতৰিটো পঠিয়াব পাৰা আৰু দুয়োজনে ইয়াতে একেলগে থকাৰ বন্দোবস্ত কৰিব পাৰা।"

"আমি আৰু ক'তো একেলগে থাকিব নোৱাৰোঁ"—তাই ক'লে। "ই আৰু সম্ভৱ নহয়, বুজিছা ?"

ইমান পৰে কবৰীৰ কলিজাত ধান খুন্দাৰ দৰে শব্দ হৈ আছিল। এতিয়াহে অলপ শান্ত হ'ল। সি সুধিলে, "তাৰ মানে তুমি এইটো ইচ্ছা নকৰা ?"

"এইটো ইচ্ছাৰ কথা নহয় কবৰী", তাই অলপো বিচলিত নহৈ উত্তৰ দিলে। "ই অসম্ভৱ। তুমি জানো বুজা নাই যে মোৰ বাবে সেইটো আৰু সম্ভৱ নহয় ? আইন খনেই অকল আমাৰ মাজত প্ৰতিবন্ধক নহয়। তেওঁৰ ভিতৰত মই সোমাই চালোঁ, মানুহজনক বুজিবলৈ এতিয়া আৰু বাকী নাই। জীয়াই থাকিবলৈ এয়ে যথেষ্ট নহয় বুলি মোৰ ধাৰণা হৈছে।" শেহলৈ তাইৰ মনটো অলপ সেমেকি গৈছিল।

কবৰীৰ অন্তৰখন জিকাৰ খাই উঠিল ; ক'লে,

"তুমি তেন্তে কব খুজিছা মাৰ্কিন লোকজনৰ প্ৰতি তোমাৰ অন্তৰত কোনো—"

"ভাল পোৱা নাই," জোচুৱে কবৰীৰ হৈ বাক্যটি পূৰাই দিলে। "সম্ভৱ নাই, সম্ভৱ—তথাপিও মোৰ আছে। থাকিলেও কোনো কথা নাই। আৰু ভালপোৱাই সকলো নহয় কিজানি। অন্ততঃ মোৰ বাবে। হব পাৰে মাৰ্কিন সকলৰ বাবে এই প্ৰেমেই যথেষ্ট, কিন্তু মোৰ বাবে নহয়। সেইটো এতিয়া মই ভালদৰে বুজিছো।"

এটি দীঘল হুমুনিয়াহ এৰি দি সি লাহেকৈ ক'লে,

"তুমি তেন্তে আকৌ জাপানলৈ উভটি যাবা ?"

"এৰা কবৰী, ঠিক মোৰ দেউতাৰ দৰেই।"

এনেতে হোটেলৰ ল'ৰা এটি সোমাই আহিল হাতত আৰু খোৱা বস্তু কিছুমান লৈ। সেইবোৰ কবৰীৰ ওচৰত থৈ সি গুচি গ'ল। বেচেৰা কবৰীটো অলপ বিমোৰত পৰিল। লোকক শুশ্ৰূষা কৰা তাৰ অভ্যাস নাই। অসহায় ভাবে জোচুলৈ চাই ক'লে, "মই আগেয়ে কেতিয়াও এইদৰে ভগাই খোৱা নাই।"

"মোক দিয়া"—জোচুৱে মৰম লগা হাত দুখন আগবঢ়াই দিলে আৰু নিমিষতে ডাঙৰ চামুচ এখন আৰু কাটা এডাল তুলি ললে। তাই এইবোৰত পটু। "কবৰী তোমাৰ প্লেটখন লোৱা, মই দিছো।" সি কৃতজ্ঞতাৰে প্লেটখন তুলি ললে আৰু জোচুৱে খোৱাবস্তু দি অটালত "ধন্যবাদ" বুলি লাহেকৈ ক'লে। তাইৰ পিনে চাই চাই সি নিজকে ভাগ্যবান বুলি ভাবিলে, কাৰণ ভাৰতবৰ্ষৰ পৰা নিয়া মুক্তাৰ মালাধাৰি সি যতনে ৰাখি থৈছে। মৰমলগা সুৰেৰে সি ক'লে, "মই তোমাক খাবলৈ মাতিহে আনিলো, আচলতে খুৱালা তুমিহে।"

তাই হাঁহিলে ; কিন্তু কোনো উত্তৰ নিদিলে। এই অসহায়

আৰু উদাৰ লোকজনক শুশ্ৰূষা কৰি ভাল পোৱাটো স্বাভাৱিক কথা। জীৱনৰ বাকী দিনকেইটি তাকেই কৰি কটাই দিব, তাই মনতে ভাবিলে।

* * * *

ভাৰ্জিনিয়া চহৰত তেতিয়া বেচ গৰম পৰিছে। দুপৰীয়াটো আমনিলগাকৈ দীঘল আৰু গৰম।

মিচেচ কেনেডীয়ে আবেলি শুই উঠি খিড়িকিৰে দেখা পোৱা পুখুৰীটোলৈ চাই পঠিয়ালে। সেই দিনৰ পৰাই কাৰোবাৰ মাত শুনি তেওঁৰ টোপনি ভাগিল। তাৰ বাবে পেটে পেটে খঙো উঠিছে। কিন্তু যেতিয়া এলেন আৰু চিনথিয়াৰ মাত বুলি বুজি পালে তেতিয়া খঙ গুচিল। দুয়ো একেলগে আছিল। মিচেচ কেনেডীয়ে আজি কালি অতি সাৱধানে চিনথিয়াৰ নাম নোলোৱাকৈ থাকে। যোৱা জাৰৰ সময়ত এলেন অহাৰ পৰাই তাৰ অসুখ। তাৰ গা যথেষ্ট দুৰ্বল আৰু সি প্ৰায়ে মনমাৰি থাকে। তেওঁ ল'ৰাক কোনো কথাই সুসুধিছিল। দেউতাকৰ সৈতে এলেনে কেতিয়াবা অলপ কথা পাতিছিল। তথাপি মাক মনে মনে আছিল। মিষ্টাৰ কেনেডীৰ পৰা তেওঁ জানিছিল যে জাপানী ছোৱালীজনীয়ে নিজৰ বয়বস্তুখিনি লৈ তাৰ পৰা গুচি গ'ল, এখন চিঠিও লিখি থৈ নগ'ল। এলেনে তাৰ চাকৰিটো এৰি দিলে আৰু হোটেলৰ কোঠা খালি কৰি দি ঘৰলৈ উভটি আহিল।

"টম, এয়া আমালৈ কি দয়া চোৱাচোন ?"—ইয়াকেই মাথোন তেওঁ গিৰীয়েকৰ আগত প্ৰকাশ কৰিছিল। মিষ্টাৰ কেনেডীয়ে অৱশ্যে একো উত্তৰ দিয়া নাছিল। উত্তৰৰ কোনো প্ৰয়োজনও নাছিল। দোষ কাৰো নহয়। বিদেশী ছোৱালী হলেও তায়ো ছাগে বুজিলে— মাকৰ পক্ষে একমাত্ৰ ল'ৰাক পৰিত্যাগ কৰা কিমান কঠিন। এলেনক মাকে এতিয়া অকনো আমনি নকৰে। "মোক নিজৰ মতেৰে চলিবলৈ দিয়াচোন ?"—যি কোনো কথাতে সি এইদৰেই

মাকৰ মুখ বন্ধ কৰি থয়। এনেকি তাৰ ভগ্নস্বাস্থ্য পুনৰ উদ্ধাৰৰ বাবে গাখীৰ আৰু কণী অলপ সৰহকৈ যাচিলেও সেই একে উত্তৰকে তাৰ পৰা মাকে পাইছিল। শৈশৱ কালত হোৱাৰ দৰেই সি পুনৰ অবাধ্য আৰু বিৰক্তিকৰ হৈ উঠিছিল মাকৰ মনত। তথাপি মাকে সকলো সহ্য কৰি গৈছিল; কাৰণ তেওঁ হেৰোৱা ল'ৰা ফিৰাই পাইছে।

মাকে খিড়িকিৰে সিহঁত দুয়োলৈ হেপাহেৰে চাই আছিল: দুয়োকে একেলগে কিমান ভাল দেখি! দুয়োজনেই বেচ ধুনীয়া, ওখ। চিনথিয়াক কিন্তু সতৰ্ক কৰি দিব লাগিব তাই যাতে আৰু শকত নহয়। বিবাহিতা তিৰোতাবোৰ বিশেষকৈ ল'ৰা-ছোৱালী হোৱাৰ পিচত বেচি শকত হবলৈ ধৰে। তেওঁ নিজকে যেনিবা শকত নোহোৱাকৈ কোনোমতে ৰাখিছে।

খিড়িকিৰ পৰ্দাখন পেলাই দীঘল কোঠাটোৰে আগবাঢ়ি আহি তেওঁ বুঢ়া চাকৰটোক মাতিলে। সি আহিলত এলেন আৰু চিনথিয়াৰ বাবে দুগিলাচ চৰবত নিবলৈ আদেশ কৰিলে; আৰু ক'লে, "আৰু দুগিলাচ অলপ পিচত লৈ যাবা, আমিও যাব পাৰো।"

তাক সেইদৰে পঠিয়াই দি তেওঁ ভাবিলে তেওঁলোক গৈ তাত উপস্থিত হোৱা উচিত হব নে নহয়। তেওঁলোক গলে যদি সিহঁতৰ গোপন আলোচনাত বাধা দিয়া হয় তেন্তে? যোৱা মাহটোত প্ৰতিদিনে তেওঁ ভাবিছিল কোন মুহূৰ্ত্তত এলেনে আহি কবহি, "মা, চিনথিয়াই আজি কথা দিলে।"

ভাবি ভাবি তেওঁ চকি এখনতে আউজি বহিল। আশাৰ ৰেঙনি কল্পনা কৰি মিচিকিয়াই এবাৰ হাঁহিলে আৰু চকু দুটি মুদি দিলে।

* * * *

চিনথিয়াই এখন সেউজীয়া ৰঙৰ গামোচাৰে চুলিখিনি মচি শুকাব লাগিছে, ওচৰতে মাটিত এলেনে দীঘল দি পৰি তেনেই

এলেনেৰা ধৰণে প্ৰশ্ন কৰিলে, "তুমি সেউজীয়া ৰং ভালপোৱা বাবেই সেউজীয়া ৰঙৰ গামোচা ব্যৱহাৰ কৰিছা নেকি? নে, তুমি জানা যে সেউজীয়া ৰঙতে তোমাক অতি ধুনীয়া দেখি আৰু তোমাৰ গা ধোৱা পোচাকো সেয়ে সেউজীয়া ৰঙৰ?"

"বাথৰুমেদি আহোঁতে এইখনকে হাতত পাই লৈ আহিলো"—চিনথিয়াই ক'লে। "হব পাৰে সেউজীয়া ৰঙৰ বাবেই মই এইখনকে আনিলো। যিয়ে হওক নীলা ৰঙৰ হলে মই পচন্দ নকৰিলোহেতেন, এইটো অৱশ্যে সঁচা।"

"সকলো কামতে তুমি সম্পূৰ্ণ সজাগ"—চিনথিয়াৰ খং তুলিবলৈকে সি ক'লে।

"হব পাৰে।"

দেহৰ ভৰটো কিলাকুটিৰ ওপৰত থৈ সি তাইৰ পিনে চাই ক'লে, "কিমান অজলাৰ দৰে আমি কথাবোৰ কওঁ?"

"আমি সদায় কওঁ"—চিনথিয়াই স্বীকাৰ কৰিলে। "মোৰ মনত আছে তুমি যেতিয়া দহবছৰীয়া ল'ৰা আছিলা, তোমাকে আটাইতকৈ বুৰ্ব্বক বুলি মোৰ ধাৰণা আছিল।"

"তথাপি তুমি মোকেই মৰম কৰিছিলা?"

তাই অলপ সঙ্কোচ কৰি ক'লে, "মাজে সময়ে হয়তো কৰিছিলো।"

এইদৰে সঙ্কোচ আৰু হিচাব কৰি কোৱা কথাবোৰে তাক কাঁইটে বিন্ধা দি আঘাত কৰিছিল। তাৰ খঙ উঠিল আৰু এটি স্পষ্ট উত্তৰ পাবলৈ মন ডাঠ কৰি ক'লে, "চিনথিয়া, এই পিনে চোৱা। আমি এতিয়া এটি সিদ্ধান্তত উপনীত হবৰ সময় হ'ল।"

তাই দীঘল চুলিটাৰী মোহাৰি থাকিল; অন্তৰৰ খং প্ৰকাশ নকৰিলে।

"চিনথিয়া, পেলাই দিয়া তোমাৰ গামোচাখন!"—তাইক নিমাত দেখি এলেনে আদেশৰ সুৰত ক'লে। পিচত অলপমান তাইৰ

পিনে আগুৱাই গৈ গামোচাখনৰ এটি কোণত ঠাপ মাৰি ধৰিলে আৰু জোকাৰি দিলে। তায়ো আনটো মূৰত টানকৈ ধৰি ললে। এক প্ৰকাৰ জৰী টনা যুজেই চলিল দুয়োৰে মাজত।

"আকৌ অভদ্ৰামি!" তাই চিঞৰি উঠিল।

হঠাৎ এলেনে হাতখন এৰি দিলে; আৰু ক'লে, "শুনা চিনথিয়া, মই তোমাৰ ব্যৱহাৰত সঁচাই বিৰক্ত হৈছো। তুমি জানা মই তোমাক কি কৰলৈ বিচাৰো। অথচ তুমি কৰলৈ সুবিধা নিদিয়া। তুমি মোক মূৰ্খ বুলি ভাবিছা নে কি? মই তোমাক ভালদৰে চিনি পাইছো।"

তাই গামোচাখন দলিয়াই পেলালে, "ঠিক আছে, কোৱা বাৰু। তোমাৰ কথাটো আজি নিষ্পত্তি কৰি পেলাওঁ।"

"চিনথিয়া!"

তাইৰ নীলা চকুযুৰি তিৰবিৰাই জ্বলি উঠিছিল। ওঠযুৰি খঙতে কামুৰি ধৰিছিল। সি অলপ থমকি ৰ'ল। তাৰ মনত জানো অকনো সন্দেহ নাই?

"কোৱা"—তাই আদেশ কৰিলে।

"এৰা, নিশ্চয় কম"—এলেনৰ হঠাৎ খঙ উঠিল। "মোৰ ইচ্ছা তুমি মোক বিয়া কৰোৱা। তুমি তাক জানা, বহুদিনৰ পৰাই জানা।"

"বেচ, শুনা তেনেহলে। মই তোমাক বিয়া কৰাব নোখোজো।" ইমান দিনে তুমি সেইটো বুজা উচিত আছিল।"

তাইৰ কথাখিনি শুনিও সি বিশ্বাস কৰিব পৰা নাছিল। তাৰ একমাত্ৰ ভৰসা আছিল তাইৰ ওপৰত। আজি বহুদিনৰ পৰাই সি কল্পনা কৰি আহিছে চিনথিয়াই তাক বিয়া কৰাব। তাৰ বাবেই তাই বহুত পাণি প্ৰাৰ্থী ফিৰাই পঠিয়াইছিল, তাৰ বিশ্বাস।

"তুমি যে কথাটোৰ তাৎপৰ্য্য বুজি পেলাই কৈছা মোৰ বিশ্বাস নহয়"—সি ততালিকে গহীন হৈ পৰিল, আৰু বহি লৈ ভবিত লাগি থকা বনবোৰ গুচাব ধৰিলে।

চিনথিয়াই গামোচাখন বুটলি আনি চুলিটাৰী শুকুৱাবলৈ আৰু যত্ন নকৰিলে। বেজাৰ মনেৰে তাই তালৈ চাই থাকিল। তাই নিজে আচৰিত হ'ল কিয় তাইৰ ভালপোৱাৰ নিজৰাটি অসময়তে শুকাই গ'ল। আনকি তাই যেতিয়া অকলশৰে থাকে তেতিয়াও তাই নিজৰ মনটোক বুজিবলৈ যত্ন নকৰে, নিজৰ অভিপ্ৰায় হৃদয়ঙ্গম কৰিবলৈ আগ নেবাঢ়ে। কেবামাহৰ পৰা তাই এলেনক লগ পাই আহিছে, কিন্তু তাৰ প্ৰতি অলপো আকৰ্ষিত হোৱা নাই। পুৰণি বন্ধুতা সিহঁতৰ মাজত অটুট আছিল—কিন্তু তাত যেন প্ৰাণ নাছিল। তাৰ উপস্থিতি আৰু সান্নিধ্যই এতিয়া আৰু তাইৰ অন্তৰত পুলক জগাই নোতোলে।

"মই ঠিকেই বুজিছো যেন লাগে"—চিনথিয়াই চিন্তামগ্নভাবে উত্তৰ দিলে। "সেইদৰে কবলগীয়া নহলে অৰণ্যে বেচি ভাল পালোহেতেন।"

অসন্তৱ যেন লাগিলেও এলেনে এতিয়াহে বুজিলে যে চিনথিয়াই তাক ভাল নেপায়। তাৰ মাকে কিন্তু ভাবিছিল আৰু প্ৰকাশো কৰিছিল যে এলেন আৰু চিনথিয়াৰ জীৱন পৰস্পৰৰ বাবে অপৰিহাৰ্য্য। এজনৰ জন্ম যেন আনজনৰ উদ্দেশ্যেহে। হয়তো মাকে ঠিকেই কৈছিল।

"মই হলে বিশ্বাস কৰিব নোৱাৰো"—সি গহীন ভাবত ক'লে। "মোৰ উপলব্ধি হৈছে আমাৰ বিয়াখনৰ বাবেহে মই ইমানদিন বাট চাই আছিলো। তুমি যদি জোচুৰ কথাকে ভাবি আছা—"

"সঁচাই ; মই তাইৰ কথাকে ভাবি আছো"—চিনথিয়াই ক'লে।

"কোনো প্ৰয়োজন নাই"—সি ক'লে। "সেই পৰ্ব শেষ হৈ গৈছে। মোৰ জীৱনত তেনে কোনো ঘটনা ঘটাই নাছিল বুলি ভাবি লবা। মই ভাবি আচৰিত হওঁ, সঁচাই জানো মই কাৰোবাৰ ওচৰত নিজকে সমৰ্পণ কৰিছিলো। বহুত দিন ঘৰৰ পৰা আঁতৰত আছিলো,

জানা চিনথিয়া। তোমাক আজি এটা কথা কবৰ মন গৈছে। তুমি প্ৰয়োজনীয় বুলি নেভাবিব পাৰা, কিন্তু মই ভাবো প্ৰয়োজন আছে। মই কেতিয়াও কোনোদিন অইন মানুহৰ দৰে জাপানী তিৰোতা বিচাৰি যোৱা নাছিলো।"

তাই শুনি আছিল নে নাই সি সঠিককৈ কব নোৱাৰিলে। তাইৰ শুকোৱা চুলি মুখলৈ ওলমি আহি বেচি ধুনীয়া কৰি তুলিছিল, ঠিক সৰু ছোৱালী এজনীৰ দৰে। হাতত গামোচাখন লৈ স্থিৰ হৈ তাই থিয় দি আছে। চকু ঘাঁহনিৰ ওপৰত। সেইপিনে চায়েই তাই ক'লে, "জোচুৱে কিয় তোমাক এৰি গ'ল সম্ভৱ মই জানো। মোৰ বিশ্বাস তাই সন্তানৰ মাক হোৱা বুলি গম পাইছিল।"

"হবই নোৱাৰে!"—সি চিঞৰি উঠিল। "সেইটো কেনেকৈ হব, তাই অন্ততঃ মোক ক'লেহেতেন।"

"তাই তোমাক কব বুলি মই নেভাবো"—চিনথিয়াই ক'লে। "মোৰ অনুমান তাই অকলশৰে থাকিবলৈ ইচ্ছা কৰিছিল আৰু সেইদেখি আঁতৰি গৈছিল। তাই ভালদৰে জানিছিল তোমাৰ মাৰাই যেতিয়া তাইকে আশ্ৰয় নিদিলে, তাইৰ কেচুৱাকো নিদিব।"

"মাক আৰু দোষ নিদিবা বুজিছা"—সি হঠাৎ আবেগপ্ৰবণ হৈ উঠিল। "তুমি জানা যে তাৰ বাবে মা জগৰীয়া নহয়। তুমি ইয়াকো জানা যে তাৰ বাবে আমাৰ আইনখন…"

"থৈ দিয়া তোমাৰ আইনখন," গামোচাখন দলিয়াই দি তাই ক'লে আৰু ওচৰতে থকা গছজোপালৈ পিচুৱাই গৈ আউজি লগে আৰু তৰ্কৰ সুৰত আৰম্ভ কৰিলে, "আমেৰিকাৰ ভিতৰত ভাৰ্জিনিয়াহে একমাত্ৰ ৰাজ্য নেকি?

"মোৰ ঘৰ যে ইয়াতে?"—সি ক'লে।

"হৈছে, হৈছে।" তাই লগে লগে উত্তৰ দিলে। এলেনে লক্ষ্য কৰিলে চিনথিয়াৰ চকু ছলছলীয়া পৰিছে

তাইব চকুপানী দেখি সি থিয় হ'ল আৰু দুহাত মেলি চিনথিয়াৰ ওচৰলৈ আগুৱাই গ'ল,—"চিনথিয়া, মৰমব—"

তাই পিচুৱাই গ'ল, চিঞৰি চিঞৰি ক'লে, "মোক নুছুবা, মই সহ্য কৰিব নোৱাৰিম।" এইবুলি কৈ মাটিব পবা গামোচাখন বুটলি লৈ তাই লব মাৰিলে, আৰু ঘাঁহনি দবা পাৰ হৈ নিজৰ ঘৰৰ পদূলিমুখ পালেগৈ।

সেইখিনি পোৱালৈকে এলেনে থৰ হৈ চাই থাকিল। নিৰাশাৰ কলীয়া ডাৱৰে তাব অন্তৰ-আকাশ ঢাকি পেলালে। তাৰ পৃথিৱীখনৰ সঁচাকৈয়ে অস্ত পৰিল। কেইমাহমান আগেয়ে যেতিয়া সি হোটেললৈ গৈ শূন্য কোঠা আৰু শূন্য বিচনাখন পাইছিল, সি নিজকে বৰ দুৰ্ভগীয়া বুলি গণ্য কৰিছিল। চিন্তাত তাৰ মূৰৰ বিষ উঠিছিল আৰু সেইদৰেই তাৰ শাৰীৰিক অসুখৰ সূত্ৰপাত হৈছিল। ঘৰলৈ আহি আৰোগ্য লাভ কৰিবলৈ চেতনাটো মাত্ৰ তাৰ আছিল। তেতিয়া তাৰ মনত পৰিছিল চিনথিয়াৰ কথা। ঘৰলৈ গলে চিনথিয়াক লগ পাব, তাই তাৰ বাবে বাট চাই থাকিব। সি আৰু ভাবিছিল সময়ব সোঁতত জোচুৰ চিন্তা সি পাহৰি যাব, তাৰ বিশ্বাস জন্মিব জোচুক সি আন্তৰিকতাৰে ভালপোৱা নাছিল, তেতিয়া সি আকৌ নতুন জীৱন আৰম্ভ কৰিব পাৰিব,—তাৰ পূৰ্ণজীৱন। এতিয়া সেই পূৰ্ণতাৰ আশা ধূলিত পৰিণত হ'ল। চিনথিয়া অবিহনে সি বাৰু জীয়াই থাকিব কেনেকৈ?

সি লাহে লাহে ঘৰমুৱা হ'ল আৰু ঘাঁহনিৰ ওপৰেদি চিন্তাক্লিষ্ট খোজ কেইটা দি আগবাঢ়িল। ৰূপৰ ট্ৰে এখনত চৰবত লৈ অহা লগুৱাটোক বাটত লগ পাই ক'লে, "সেইবোৰ ঘৰলৈ লৈ যোৱা, চিনথিয়া ঘৰলৈ গৈছে।"

গৈয়ে পদুলিমুখত সি মাকক লগ পালে। তাৰ অনুমান হ'ল

মাকে যেন ব্যগ্রভাবে কিবা অপেক্ষা কৰিছে। সি ভাবিলে কথাটো লগে লগে কৈ শেষ কৰাই ভাল।

"মা, তোমাক কথা এটি কম আৰু মোৰ অনুৰোধ এই বিষয়ে তুমি পুনৰ প্ৰশ্ন নকৰিবা। আজি মই চিনথিয়াক মোক বিয়া কৰাবলৈ কৈছিলো, কিন্তু তাই প্ৰত্যাখ্যান কৰিলে।"

"এলেন!"—মাকে আচৰিত মানিলে। "কিয় বাৰু?"

"তাই কোনো কাৰণ নেদেখুৱালে"—পিচত হাঁহিবৰ চেষ্টা কৰি সি ক'লে, "সম্ভৱ মোৰ প্ৰতি তাইৰ কোনো আকৰ্ষণ নাই।"

সি মাকৰ পিনে চাই ৰ'ল। মাকে একমাত্ৰ ল'ৰাৰ দীঘল আৰু ধুনীয়া চেহেৰাৰ গৰ্বৰ মাজত হতাশৰ চাঁ দেখি বৰ দুখ পালে। "সম্ভৱ মই পুনৰ সৈন্যবিভাগলৈ উভটি যাম"—অনিশ্চয়তাৰ সুৰত সি ক'লে।

"ওহ, মৰমৰ ধন মোৰ"—মাকে উচুপি কান্দিব ধৰিলে। আশ্ৰয় বিচাৰি দুহাত আগবঢ়াই দিলে।

"কাবৌ কৰিছো মা, মোক আৰু বাধা নিদিবা,"—বুলি কৈ মাকক তাতে এৰি ওপৰত থকা তাৰ নিজৰ কোঠালৈ বেগাবেগিকৈ গুচি গ'ল।

* * * *

ডাঃ ষ্টেইনাৰে আঠুৰ ওপৰত ডাঙৰ গামোচা এখন পাৰি লৈ বহিল আৰু মিচেচ মাৰ্কিক আদেশ কৰিলে, "লেনীক লৈ আহা এতিয়া; মোৰ কোলাত দিয়াহি। মই তাৰ গা মচি অকমান পাউডাৰ ঘঁহি দিওঁ।"

মিচেচ মাৰ্কি এগৰাকী খীনকৈ বয়সীয়াল তিৰোতা। সাজ-পাৰত বেচ চাফ-চিকুন। গাধোৱা চৰিয়াৰ পৰা লেনীক দাঙি আনি ডাক্তৰনীৰ বহল কোলাত তুলি দিলে। লেনীৰ মুখত অনবৰত হাঁহি লুগুচেই। কেতিয়াবা ক'ৰবাত দুখ পালেহে কান্দে। দুখ

পায় দুয়ো গৰাকী তিৰোতাই তাক লৈ ৰঙতে যেতিয়া টনা-আজোৰা লগায়। নাইবা গাখীৰৰ বটলটো দিওঁতে যেতিয়া পলম হয়। তাৰ চেহেৰাত প্ৰাচ্য-প্ৰতীচ্য দুয়োবিধ ৰক্তৰে চাপ বিৰাজমান। সেয়ে ডাঃ ষ্টেইনাৰৰ অনুসন্ধিৎসু মনটোৱে তাৰ অঙ্গ-প্ৰত্যঙ্গবোৰ অতি মনোযোগ আৰু কৌতুহলেৰে সদায় চায়। সিদিনাও মিচেচ মাৰ্কিৰ আগত বক্তৃতা আৰম্ভ কৰিলে ঃ

"চোৱাচোন মিচেচ মাৰ্কি, লেনীৰ হাতখনলৈ চোৱা। আঙুলি-বোৰ কিয় এনেকুৱা জানা? মাজৰ আঙুলি দুটি ভাজ কৰি তৰ্জনী আৰু কেঞা আঙুলি দুটি পোনাই দিলে এয়া ব্ৰহ্মদেশ আৰু শ্যামদেশত প্ৰচলিত এবিধ নাচৰ মুদ্ৰা হয়। তাৰ পৰাই অইন দেশলৈ এই নাচৰ মুদ্ৰা বিয়পিল আৰু নিশ্চয় জাপানতো প্ৰবেশ কৰিলে। চমুকৈ কব লাগিলে এচিয়াৰ নৃত্যবিশাৰদ সকলে জীৱিত শিশুৰ প্ৰথম অঙ্গীভঙ্গীৰ পৰাই মানৱহাতৰ আদিম আৰু মৌলিক প্ৰকাশ ঠাৱৰ কৰিছিল।"

মিচেচ মাৰ্কি এগৰাকী অশিক্ষিতা তিৰোতা। হলেও তেৰোঁ সসম্ভ্ৰমে লেনীৰ হাতদুখন পৰীক্ষা কৰিব ধৰিলে। আকাশত উৰি ফুৰা পখীৰ দৰে সেই হাতদুখনে নাচে আৰু খেলে। ওঠত তাৰ মিচিকিয়া হাঁহি। লেনীৰ কথা কৈ যেতিয়া তেওঁ গৌৰৱত ফুলি উঠে, ওচৰচুবুৰীয়া কেইজনীমানে তেতিয়া তেওঁক সোঁৱৰাই দিয়ে, "জাপানী কেচুৱা এটিৰ বাবে তুমি বাৰু কেনেকৈ পাগল হব পাৰা?

উত্তৰত তাই কয়, "লেনী জাপানী নহয়। সি বহুত বেলেগ। তাৰ দৰে কেচুৱা মই দেখাই নাই।"

সিহঁতে নিষ্ঠুৰভাবে আকৌ কয়, "বিশেষকৈ যেতিয়া তোমাৰ ল'ৰা জাপানীৰ হাতত নিহত হৈছিল।"

পুত্ৰবিয়োগৰ করুণ শোকত তেতিয়া তাইৰ প্ৰাণ কান্দি উঠে; তথাপি উত্তৰ দিয়ে, "সেয়া লেনীৰ কাম নহয়, মই ভালদৰে জানো।"

সেই হৃদয়হীনা ওচৰচুবুৰীয়াবোৰে তেওঁৰ অন্তৰৰ অনুভূতি কেনেকৈ বুজিব ?

সময়ৰ লগে লগে লেনীৰ গাতো অদ্ভুত পৰিবৰ্তনৰ চিন পৰিলক্ষিত হব ধৰিলে। আনন্দত উজ্জ্বল হৈ থকা মুখখনি ক্ষন্তেক পিচতে খঙ আৰু অভিমানত সলনি হৈ পৰে, আৰু তেতিয়া তাৰ জগতৰ একমাত্ৰ দয়াৰ আধাৰ ডাঃ ষ্টেইনাৰৰ মুখলৈ সি ৰ' লাগি চাই থাকে। গোলাপী ৰঙৰ তাৰ ওঠযুৰি তেতিয়া কঁপিবলৈ ধৰে আৰু দুগালেদি চকুলো বৈ আহে।

সেই সময়ত ডাঃ ষ্টেইনাৰৰ গাত তত নাইকিয়া হয়। তেওঁ মিচেচ মাৰ্কিক চিয়ঁৰিব, "সোনকালে কৰা মাকি, তাৰ বৰ ভোক লাগিছে। তাক খুৱাওঁতে আমি বৰ পলম কৰো।" পিচত তাক নানা প্ৰকাৰে নিচুকাবলৈ যত্ন কৰিব। মিচেচ মাৰ্কিয়ে তেতিয়া বটলটো আনিবলৈ দৌৰিব। লেনীয়ে যেতিয়া দুহাতেৰে বটলটো লৈ পিয়াহ পলুৱাই গাখীৰ খাবলৈ ধৰিব তেতিয়াহে দুয়ো গৰাকী তিৰোতাৰ জিভালৈ পানী আহে।

"—মাৰ্কি জানানে, মই যোৱা কালি ইয়াৰ সকলো পৰীক্ষা শেষ কৰাই পেলালো"—ডাক্তৰণীয়ে এদিন ক'লে। মিচেচ মাৰ্কি আচৰিত হ'ল। ইমান নিখুত আৰু নিৰোগী কেচুৱা এটিক আকৌ নিষ্ঠুৰভাবে পৰীক্ষা কৰিব লগীয়া কিয় হ'ল ? কাৰণ তাইৰ দৃঢ় বিশ্বাস লেনীৰ নিচিনা স্বাস্থ্যবান কেচুৱা আগেয়ে কেতিয়াও ওপজা নাই আৰু কোনেও দেখা নাই।

"মই আটাইবোৰ পৰীক্ষাকে শেষ কৰিছো। তাৰ স্নায়ুতন্ত্ৰও পৰীক্ষা কৰিলো। তাৰ বুদ্ধি অতি চোকা হব। তাৰ বয়সৰ কেচুৱাবোৰৰ ভিতৰত আটাইতকৈ শ্ৰেষ্ঠ লক্ষণ কিছুমান পৰীক্ষাত ধৰা পৰিছে।"

"মোৰ মতে লেনীক সাধাৰণ মানুহ বুলি ভবাই ভুল"—মিচেচ মাৰ্কিয়ে তপৰাই মন্তব্য কৰিলে।

লেনীয়ে তেওঁৰ মাত শুনি তেওঁৰ পিনে চালে। মিচেচ মাৰ্কিৰ অন্তৰখন মৰমত পমি গ'ল। ডাঃ ষ্টেইনাৰে হাঁহি হাঁহি ক'লে, "মাৰ্কি, তুমি তাক নিশ্চয় ভাল নোপোৱা।" মিচেচ মাৰ্কিৰো হাঁহি উঠিল আৰু ভগা দাঁতটো লুকুৱাবলৈ মুখত হাত দি হাঁহিব ধৰিলে। তাকে দেখি লেনীয়েও মুখৰ পৰা বটলটো উলিয়াই হাঁহিত যোগ দিলে। ফলত গাখীৰবোৰ চিটিকি তাৰ গালে মুখে পৰিল। তাৰ সেই হাঁহি একমাত্ৰ দেৱশিশুৰ হাঁহিৰ সৈতেহে তুলনা কৰিব পাৰি।

ডাঃ ষ্টেইনাৰে তাক আলফুলকৈ কোলাত তুলি ললে। হঠাৎ তেওঁৰ মনত পৰিল মৃত, ভোকাতুৰ, অবহেলিত আৰু অনাদৃত হেজাৰ বিজাৰ কেচুৱাৰ কথা। সিহঁতৰ এই দুৰৱস্থাৰ গুৰিতে আছিল সিহঁতৰ মাক দেউতাকসকল। কাৰণ তেওঁলোক আছিল ইহুদী, কেথলিক ; গতিকেই বিদ্ৰোহী, যাক সকলোৱে ভয় আৰু ঘৃণাৰ চকুৰে চাইছিল। লেনীয়ে এইবোৰৰ স্মৃতি যাতে তেওঁৰ চকুত বিচাৰি নেপায় তাৰ বাবে তেওঁ সাৱধান হব লাগিব। কিয়নো তাৰ অনুভব শক্তি আৰু বিচাৰ-বুদ্ধি অতি প্ৰখৰ। পৃথিৱীৰ সকলো সজ আৰু মহৎ গুণেৰে অলঙ্কৃত তাৰ মনটোক প্ৰচলিত সমাজৰ ঠেক মনোবৃত্তিয়ে যাতে কলুষিত কৰিব নোৱাৰে তাৰ বাবে আৱশ্যকীয় সকলো পন্থা হাতত লবলৈ তেওঁ প্ৰস্তুত। লেনীৰ ৰঙচুৱা মুখখনি নিজৰ গালত লগাই ডাক্তৰণীয়ে তাৰ পিঠিত হাত বুলাই নিচুকাৰ ধৰিলে। তাৰ সুঠাম দেহ আৰু পুষ্ট হাতভৰিয়ে ইতিমধ্যে ইঙ্গিত দিছে যে সি সাধাৰণ মানুহৰ শ্ৰেণীত নপৰে। তাৰ উজ্বল ভবিষ্যতটো ভাবি ডাক্তৰণীৰ নিজকে বৰ সক যেন লাগিল তাৰ ওচৰত। তাৰ নিচিনা মহৎ আৰু উদাৰ লোক এজনক তেওঁ বচাই তুলিছে, বহুত

শিশুৰ মাজত অন্ততঃ এটি শিশুক ডাঙৰ-দীঘল কৰিছে, এয়ে হব তেওঁৰ সান্ত্বনা আৰু গৰ্ব।

"কি ধুনীয়া ফুল পাহ!" লেনীৰ পিঠিত হাত বুলাই বুলাই তেওঁ ক'লে। "কি ধুনীয়া ফুলপাহ ইয়াত নীৰলে ফুলিব ধৰিছে? নিৰ্জন বননি মনোমোহাকৈ সজাই ৰখা বনফুলৰ দৰেই ইয়াৰো পৰিচিতি সভ্যজগতত লুকাই থাকিব, কোনেও নজনাকৈ!" বিজয় গৰ্বত ডাক্তৰণীৰ মন আনন্দত নাচি উঠিল আৰু পিঠিত থপৰিয়াই থপৰিয়াই তাক বিচনালৈ লৈ গ'ল।

---শেষ---

“ডেকা মাৰ্কিন সামৰিক বিষয়া এলেন কেনেডীয়ে যেতিয়া ধুনীয়া জাপানী গাভৰু জোচুক পোন প্ৰথমতে দেখা পালে তেতিয়াই সি জানিছিল যে তাইক সি পাবই লাগিব। কিন্তু সিহঁতৰ মিলন-পথত চীনৰ প্ৰাচীৰৰ দৰে থিয় হৈ আছিল মাৰ্কিন-বিদ্বেষী তাইৰ দেউতাক আৰু তেওঁৰ অনমনীয় মনোভাব। ইপিনে জোচু আৰু এলেনও দৃঢ় প্ৰতিজ্ঞ, বিয়া সিহঁতৰ হবই লাগিব। এজন বৌদ্ধ পুৰোহিতৰ দ্বাৰা সিহঁতৰ বিবাহ সমাপন কৰা হ'ল—এশ এটা বাধা বিঘিনিৰ মাজতো। তাৰ পিচত সিহঁতে যাত্ৰা কৰিলে আমেৰিকালৈ।

আমেৰিকাৰ ভাৰ্জিনিয়াত সিহঁতৰ বাবে ৰৈ আছিল এলেনৰ মাক। অভিজাত সম্প্ৰদায়ৰ স্বাৰ্থ পৰায়ণা এই মাকিন তিৰোতা গৰাকীয়ে অতি নিৰ্দয়ভাবে জোচুক সম্ভাষণ জনালে,—জাপানত ঠিক যিদৰে এলেনক জনাইছিল জোচুৰ দেউতাকে। ইপিনে চিনথিয়া নামৰ লোভ লগাকৈ ধুনীয়া মাৰ্কিন ছোৱালীজনী আছিল এলেনৰ বাল্য বন্ধু। সিহঁতৰ আশৈশৱ স্মৃতিবোৰ জোচুৰ বাবে চিৰদিনলৈ এটি দুবুজা সাঁথৰ হৈয়ে থাকিল।.......

ন'বেল বটা বিজয়ী পাৰ্ল এচ বাকৰ অমৰ লিখনীৰ পৰা ওলোৱা এই প্ৰেমৰ কাহিনীটো আজিৰ এই যুদ্ধোত্তৰ অশান্ত পৃথিৱীখনলৈ এটি আশাভৰা অৱদান। প্ৰেমৰ চাকনৈয়াত পৰি যিসকল ডেকা গাভৰুৱে জীৱনৰ বোৱঁতী সুঁতিৰ সন্ধান হেৰুৱাইছে, তেওঁলোকে ইয়াত নতুন পথৰ ইঙ্গিত পাব...... ।”

**এজনী জাপানী ছোৱালী···**
**এজন মাৰ্কিন যুৱক···**

বহুদূৰৈত নামনিত থকা কিঅ'টো চহৰখনিলৈ চকু পৰিলত তাই হঠাৎ কৈ উঠিল,

"মই সোনকালে ঘৰলৈ উভটিব লাগিব।"

হাতৰ তলুৱাত মুখটো থৈ ঘাহনি দৰাতে সি দীঘল দি পৰি আছিল, ক'লে, "এতিয়াই নহয় জোচু।"

তাই তালৈ চাই পঠিয়ালে, তাৰ অৰ্থ সি বুজি নাপালে। ভাবিলে— ভয়তে নহয় চাগৈ। "মোৰ কাষলৈ আহাচোন জোচু?"

তাই মুখ জোকাৰিলে, লাজত গাল দুখন ৰঙা পৰিল।

"তুমি মোলৈ ভয় কৰা নহয়?" —সি মৰম লগাকৈ সুধিলে।

"অলপ অলপ"—তাই স্বীকাৰ কৰিলে।

"মই যে তোমাক ইমান ভাল পাওঁ তাক জানো পাহৰিব গ'লা?"

"পাহৰা নহয়," তাই লাহেকৈ ক'লে। "মোৰ সদায় মনত থাকিব···।"

নব প্ৰস্ফুটিত ফুলৰ নিচিনা এগৰাকী মনোমোহা জাপানী গাভৰু আৰু আনজন উঠি অহা মাৰ্কিন সামৰিক বিষয়া; জোচু চাকাই আৰু এলেন কেনেডী। দুয়োৰে প্ৰেম আছিল নিৰ্মল, স্বতস্ফূৰ্ত। এই ভালপোৱাত আছিল আন্তৰিক সৰলতা, আছিল যৌৱন সুলভ মাদকতা। দুয়োজনে পাহৰি গ'ল বহিৰ্জগতখনৰ কথা। প্ৰথম দৃষ্টিতে ইজনে আনজনৰ প্ৰতি আকৃষ্ট হৈছিল। দুয়োখন দেশৰ স্বাৰ্থান্ধ আৰু নিষ্ঠুৰ লোকৰ হাজাৰ প্ৰতিবন্ধকৰ মাজতো সিহঁতৰ এই প্ৰেম ক্ৰমে গাঢ় হৈ উঠিছিল। এই প্ৰেমক শাশ্বত ৰূপ দিবলৈ হৈ, উভয় দেশৰ বিপৰীতধৰ্মী জীৱনযাত্ৰাৰ মাজত সেতু বান্ধিবলৈ হৈ সিহঁতে জীৱনত যি কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিব লগীয়া হ'ল, তাকেই অতি মৰ্মস্পৰ্শী ভাষাত পাৰ্বদাকে এই পুথিত [illegible]য়িত কৰিছে।'